# বৰপেটা জিলাৰ

# লোক সংস্কৃতি










বৰপেটা জিলা সাহিত্য সভা

অসম সাহিত্য সভাৰ মুখ্য কাৰ্যালয়ৰ
সুৰক্ষিত ৰাখিবলৈ প্ৰেৰণ কৰা
হ'ল।

শ্ৰী গোবিন্দ তালুকদাৰ
সভাপতি
বৰপেটা জিলা সাহিত্য সভা
বৰপেটা
৩।৪।০৫ ইং

# বৰপেটা জিলাৰ লোক-সংস্কৃতি

(প্ৰথম খণ্ড)

সম্পাদক

অক্ষয় কুমাৰ মিশ্ৰ






বৰপেটা জিলা সাহিত্য সভা

***BARPETA ZILAR LOKA SANSKRITI*** *or Folk Culture of Barpeta District : Written by various writers, edited by Akshay Kumar Misra, published by Ranjit Deka, on behalf of Barpeta Zila Sahitya Sabha.*
Rs. 75.00 (Seventy five only)

---

*প্ৰকাশক ঃ*
বৰপেটা জিলা সাহিত্য সভাৰ হৈ ৰঞ্জিত ডেকা

*সম্পাদক ঃ*
অক্ষয় কুমাৰ মিশ্ৰ

হংসবল্লভ চৌধুৰীৰ সোঁৱৰণত চিত্ৰলেখা চৌধুৰীৰ অৰ্থসাহায্যত ছপোৱা

*প্ৰকাশ কাল ঃ*
৭ ফেব্ৰুৱাৰী, ২০০৫ ইং



*বেটুপাত ঃ*
ধ্ৰুৱকুমাৰ তালুকদাৰ
চুইফ্‌ট চৰ্ল ছন, বিলাসীপাৰা

*আলোকচিত্ৰ ঃ*
দ্বিজেন দাস

*মুদ্ৰণ ঃ*
পূৰ্বশ্ৰী অফচেট প্ৰিণ্টাৰ্ছ, বৰপেটা

*অৰিহণা ঃ*
৭৫.০০ (পয়সত্তৰ) টকা মাথোন

# পুৰোধা ব্যক্তি হংসবল্লভ চৌধুৰী



হংসবল্লভ চৌধুৰী বৰপেটা জিলাৰ বজালী মহকুমাৰ অন্যতম কনিষ্ঠ পুৰোধা ব্যক্তি হিচাবে পৰিচিত। সাহসী, স্পষ্টবাদী আৰু অন্যায়ৰ বিৰুদ্ধে সততে যুঁজ দি যোৱা চৌধুৰীয়ে জন্ম লাভ কৰে বজালী মহকুমাৰ অন্যতম বৃহৎ গাঁও হিচাপে পৰিচিত বামাখাটাৰ খুটাৰগুৱীত। তেওঁৰ পূৰ্বপুৰুষসকল বিখ্যাত নৰেশ্বৰ ৰণা বুঢ়াৰ বংশধৰ। তেওঁৰ পিতৃৰ নাম উগ্ৰকান্ত চৌধুৰী। উগ্ৰকান্ত চৌধুৰী বিখ্যাত উগ্ৰ ওজা হিচাপে অকল বজালী মহকুমা বা বৰপেটা জিলাতে নহয় অসম আৰু অসমৰ বাহিৰতো পৰিচিত। স্বৰ্গীয় উগ্ৰকান্ত চৌধুৰী আৰু তেওঁৰ পত্নী শ্ৰীযুতা হেমদা চৌধুৰীৰ তিনিগৰাকী পুত্ৰ আৰু চাৰিগৰাকী কন্যা (হংসবল্লভ তেওঁলোকৰ তৃতীয় পুত্ৰ)। বজালীৰ অন্যতম সম্ভ্ৰান্ত পৰিয়াল হিচাপে খ্যাত উগ্ৰকান্ত চৌধুৰীয়ে তিনিগৰাকী পুত্ৰ আৰু চাৰিগৰাকী কন্যাক সুশিক্ষিত কৰি গঢ় দিয়াৰ লগতে তেওঁলোকৰ বিবাহ কাৰ্য আদিও সম্পন্ন কৰি এক আদৰ্শ দাঙি ধৰি গৈছে।

১৯৪৫ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত জন্ম লাভ কৰা হংসবল্লভ চৌধুৰীয়ে খুটাৰগুৱী প্ৰাথমিক বিদ্যালয়ৰ পৰা বৃত্তিসহ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা শেষ কৰি

চৌখুটী হাইস্কুলৰ পৰা ১৯৬৪ খ্ৰীষ্টাব্দত মাধ্যমিক শিক্ষান্ত পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়। ১৯৬৫ খ্ৰীষ্টাব্দত বজালী মহাবিদ্যালয়ৰ পৰা প্ৰাক্ বিশ্ববিদ্যালয়ৰ শেহান্ত পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ একেখন মহাবিদ্যালয়তে অধ্যয়ন কৰি ১৯৬৮ খ্ৰীষ্টাব্দত অৰ্থনীতি বিজ্ঞানত দ্বিতীয় শ্ৰেণী সন্মানসহ স্নাতক ডিগ্ৰী লাভ কৰে। ১৯৭০ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা দ্বিতীয় শ্ৰেণীত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৯১ খ্ৰীষ্টাব্দত ৰিফ্ৰেছাৰ কোৰ্ছৰ বাবে নিৰ্বাচিত হৈ দিল্লীৰ জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ পৰা এবছৰীয়া পাঠ্যক্ৰম সম্পন্ন কৰে। বিশ্ববিদ্যালয় অনুদান আয়োগৰ দ্বাৰা নিৰ্বাচিত হৈ তেওঁ ১৯৯২ খ্ৰীষ্টাব্দত বিহাৰ বিশ্ববিদ্যালয়ৰ একাডেমী ষ্টাফ কলেজৰ পৰা এবছৰীয়া পাঠ্যক্ৰম (বিশেষ) সম্পন্ন কৰে।

মাধ্যমিক, প্ৰাক্ বিশ্ববিদ্যালয়, স্নাতক আৰু স্নাতকোত্তৰ কালছোৱাৰ তেওঁৰ জীৱনৰ উল্লেখনীয় দিশসমূহৰ ভিতৰত এগৰাকী নিপুণ খেলুৱৈ, অভিনয় স্পৃহা, সাহিত্যৰ প্ৰতি আকৰ্ষণ, সমাজ সেৱা, সুতাৰ্কিক আদি বহুধা গুণ। স্কুলীয়া আৰু কলেজীয়া স্তৰৰ যাঠি দলিওৱা, ওজন দলিওৱা, ওখ জাপ আদি বিভিন্ন খেলত তেওঁ প্ৰথম স্থান লাভ কৰাৰ লগতে ভলীবল আৰু ফুটবল খেলত বিশেষ সুখ্যাতি অৰ্জন কৰে। তেওঁৰ নিপুণতাৰ বাবেই বজালী মহাবিদ্যালয়ে আন্তঃ মহাবিদ্যালয় পৰ্যায়ৰ প্ৰতিযোগিতাত ভলীবল আদিত চেম্পিয়নশ্বিপ লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ সেই নিপুণ ক্ৰীড়াধাৰ গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যয়ন কৰা দুবছৰতো অব্যাহত আছিল। যাঠি দলিওৱা খেলত পূৰ্বৰ ৰেকৰ্ড ভংগ কৰাৰ সুখ্যাতিও অৰ্জন কৰিছিল। আনহাতে তেওঁ এগৰাকী সুতাৰ্কিক হিচাবেও বঁটা আদি লাভ কৰিছিল। স্কুলীয়া আৰু কলেজীয়া পৰ্যায়ত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ, জ্যোতিপ্ৰসাদ আগৰৱালা, ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা প্ৰমুখ্যে জাতীয় জীৱনৰ পুৰোধাসকলৰ প্ৰতি তেওঁৰ আছিল অসীম শ্ৰদ্ধা। সিসকলৰ স্মৃতিত অনুষ্ঠান আদি আয়োজনত তেওঁ আগভাগ লৈ সফল হৈছিল। নিজ জন্ম গাঁও বামাখাটা তথা খুটাৰগুৰী অঞ্চলৰ সামাজিক, সাংস্কৃতিক অনুষ্ঠানসমূহৰ লগত তেওঁৰ গঢ়ি উঠিছিল আত্মিক সম্পৰ্ক আৰু খুটাৰগুৰী সেৱক সংঘ, কেন্দুগুৰী বিহু সন্মিলন আদিৰ লগত নিজকে নিবিড়ভাবে জড়িত কৰি অনেক প্ৰকাৰে সেৱা আগবঢ়াই পৰিতৃপ্তি লাভ কৰিছিল। খুটাৰগুৰী নামঘৰৰ লগতে সত্ৰীয়া সংস্কৃতিৰ প্ৰতি তেওঁৰ আছিল অসীম শ্ৰদ্ধা। অসমৰ পৰম্পৰাগত যাত্ৰা গানৰ প্ৰতি অসীম শ্ৰদ্ধা ৰখাৰ উপৰিও তেওঁ অভিনয়তো মনোনিৱেশ কৰি কৃতকাৰ্য হৈছিল। সমাজ সেৱাৰ প্ৰতিটো কৰ্মতে তেওঁ আগভাগ লৈছিল আৰু অনেক প্ৰকাৰে সেৱা আগবঢ়াইছিল। ভাষা-সাহিত্যৰ প্ৰতি অসীম শ্ৰদ্ধা ৰখাৰ উপৰিও তেওঁ সাহিত্য চৰ্চাতো কিছু পৰিমাণে মনোনিৱেশ কৰিছিল। অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ প্ৰতি ছাত্ৰাৱস্থাৰ পৰাই তেওঁৰ আছিল অসীম শ্ৰদ্ধা আৰু সেইসূত্ৰে অসম সাহিত্য সভাৰ ৫৩ তম্ পাঠশালা অধিৱেশনলৈ অনেক প্ৰকাৰে সেৱা আগবঢ়োৱাৰ উপৰিও তেওঁ অসম সাহিত্য সভাৰ আজীৱন সদস্য পদো গ্ৰহণ কৰিছিল। পৰিয়াল মহাপুৰুষ দেৱদামোদৰদেৰ পন্থী হোৱা হেতুকে তেওঁ সদৌ অসম দেৱ দামোদৰ সংঘৰ আজীৱন সদস্য পদো গ্ৰহণ কৰিছিল। অসম নাট্য সন্মিলনৰো তেওঁ আছিল আজীৱন সদস্য। মুঠতে পঢ়া কালৰ প্ৰতিটো স্তৰতে তেওঁ ক্ৰীড়াধাৰ, সমাজ সেৱা তথা জাতীয় জাগৰণ আদি আন্দোলনৰ লগত নিজকে সম্পৃক্ত ৰাখি সন্তোষ লাভ কৰিছিল।

স্নাতকোত্তৰ ডিগ্ৰী পৰীক্ষাৰ পিছত তেওঁ প্ৰায় ছমাহমান বজালী মহাবিদ্যালয়ত শিক্ষকতা কৰাৰ সূত্ৰে শিক্ষক জীৱনৰ পাতনি মেলিছিল। ১৯৭০ খ্ৰীষ্টাব্দৰ ১৯ আগষ্টত তেওঁ বৰপেটাৰোড-হাউলী (বি. এইচ.) কলেজত যোগদান কৰি প্ৰৱক্তাৰ পদ গ্ৰহণ কৰে। সেইসূত্ৰে তেওঁৰ অদম্য কৰ্মপ্ৰেৰণা তথা শক্তিও বামাখাটা-খুটাৰগুৰীৰ তথা বজালীৰ পৰা বৰপেটাৰোডলৈ সম্প্ৰসাৰিত হয়। ১৯৭৬ চনৰ জুন মাহত বৰপেটাৰোডৰ বিশিষ্ট সমাজকৰ্মী ডাঃ কন্দৰ্প কুমাৰ দাস আৰু সৰস্বতী বালা দাসৰ কন্যা চিত্ৰলেখা দাসৰ লগত তেওঁ বিবাহপাশত আবদ্ধ হয়। ডাঃ কন্দৰ্প কুমাৰ দাস যিদৰে সমাজৰ প্ৰতি দায়িত্বশীল ব্যক্তি আছিল ঠিক তেনেদৰে তেওঁৰ পত্নী সৰস্বতী বালা দাসো আছিল বিশিষ্টা সমাজসেৱিকা। তেওঁ স্বামীৰ স্মৃতিত বৰপেটাৰোডৰ একমাত্ৰ নাৰী শিক্ষাৰ অনুষ্ঠান ডাঃ কে. কে. দাস স্মাৰক ছোৱালী হাইস্কুলখন তেওঁৰ দানেৰে স্থাপন কৰে। ক্ৰমাগতভাৱে বৰপেটাৰোডৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত তেওঁৰ মধুৰ সম্পৰ্ক গঢ়ি উঠে আৰু অনেক প্ৰকাৰে অনুষ্ঠান-প্ৰতিষ্ঠানসমূহলৈ সেৱা আগবঢ়ায়। বৰপেটাৰোড কীৰ্ত্তন ঘৰৰ লগত তেওঁ সক্ৰিয়ভাৱে জড়িত আছিল। তেওঁ কীৰ্ত্তন ঘৰ নিৰ্মাণ কমিটিৰ সম্পাদক হৈ থকা কাৰ্যকালছোৱাত কীৰ্ত্তন ঘৰৰ পকী দেৱাল নিৰ্মাণৰ কাম পোন প্ৰথমে আৰম্ভ কৰে। ১৯৭৯ খ্ৰীষ্টাব্দৰ পৰা আৰম্ভ হোৱা আৰু ১৯৮৫ খ্ৰীষ্টাব্দত পৰিসমাপ্তি ঘটা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত তেওঁ সক্ৰিয়ভাৱে অংশ লয়। এইক্ষেত্ৰত তেওঁ বহুবাৰ জেললৈ যাবলগীয়া হয়। সেইসূত্ৰে তেওঁ নিৰ্যাতিত কৰ্মচাৰীৰ অভিনন্দন পত্ৰও লাভ কৰে। ১৯৭১ ৰ পৰা ১৯৮০ খ্ৰীষ্টাব্দলৈ তেওঁ বি. এইচ. কলেজত এন.চি.চি. অফিচাৰৰ দায়িত্ব বহন কৰে আৰু চেকেণ্ড লেফটেনেণ্ট ৰেংক অফিচাৰ পদলৈ উন্নীত হয়। ১৯৮১ ৰ পৰা ১৯৯৯ খ্ৰীষ্টাব্দলৈ বি. এইচ. কলেজৰ পৰীক্ষা পৰিচালনা বোৰ্ডৰ সম্পাদকৰ কাৰ্যনিৰ্বাহ কৰে। ২০০৩ খ্ৰীষ্টাব্দৰ জানুৱাৰীৰ পৰা তেওঁ বি. এইচ. কলেজৰ অৰ্থনীতি বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক পদলৈ উন্নীত হয়। ১৯৮৯ৰ

পৰা ১৯৯৯ খ্ৰীষ্টাব্দলৈ তেওঁ বৰপেটা সমষ্টিৰ শিক্ষক বাছনি সমিতিৰ সম্পাদকৰ পদ গ্ৰহণ কৰে। বৰপেটাৰোডস্থ আঠিয়াবাৰী ৰজতৰাম নিম্ন বুনিয়াদী বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভাপতিৰ পদো অলংকৃত কৰি গৈছে। তেওঁ বৰপেটাৰোড ক্লাবৰ প্ৰতিষ্ঠাপক সদস্যও আছিল। ১৯৯৬ খ্ৰীষ্টাব্দত তেওঁ বৰপেটাৰোডৰ গণেশলাল চৌধুৰী মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সম্পাদক নিৰ্বাচিত হয় আৰু মৃত্যুৰ দিনলৈকে উক্ত পদত থাকি কলেজখনৰ উত্তৰণত অপৰিসীম সেৱা আগবঢ়ায়। বৰপেটাৰোডত অনুষ্ঠিত বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সন্মিলন, অধিৱেশন আদি সফল কৰাত তেওঁ নিষ্ঠা আৰু একাগ্ৰতাৰে সেৱা আগবঢ়াইছিল। বৰপেটাৰোড সাহিত্য সভা, কামৰূপ জিলা সাহিত্য পৰিষদ (পূৰ্বৰ অবিভক্ত কামৰূপ) ৰ বৰপেটাৰোড অধিৱেশন, অসম নাট্য সন্মিলনৰ ৪০ তম্ বৰপেটাৰোড অধিৱেশনলৈ তেওঁ আগবঢ়াই যোৱা সেৱাৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। তেওঁৰ জীৱন আৰু কৰ্ম বৃত্ত সমগ্ৰ বৰপেটাৰোড অঞ্চললৈ সম্প্ৰসাৰিত যেনেদৰে হৈছিল সময়ে সময়ে সিবোৰ বজালী অঞ্চলৰ লগতে বামাখাটা-খুটাৰগুৰী অঞ্চললৈও বিস্তৃত হৈছিল। সেয়ে ২০০৩ খ্ৰীষ্টাব্দৰ ২২ অক্টোবৰত তেওঁৰ অকাল বিয়োগ ঘটাত বৰপেটাৰোড তথা সমগ্ৰ বজালীতে গভীৰ শোকৰ ছাঁ পৰাৰ কথা বাতৰিত উল্লেখ কৰা হৈছিল। একেদৰেই উল্লেখ কৰা হৈছিল পুৰোধা ব্যক্তি, শিক্ষাব্ৰতী, পৰোপকাৰী, সমাজসেৱী, ধৰ্মত বিশ্বাসী গৰাকীৰ অকাল বিয়োগ মানৱ সমাজৰ বাবেই এক অপূৰণীয় ক্ষতিৰ কথা। মহানুভৱ হংসবল্লভ চৌধুৰীৰ অকাল প্ৰয়াণত পত্নী চিত্ৰলেখা চৌধুৰী (ডাঃ কে. কে. দাস স্মাৰক ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী), তিনিগৰাকী পুত্ৰ ক্ৰমে প্ৰাঞ্জলজ্যোতি চৌধুৰী, মৃণালজ্যোতি চৌধুৰী আৰু জীৱনজ্যোতি চৌধুৰীৰ লগতে বজালীৰ এক সম্ৰান্ত লোক স্বৰ্গীয় উগ্ৰকান্ত (উগ্ৰ ওজা) চৌধুৰীৰ বৃহৎ পৰিয়াল-পৰিজন মৰ্মাহত হোৱাতো তেনেই স্বাভাৱিক বুলিয়েই অনুভৱ হয়।

সতীশ চন্দ্ৰ চৌধুৰী

# বৰপেটা জিলা সাহিত্য সভাৰ প্ৰকাশন উপ-সমিতি

(২০০২-২০০৪)

*সভাপতি ঃ*

সতীশ চন্দ্ৰ চৌধুৰী

*প্ৰকাশন সচিব ঃ*

হিতেশ দাস

*সদস্য/সদস্যা ঃ*

ৰণজিৎ ডেকা

গোপাল দাস

ড° বিনীতা দেৱ চৌধুৰী

অনিল ডেকা

ধ্ৰুৱকুমাৰ তালুকদাৰ

টিকেন্দ্ৰজিৎ পাটগিৰি




বৰপেটা জিলা সাহিত্য সভা

# সম্পাদকৰ ক'ৰলগীয়া

বৰপেটা জিলা সাহিত্য সভাই ১৯৯৬ চনতেই যথাক্ৰমে বৰপেটা জিলাৰ কিংবদন্তি আৰু বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ ওপৰত দুখন গ্ৰন্থ প্ৰণয়নৰ আঁচনি গ্ৰহণ কৰিছিল। সেইমৰ্মে "সোণৰ পাহাৰ ৰূপৰ খনি" নামৰ বৰপেটা জিলাৰ কিংবদন্তিৰ ওপৰত যুগুত কৰা গ্ৰন্থখন ১৯৯৭ চনত প্ৰকাশ পাইছিল আমাৰ সম্পাদনাত। দ্বিতীয়খন গ্ৰন্থ "বৰপেটা জিলাৰ লোক-সংস্কৃতি" আৰ্থিক কাৰণত ইমানদিনে প্ৰকাশ পোৱা নাছিল। এইবেলি যেনিবা প্ৰকাশন সচিব শ্ৰীহিতেশ দাসৰ উদ্যম আৰু শ্ৰীযুতা চিত্ৰলেখা চৌধুৰীৰ বদান্যতাত গ্ৰন্থখন প্ৰকাশৰ সুযোগ ওলাল। এইছেগতে শ্ৰীযুতা চৌধুৰীৰ প্ৰতি আন্তৰিক শলাগ জ্ঞাপন কৰিলো।

বৰপেটা জিলা সাহিত্য সভাৰ তদানীন্তন প্ৰকাশন সমিতিৰ সিদ্ধান্ত অনুসৰি যথাক্ৰমে চেনিমাৰী সাহিত্য সভাৰ আহ্বানক্ৰমে ২০/৭/৯৭ তাৰিখে চেনিমাৰীত আৰু বজালীৰ বামাখাটা সাহিত্য সভাৰ আহ্বানক্ৰমে ৩/৮/৯৭ ইং তাৰিখে বামাখাটাত বৰপেটা জিলাৰ লোক-সংস্কৃতি বিষয়ক দুখন আলোচনা-চক্ৰ অনুষ্ঠিত হয়। উক্ত আলোচনা-চক্ৰত পঠিত প্ৰবন্ধ-নিবন্ধসমূহৰ প্ৰায়কেইটিকে স্থান দি লগতে দুটিমান লেখা সন্নিবিষ্ট কৰি বৰপেটা জিলাৰ লোক-সংস্কৃতি বিষয়ক এই গ্ৰন্থখন যুগুত কৰি উলিওৱা হৈছে।

বৰপেটা জিলাৰ লোক-সংস্কৃতি বুলিলে বিষয়-বস্তু বৰ ব্যাপক আৰু বৈচিত্ৰ্যপূৰ্ণ। বাস্তৱিকতে একেখন গ্ৰন্থৰ কুক্ষিত গোটেইবোৰ সামৰা সম্ভৱপৰ নহয়। এই গ্ৰন্থত মাথোন কেইটিমান দিশহে সামৰা হৈছে আৰু এই দিশসমূহৰ ওপৰত আলোকপাতো যে পূৰ্ণাংগ ৰূপত কৰা হৈছে সেয়াও নহয়। তথাপি পঢ়ুৱৈসমাজে জিলাখনৰ লোক-সংস্কৃতিৰ ভালেকেইটি দিশ সম্পৰ্কে এই গ্ৰন্থযোগে অন্ততঃ আভাস অথবা থুলমূল পৰিচয় একোটি পাব আৰু কোনো কোনো বিষয়ে সম্যক ধাৰণা একোটি পাব বুলি আমাৰ বিশ্বাস। স্বাভাৱিকতেই লেখক-লেখিকাসকলে নিজৰ অধ্যয়ন-অনুসন্ধিৎসা, বিচাৰবোধ, দৃষ্টিভংগী আৰু অভিজ্ঞতাৰ আলমতেই লেখাবোৰ যুগুতাইছে। এই সন্দৰ্ভত লেখক-লেখিকাসকলৰ স্বাধীনতাত আমি হস্তক্ষেপ কৰা নাই। অ'ত ত'ত প্ৰয়োজন সাপেক্ষে আমি হাত বুলনি লগাইছো। ভৱিষ্যতে বৰপেটা জিলা সাহিত্য সভাই জিলাখনৰ লোক-সংস্কৃতি সম্পৰ্কে অন্যান্য দিশসমূহ সামৰি এই গ্ৰন্থৰ পৰৱৰ্তী খণ্ড এটি অথবা প্ৰয়োজন সাপেক্ষে দুটি উলিয়াব বুলি আমি আশা কৰিলো।

সমূহ লেখক-লেখিকালৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। গ্ৰন্থখনৰ সম্পাদনাত ৰ'ব পৰা ত্ৰুটী-বিচ্যুতিৰ নিমিত্তে মাৰ্জনা বিচাৰিলো।

আৰ্হি কাকত চাই আৰু অন্যান্য প্ৰকাৰে সহায়-সহযোগিতা কৰাৰ নিমিত্তে শুভজ্যোতি দাস, অজিত দাস, ৰঞ্জন দাস, কমললোচন দাস, প্ৰিয়ৰঞ্জন দাস আৰু নিৰুপমা মিশ্ৰলৈ শলাগ ললো। গ্ৰন্থখনে সুধী মণ্ডলী আৰু পঢ়ুৱৈ সমাজৰ সমাদৰ পালে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব। বৰপেটা জিলা সংগ্ৰহালয়ত সংৰক্ষিত কেইপদমান সামগ্ৰীৰ আলোকচিত্ৰ তুলি দি সহায় কৰাৰ বাবে বৰ্ষাশ্ৰী ষ্টুডিঅ'ৰ স্বত্বাধিকাৰী শ্ৰীদ্বিজেন দাসলৈ কৃতজ্ঞতা জনালোঁ। ইতি —

**অক্ষয় কুমাৰ মিশ্ৰ**
সম্পাদক
১৭/১/০৫

# প্ৰকাশন সচিবৰ একাষাৰ

লোক-সংস্কৃতি বা লোক-বিদ্যাক সমাজ-জীৱনৰ মুকুট বুলি কোৱা হৈছে। ইয়াক আমি ইংৰাজীত 'Folklore' বুলি কওঁ। হেৰ'ল্ড থম্‌ছনে কৈছে "The study of Folklore is an opportunity to meet our grandfather."

সমাজ জীৱনৰ বিভিন্ন সংযুতিসমূহৰ সুখ-দুখ, আনন্দ-বেদনা, হাঁহি-কান্দোন, অভাৱ-অভিযোগ, বিৰহ-মিলন, অৰ্থনৈতিক দুৰৱস্থা, ৰাজনৈতিক অস্থিৰতা, শাসন-শোষণ আদিয়ে বাংময় ৰূপ লাভ কৰে লোকবিদ্যাৰ সংযোগত। (উৎস ঃ ড° নবীন চন্দ্ৰ শৰ্মা) লোক-সংস্কৃতি পুৰুষানুক্ৰমে মৌখিক ৰূপত চলি অহা ধৰ্মীয় বিশ্বাস, সাজপাৰ, গীত-মাত, কৰ্ম-পদ্ধতি, উৎসৱ-পাৰ্বণ, পূজা-পাতল, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদি মানৱ সমাজত প্ৰচলিত সামাজিক উপাদান, বৈশিষ্ট্য আদিৰ সমাহাৰ।

লোক-কলা কৃষ্টিবোৰ প্ৰধানকৈ ধৰ্মীয় লোক-বিশ্বাস, কৃষি সম্পৰ্কীয় লোক-বিশ্বাস, প্ৰকৃতি পূজা, বাদ্য-যন্ত্ৰ, খোৱা-বোৱা, গালি-শপনি আদিৰ মাজেৰে সৃষ্টি হৈছিল। (উৎস ঃ বিৰিঞ্চ কুমাৰ বৰুৱা)

আমি সকলোৱে জানো যে ভাৰতীয় সংস্কৃতি প্ৰধানত ধৰ্মীয় আৰু কৃষিমূলক। গতিকে কোৱা বাহুল্য যে অসমৰ কৃষ্টি-সংস্কৃতিৰো মূল আধাৰ ধৰ্ম আৰু কৃষি।

অসমৰ প্ৰায় সকলো জাতি-জনজাতিৰে কৃষ্টি-সংস্কৃতি কৃষি আৰু ধৰ্মীয় বিশ্বাসৰ মাজেৰে গঢ় লৈ উঠিলেও অথবা ইয়াৰ মাজত যথেষ্ট পৰিমাণে সাদৃশ্য থাকিলেও অঞ্চল বিশেষে এই সংস্কৃতিৰ ৰূপ-ৰস-বৰ্ণৰ কিছু পাৰ্থক্য দেখা যায়। বৰপেটা জিলাৰ সংস্কৃতিও ইয়াৰ ব্যতিক্ৰম নহয়। বৰনগৰ, বৰপেটা, বজালী, সৰুক্ষেত্ৰী এই প্ৰতিটো অঞ্চলৰ কৃষ্টি-সংস্কৃতি, সমাজ জীৱনৰ মাজত সামান্যতম হ'লেও প্ৰভেদ আছে। কিন্তু ইয়াক আমি লক্ষ্য কৰিলেই বুজিব পাৰো যে ই যেন বিভিন্ন ফুলেৰে গুঠা একেডালি ফুলৰ মালা।

পৃথিবীৰ প্ৰতিটো জাতি-জনজাতিয়ে, প্ৰতিখন সমাজে স্বকীয় বৈশিষ্ট্য-ঐতিহ্যৰ মাজেৰে নিজস্ব সাংস্কৃতিক পৰিচয় বহন কৰিবলৈ প্ৰয়াস কৰে। কাৰণ একো একোটা জাতি বা জনজাতিৰ কৃষ্টি-সংস্কৃতিয়ে তেওঁলোকৰ সভ্যতাৰ মান মৰ্যাদা ৰক্ষা কৰে। স্বকীয় সংস্কৃতি অবিহনে একোটা জাতি বা জনজাতিক সভ্য আখ্যা দিবলৈ টান।

বৰপেটা জিলাৰ বৰনগৰ, বৰপেটা, বজালী, সৰুক্ষেত্ৰী, বাঘবৰ আদি বৃহৎ অঞ্চলসমূহৰ স্বকীয় ঐতিহ্যৰে মহিমামণ্ডিত সংস্কৃতিক মানৱীয় উপলব্ধিৰে হৃদয়ংগম কৰি জনসমাজত মুকলিকৈ দাঙি ধৰাৰ প্ৰয়াসেৰে এই গ্ৰন্থখনি প্ৰকাশৰ কাম হাতত লোৱা হৈছে।

ইয়াত ভুল-ক্ৰটী কিবা অজানিতে ৰৈ গ'লে আপোনাসবে সজ পৰামৰ্শৰে আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম।

সাহিত্যপ্ৰেমী তথা শুভাকাঙ্খীৰ আশীৰ্বাদ শিৰত লৈ কিছু প্ৰতিশ্ৰুতি আৰু আশাৰে বৰপেটা জিলা সাহিত্য সভাৰ প্ৰকাশন সচিবৰ গধুৰ দায়িত্ব মূৰপাতি লৈছিলো। আমাৰ কাৰ্য্যকালছোৱাত গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত নতুন নতুন আঁচনি গ্ৰহণ কৰা হৈছিল যদিও পূৰ্বে গ্ৰহণ কৰা আঁচনিসমূহৰ সফল ৰূপ দিয়াৰ ওপৰতহে সৰ্বাধিক গুৰুত্ব দিয়া হয়।

বৰপেটা জিলা সাহিত্য সভাৰ আৰ্থিক দিশ টনকিয়াল নহয়। আঁচনি অনুযায়ী কামবোৰ সম্পূৰ্ণ কৰাত কিছু সমস্যাই দেখা দিয়ে। ১৯৯৭-৯৮ চনত অনিল ডেকা বৰপেটা জিলা সাহিত্য সভাৰ সম্পাদকৰ দায়িত্বত থকা সময়ছোৱাত লোক-সংস্কৃতি বিষয়ক আলোচনা-চক্ৰ অনুষ্ঠিত কৰি এই গ্ৰন্থখন প্ৰকাশ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। যি কি নহওক, এইবাৰৰ প্ৰকাশন উপ-সমিতিয়ে প্ৰতিশ্ৰুতি দিয়া মতে আমি আমাৰ কাৰ্য্যকালছোৱাত "বৰপেটা জিলাৰ লোক-সংস্কৃতি" নামৰ গ্ৰন্থখন পঢ়ুৱৈৰ হাতত তুলি দিব পাৰি কৃতাৰ্থ হৈছো।

বৰপেটাৰোড চহৰৰ বিশিষ্ট সমাজকৰ্মী, শিক্ষাবিদ প্ৰয়াত হংসবল্লভ চৌধুৰীৰ পত্নী শ্ৰীচিত্ৰলেখা চৌধুৰীয়ে এনেকুৱা বৃহৎ কলেবৰৰ গ্ৰন্থ এখন ছপোৱাৰ সমুদায় খৰচ বহন কৰি জাতীয় জীৱনলৈ যি অৱদান আগবঢ়ালে তাৰ বাবে স্বৰ্গীয় চৌধুৰীৰ পত্নী তথা পৰিয়ালবৰ্গক আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো।

আধুনিক যুগৰ প্ৰতিযোগিতাৰ মাজত সাম্প্ৰতিক জনমানসত ক্ৰমাৎ হেৰাই যাবলৈ ধৰা বৰপেটা জিলাৰ পৰম্পৰা সংৰক্ষণ আৰু

অধ্যয়নৰ উদ্দেশ্য আগত ৰাখিয়েই পুথিখন প্ৰকাশ কৰা হৈছে। পঢুৱৈ সমাজৰ সমাদৰ পালে আমাৰ কষ্ট সাৰ্থক হোৱা বুলি ভাবিম। ভৱিষ্যতে গ্ৰন্থখনৰ পৰৱৰ্তী খণ্ডসমূহ প্ৰকাশ হ'লেহে জিলাখনৰ লোক-সংস্কৃতিৰ এখন পূৰ্ণাংগ প্ৰতিচ্ছবি প্ৰতিফলিত হ'ব বুলি আশা ৰাখিলোঁ।

গ্ৰন্থখন প্ৰকাশ কৰি উলিওৱাত বৰপেটাৰ পূৰ্বশ্ৰী অফচেট প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী, ছপাশালৰ কম্পিউটাৰ অপাৰেটৰ ক্ৰমে শ্ৰীহিতেশ শৰ্মা, শ্ৰীকৃষ্ণকান্ত পাঠক, অৰিয়েণ্টাল বুক বাইণ্ডিঙৰ কৰ্মচাৰীসকলৰ সহযোগিতা চিৰদিনলৈ মনত থাকিব।

লগতে মোৰ বন্ধু তথা প্ৰকাশন উপ-সমিতিৰ সদস্য শিল্পী ধ্ৰুৱকুমাৰ তালুকদাৰে বেটুপাতটো কৰি দিয়াৰ কাৰণে তেখেতৰ শলাগ লৈছো।

শেষত, পুথিখন প্ৰকাশ কৰি উলিওৱাত আৰম্ভণিৰ পৰা শেষলৈকে বিশেষভাৱে দিহা-পৰামৰ্শ আগবঢ়োৱা বাবে প্ৰকাশন উপ-সমিতিৰ সভাপতি শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী আৰু সমূহ সদস্য/সদস্যাক মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

"চিৰ চেনেহী মোৰ ভাষা জননী।"

**হিতেশ দাস**
প্ৰকাশন সচিব
বৰপেটা জিলা সাহিত্য সভা

বৰপেটা
তাং ঃ ৭/১/২০০৫ ইং

# বৰপেটা জিলাৰ লোক-সংস্কৃতি গ্ৰন্থ প্ৰসংগত

সংস্কৃতিৰ পৰিসৰ ব্যাপক বুলি আখ্যা দি গৱেষক পণ্ডিতসকলে ইয়াক অভিজাত সংস্কৃতি, লোক-সংস্কৃতি আৰু জনজাতীয় সংস্কৃতি এই তিনি ভাগত বিভক্ত কৰিছে। প্ৰথম দুটাক সংস্কৃতিৰ উপ-সংযুতি আখ্যাও দিয়া হৈছে। অভিজাত সংস্কৃতি আৰু লোক-সংস্কৃতি পৰস্পৰে পৰস্পৰৰ পৰিপূৰক বুলিও কোৱা হৈছে। লোক-সংস্কৃতিৰ উদ্ভৱ আৰু বিকাশৰ পটভূমি লোক-সমাজ। লোক-সংস্কৃতিৰ বিষয়ে অধ্যয়ন কৰিবলৈ হ'লে ঐতিহাসিক, ভৌগলিক, নৃতাত্ত্বিক, সামাজিক, ভাষাতাত্ত্বিক আদি দিশসমূহৰ ওপৰত গভীৰ জ্ঞান থকা উচিত। পুৰণি কামৰূপক অসমীয়া লোক-সংস্কৃতিৰ এক সমৃদ্ধ ভঁৰাল বুলি কোৱা হৈছে আৰু ই অসমীয়া লোক-সংস্কৃতিক প্ৰভুতভাৱে অৱদান দি আহিছে বুলি পণ্ডিতসকলে মন্তব্য কৰি আহিছে। পুৰণি কামৰূপ জিলাৰ বৰপেটা মহকুমা পিছলৈ বৰপেটা জিলা হিচাবে পৰিগণিত হৈছে। বৰপেটা জিলাকো অসমীয়া লোক-সংস্কৃতিৰ এক উৰ্বৰ ভঁৰাল বুলি ক'ব পাৰি। জিলাখনৰ অঞ্চলে অঞ্চলে অনেক লোক-সংস্কৃতি পৰম্পৰাগতভাৱে সমৃদ্ধ হৈ আহিছে। সেইসমূহৰ অধ্যয়ন আৰু চৰ্চা সঞ্চালনিকৈ হৈ আহিছে যদিও সি পূৰ্ণাংগ ৰূপ পোৱা বুলি ক'ব নোৱাৰি। বিজ্ঞানসন্মত ভাৱে অধ্যয়ন আৰু গৱেষণা হ'লে ই অসমীয়া লোক-সংস্কৃতিলৈ প্ৰভুত বৰঙণি আগবঢ়াব পাৰে বুলি আশা কৰিব পাৰি। এনেবোৰ দিশৰ প্ৰতি আগ্ৰহান্বিত লোকৰ অভাৱ ঘটাৰ লগতে চিন্তা-চৰ্চাও ক্ৰমে হ্ৰাস পাবলৈ ধৰিছে। ব্যৱহাৰৰ অবিহনে শব্দৰ মৃত্যু ঘটাৰ দৰে চিন্তা-চৰ্চা আৰু তথ্য সংগ্ৰহৰ আদিৰ অভাৱত লোক-সংস্কৃতিৰ পৰম্পৰাৰ স্বৰূপ আদি ক্ৰমাগতভাৱে লোপ পোৱাই স্বাভাৱিক। এনে এক প্ৰেক্ষাপটত লোকভাষা-সংস্কৃতিৰ গৱেষকসকলে উপযুক্ত পদক্ষেপ গ্ৰহণ কৰা উচিত বুলি আমাৰ ধাৰণা হয়। হেৰাই যাব ধৰা বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ বিষয়ে আলোচনা তথা অধ্যয়নৰ পথ বৰপেটা জিলা সাহিত্য

সভাই মুকলি কৰাই নহয় জিলাখনৰ লোক-সংস্কৃতিক সামৰি গ্ৰন্থ প্ৰণয়ন কৰি এক অভিলাষী কাৰ্য সম্পাদন কৰা বুলি আমাৰ ধাৰণা হয়। 'বৰপেটা জিলাৰ লোক-সংস্কৃতি' গ্ৰন্থ জিলা সাহিত্য সভাৰ সেই অভিলাষী কাৰ্য বা আঁচনিৰ এই সফল প্ৰয়াস হিচাবে পৰিগণিত হৈছে। জিলা সাহিত্য সভাৰ এই সজ আঁচনিয়ে সম্প্ৰসাৰণ লাভ কৰিলে আৰু অসম সাহিত্য সভাৰ আন আন জিলা সাহিত্য সভাসমূহেও এনে আঁচনিৰ প্ৰতি আগ্ৰহ তথা সঁহাৰি জনালে ই অসমৰ লোক-সংস্কৃতি তথা সাহিত্যলৈ অভুতপূৰ্ব অৱদান আগবঢ়াব বুলি নিসন্দেহে আশা কৰিব পাৰি।

"চিৰ চেনেহী মোৰ ভাষা জননী"

পাঠশালা
৩০ জানুৱাৰী, ০৫ খ্ৰীঃ

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
সভাপতি
বৰপেটা জিলা সাহিত্য সভা

# প্ৰকাশকৰ নিবেদন

'বৰপেটা জিলাৰ লোক-সংস্কৃতি' বৰপেটা জিলাৰ ভৌগলিক পৰিমণ্ডলৰ ভিতৰত বাস কৰা জনসাধাৰণৰ কৃষ্টি আৰু সভ্যতাৰ এক দাপোণ স্বৰূপ হ'ব বুলি আমাৰ প্ৰবল প্ৰয়াস। আমাৰ জাতিৰ আদিম অৱস্থাৰ পৰা সভ্যন্তৰলৈকে আঁত নিছিগাকৈ চলি অহা জনশ্ৰুতিয়েই লোক সাহিত্যৰূপে চিহ্নিত। লোক সাহিত্যসমূহ গদ্য আৰু গীতৰূপে যুগে যুগে সমাজৰ মুখে মুখে সৃষ্ট আৰু সংৰক্ষিত হৈ আহিছে। ধৰ্ম-অনুষ্ঠান, পূজা-পাতল, লোক বিশ্বাস, নিয়ম-কানুন, সাধু-উপাখ্যান, প্ৰকৃতিৰ ব্যাখ্যা, নৃত্য-নাট্য, অভিনয়, ক্ৰিয়া, কৌতুক, পুৰাতত্ব আদিৰ সমাহাৰেৰে লোক-সংস্কৃতি সম্পূৰ্ণ। লোক-সংস্কৃতি পৰম্পৰাগতভাৱে চলি অহা লোক-বিজ্ঞান। এটা জাতিয়ে যুগ যুগ ধৰি যি অভিজ্ঞতা লাভ কৰিলে, যি যি কথা শিকিলে আৰু চৰ্চা কৰিলে ইয়াৰ সঞ্চয় ভাণ্ডাৰ হ'ল লোক-বিশ্বাস আৰু লোক সাহিত্য যাৰ মাজত জাতিৰ মনোজগত আৰু জীৱন-যাপনৰ আদৰ্শৰ পৰিচয় পোৱা যায়। জাতীয় চৰিত্ৰ বিশ্লেষণ কৰিবলৈ হ'লে জাতিৰ অলিখিত সাংস্কৃতিক তথ্যসমূহ সংগ্ৰহ কৰাতো অতীব প্ৰয়োজন। এনে প্ৰচেষ্টা আগত ৰাখিয়ে বৰপেটা জিলা সাহিত্য সভাই ১৯৯৭ বৰ্ষৰ সভাপতি সম্পাদক ক্ৰমে হোমেশ্বৰ দেৱ শৰ্মা আৰু অনিল ডেকাৰ প্ৰচেষ্টাত 'বৰপেটা জিলাৰ লোক-সংস্কৃতি' শীৰ্ষক গ্ৰন্থ প্ৰণয়নৰ অহোপুৰুষাৰ্থ কৰে। ১৯৯৭ চনৰ ২০ জুলাই তাৰিখ আৰু ৩ আগষ্ট তাৰিখে জিলা সাহিত্য সভাৰ উদ্যোগত ক্ৰমে চেনীমাৰী সাহিত্য সভা আৰু বামাখাটা সাহিত্য সভাৰ সহযোগত বৰপেটা জিলাৰ লোক-সংস্কৃতি শীৰ্ষক আলোচনা-চক্ৰ অনুষ্ঠিত কৰি লোক-সংস্কৃতি বিষয়ক প্ৰবন্ধ সংগ্ৰহ কৰি তেতিয়াৰ জিলা সাহিত্য সভাৰ প্ৰকাশন সচিব অক্ষয় কুমাৰ মিশ্ৰক সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰা হয়। জিলা সাহিত্য সভাৰ অৰ্থনৈতিক দিশৰ অসুবিধাহেতু 'বৰপেটা জিলাৰ লোক-সংস্কৃতি' গ্ৰন্থখন প্ৰকাশ পোৱা নাছিল। আমাৰ কাৰ্য্যকালৰ (২০০৩-০৫) মাননীয় সভাপতি সতীশ চন্দ্ৰ চৌধুৰী আৰু প্ৰকাশন

সচিব হিতেশ দাসৰ বিশেষ তৎপৰতাত 'বৰপেটা জিলাৰ লোক-সংস্কৃতি' নামৰ গ্ৰন্থখনৰ প্ৰকাশ সম্ভৱ হ'ল। 'বজালী'ৰ সুসন্তান বিশিষ্ট সমাজকৰ্মী, অভিনেতা, খেলুৱৈ, বি. এইচ. কলেজ (হাউলী)ৰ অৰ্থনীতি বিভাগৰ বিভাগীয় প্ৰধান প্ৰয়াত হংসবল্লভ চৌধুৰীৰ সোঁৱৰণত তেখেতৰ সহধৰ্মিণী চিত্ৰলেখা চৌধুৰীৰ অৰ্থসাহায্যত অক্ষয় কুমাৰ মিশ্ৰৰ সম্পাদিত এই গ্ৰন্থ পাঠক সমাজৰ হাতত তুলি দিবলৈ পাই আমি লাভ কৰিছো সুবিমল সন্তোষ।

এই চেগতে এই গ্ৰন্থখনৰ লেখক-লেখিকা, সম্পাদক অক্ষয় কুমাৰ মিশ্ৰৰ লগতে চিত্ৰলেখা চৌধুৰী, জিলা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক অনিল ডেকা, প্ৰকাশন সচিব হিতেশ দাস, জিলা সাহিত্য সভাৰ সভাপতি সতীশ চন্দ্ৰ চৌধুৰীক কৃতজ্ঞতা জ্ঞাপন কৰিলো। পাঠক সমাজে গ্ৰন্থখন আদৰি ললে আমি কৃতাৰ্থ হ'ম।

**ৰণজিৎ ডেকা**
সম্পাদক
বৰপেটা জিলা সাহিত্য সভা
১ জানুৱাৰী, ২০০৫।

## *এই সংকলনত আছে...*



# বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ ৰূপৰেখা

❑ চিত্তৰঞ্জন চৌধুৰী

সংস্কৃতি পৰিবৰ্তনশীল আৰু প্ৰৱাহমান। কোনো এটা জাতিৰ সংস্কৃতি বুলিলে, সেই জাতিৰ ধৰ্ম, আচাৰ-নীতি, সাহিত্য, উৎসৱ-পৰ্ব, মাত-কথা, কাপোৰ-কানি, আ-অলংকাৰ, খেতি-বাতি, ব্যৱসায়-বাণিজ্য, কুটিৰ শিল্প, ঘৰ-দুৱাৰ, দৈনন্দিন জীৱনৰ আচৰণ, সামাজিক জীৱনৰ আচৰণ, বিবিধ বিশ্বাস আদিকে বুজায়। যি জাতিৰ সংস্কৃতি যিমান মাৰ্জিত আৰু পৰিশীলিত, সেই জাতি সিমান সভ্য। কোনো জাতিৰ নিজ বৈশিষ্ট্য প্ৰকাশ পায়, সেই জাতিৰ সংস্কৃতিৰ জৰিয়তেহে। কিন্তু সংস্কৃতি সদায় গতিশীল। সময়ৰ লগে লগে সংস্কৃতিৰ ৰূপ সলনি হয়। বিভিন্ন সভ্যতাৰ সংমিশ্ৰণ আৰু বিভিন্ন জনৰ জীৱন ধাৰণৰ ভাৱভংগী আদিৰ আদান-প্ৰদানৰ ফলতো সংস্কৃতিৰ ৰূপৰ পৰিবৰ্তন হয়। অৰ্থনৈতিক আৰু নানা সামাজিক-ৰাজনৈতিক কাৰণতো সংস্কৃতিৰ ৰূপৰ পৰিবৰ্তন ঘটে। সময়ৰ গতিত পুৰণি সভ্যতা-সংস্কৃতিৰ বিলোপ ঘটে — আকৌ নতুন নতুন সংস্কৃতিয়ে গঢ় লয়। তথাপি যিকোনো জাতিৰ একো একোটা চকুত পৰা সংস্কৃতি থাকে, যাৰ ফলত সেই জাতিৰ পৰিচয় পোৱা যায় সেই জাতিৰ সংস্কৃতিৰ জৰিয়তে।

সংস্কৃতিৰ দুটা বহল ৰূপ — সাধু সংস্কৃতি আৰু লোক-সংস্কৃতি। কিন্তু দুয়োটাই প্ৰৱাহশীল আৰু এটা আনটোৰ পৰিপূৰক। যি সংস্কৃতি মাৰ্জিত আৰু এটা নিৰ্দিষ্ট পৰিশীলিত ৰূপৰ মাজেৰে প্ৰকাশিত হয়, সিয়ে সাধু সংস্কৃতি। যি স্বাভাৱিক, স্বতঃস্ফুৰ্ত, সৰ্বসাধাৰণ লোকৰ সভ্যতাৰ প্ৰকাশ, সিয়ে লোক-সংস্কৃতি। কিন্তু পৰিশীলিত লোক-সংস্কৃতিও ক্ৰমাৎ সাধু-সংস্কৃতিলৈ পৰিবৰ্তিত হয়, আনহাতে সাধু-সংস্কৃতিও পৰিশীলনৰ অভাৱত লোক-সংস্কৃতিলৈ গতি কৰে। আচলতে সংস্কৃতিৰ কোনো এটা স্থায়ী ৰূপ নাই। সময়ৰ গতিত ই ৰূপান্তৰিত হয়। অসমৰ সাধু-সংস্কৃতিয়েই হওক বা লোক-সংস্কৃতিয়ে হওক, ই গতিশীল অৱস্থাত থাকে। তথাপি অসমৰ সংস্কৃতিৰ প্ৰকাশিত

এইসকল গুৰু আৰু ধৰ্মাচাৰ্য্যৰ আদৰ্শৰ প্ৰভাৱ প্ৰত্যক্ষভাৱে পৰিছে বৰপেটা জিলাত। পূৰ্ব প্ৰচলিত লোক-সংস্কৃতিয়ে যিদৰে বৈষ্ণৱ সংস্কৃতিৰ ওপৰত প্ৰভাৱ পেলাইছে, সেইদৰে বৈষ্ণৱ সংস্কৃতিৰ প্ৰভাৱো লোক-সংস্কৃতিৰ ওপৰত গভীৰভাৱে পৰিছে। আচলতে বৰপেটা জিলাৰ লোক-সংস্কৃতি ধৰ্মীয় সংস্কৃতিৰ ছত্ৰ-ছায়াতে গঢ় লৈ উঠিছে। যিকোনো উৎসৱ-পৰ্ব, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদিৰ ওপৰত গভীৰ ধৰ্মীয় প্ৰভাৱ লক্ষণীয়। সেয়েহে ক'ব পাৰি বৰপেটা জিলাৰ সংস্কৃতি বৈষ্ণৱ ধৰ্ম আৰু লোক বিশ্বাসৰ মাজত গঢ় লৈ উঠা সংস্কৃতি। অৱশ্যে বৰপেটা জিলাত বৈষ্ণৱ আদৰ্শৰ বাহিৰেও শাক্ত, শৈৱ আৰু নানা ধৰণৰ লৌকিক ধৰ্মীয় আদৰ্শত চলা লোকৰ সংখ্যাও কম নহয়, হ'লেও এইসকলৰ ওপৰতো শংকৰ-মাধৱৰ আদৰ্শৰ প্ৰভাৱ অতি শক্তিশালী।

সমন্বয়ৰ মাজত গঢ়ি উঠা বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ বিষয়ে এটি চমু আভাস তলত দাঙি ধৰা হ'ল।

বৰপেটা জিলাৰ অধিবাসীসকল মুখ্যতঃ কৃষিজীৱি। আনসকলে সৰু-সুৰা ব্যৱসায়, উদ্যোগ আৰু চাকৰি-বাকৰি কৰি জীৱন নিৰ্বাহ কৰে। কৃষিজীৱিৰ জীৱন ধাৰণ সহজ-সৰল আৰু প্ৰকৃতি নিৰ্ভৰশীল, বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ বিৱৰণ দিওতে এই কথা লক্ষ্য কৰিব লাগিব যে এই সংস্কৃতি পূৰ্ব প্ৰচলিত সংস্কৃতিহে। বৰ্তমান দ্ৰুত গতিত সংস্কৃতিৰ পৰিবৰ্তন হ'ব লাগিছে। কেতিয়াবা অপসংস্কৃতিয়ে মূল সংস্কৃতিৰ ওপৰত কুঠাৰাঘাত কৰিছে। নগৰীয়া সংস্কৃতিত অপসংস্কৃতিয়ে বৰপীৰা পাৰি বহিছে। গাঁও অঞ্চললৈও ইয়াৰ প্ৰভাৱ বিয়পিব লাগিছে। আমাৰ আলোচনাত মুখ্যতঃ গাঁওলীয়া লোক-সংস্কৃতিয়েহে মুখ্য স্থান পাব।

*গৃহ নিৰ্মাণ ঃ*

ইংৰাজসকল অসমলৈ অহাৰ আগতে অসমৰ ঘৰ-দুৱাৰ থলুৱা বা স্থানীয় সা-সৰঞ্জামেৰে নিৰ্মিত হৈছিল। ঘৰৰ ছাল খেৰেৰে ছাউনি কৰিছিল। বৰ্তমান সময়ত গাঁও বা নগৰত টিনপাত বা কংক্ৰিটে খেৰৰ ঠাই দখল কৰিবলৈ লৈছে।

উজনি অসমৰ গৃহ নিৰ্মাণ প্ৰণালী নামনি অসমৰ গৃহ-নিৰ্মাণৰ লগত নিমিলে। 'In Western Assam the residential house complex was different from that of Eastern Assam. Here houses were built and are still being built in the square or rectangular plan keeping the inner courtyard in the centre. Small houses built around the inner courtyard were used for different homely purposes. Such as sleeping, cooking, dinning, sitting etc. The house building materials were same as those of eastern and central Assam. Walls were plustered with mud. * (Dr. S. N. Sarma, A Socio-Economic and Cultural History of Medieval Assam, p.197)



বৰপেটা অঞ্চলৰ সম্ভ্ৰান্ত পৰিয়ালৰ চৌহদক হাউলী বোলা হৈছিল। ঘৰৰ সন্মুখত থাকে পদূলি। পদূলিমুখ অতিক্ৰম কৰি পোৱা যায় চ'ৰাঘৰ। চ'ৰাঘৰৰ কাষৰ সন্মুখত থাকে গোহালি ঘৰ। চ'ৰাঘৰৰ পিচফালে বৰঘৰ, দুয়োফালে বান্ধনিঘৰ, ঢেঁকীশাল আদিৰ ঘৰ। মাজত বৃহৎ চোতাল। মূল ঘৰটো চাৰিচালিয়া। ই আসাম টাইপৰ ঘৰ নামে জনাজাত। ঘৰৰ বেৰবোৰ ইকৰাৰ। ঘৰৰ বেৰবোৰ লেপা হয় গোবৰ মাটিৰ সংমিশ্ৰণেৰে। ঘৰৰ মূল খুটাবোৰ শাল কাঠৰ। সাধাৰণ মানুহৰ ঘৰবোৰৰ খুটা ভলুকা বাঁহৰ। বাঁহ, বেত, খেৰ আৰু ইকৰাই হ'ল ঘৰ বন্ধাৰ মূল সঁজুলি। অসমীয়া মানুহৰ ঘৰ-দুৱাৰৰ আৰ্হিত ফুটি উঠে এক নিপুণ কলাসুলভ গম্ভীৰ ৰূপ। অতি দুখীয়া লোকৰ ঘৰৰ চৌহদবোৰো পৰিস্কাৰ-পৰিচ্ছন্ন। বৰপেটা অঞ্চলৰ অসমীয়া মানুহৰ ঘৰৰ এক নিজস্ব বৈশিষ্ট্য আছে। কিন্তু আজিকালি অসমীয়া ঘৰৰ আৰ্হিৰ সলনি হৈ এক বিজতৰীয়া ৰূপ পাইছে।

*গৃহ সৰঞ্জাম ঃ*

প্ৰতিঘৰ অসমীয়া গৃহস্থৰ একোটাকৈ ঢেঁকী থাকে। ঢেঁকীবোৰ ধান বন্ধা, পিঠাগুৰি, সান্দহ আদি খুন্দা কামত ব্যৱহাৰ হয়। কোনো কোনো ঘৰত অৱশ্যে ঢেঁকীৰ সলনি উৰাল থাকে। উৰাল-গায়ন বাঢ়ৈ শিল্পৰ নিপুণ নিদৰ্শন।

পুৰণি গ্ৰীক মহিলা আৰু অসমীয়া মহিলাই তাঁত শালত কাপোৰ বোৱা কামটো গৌৰৱৰ কাম বুলি ভাবিছিল। আজি কিছু দিনলৈকে অসমীয়া লোক মাত্ৰৰেই ঘৰখনৰ শোভা বৃদ্ধি কৰি আছিল তাঁতশাল

খনে। সকলো অসমীয়া তিৰোতাই কাপোৰ বোৱা কামত নিপুণ আছিল। তাঁত শালৰ লগত জড়িত মাকো, ৰাহ, পুতল, নাঁচনি, যঁতৰ, গাড়ী, ব, গৰকা আদি বিবিধ বয়-বস্তুই অসমীয়া সংস্কৃতিৰ ভঁৰাল চহকী কৰাৰ লগতে অসমীয়া শব্দ সম্ভাৰো চহকী কৰিছে। অসমীয়া লোকে তাঁতশালখনক পবিত্ৰ জ্ঞান কৰে। বাটি কৰা, ব তোলা, ফুল বচা, চালোৱা, বিন্ধোৱা আদি তাঁতশালৰ কামবোৰত অসমীয়া তিৰোতাৰ কামিলা স্বভাৱ প্ৰকাশ পোৱাৰ লগতে মহিলাসকলৰ মাজত মিলা-প্ৰীতি আৰু সমন্বয় স্থাপন হোৱা দেখা যায়। চালোৱা, বাটি কৰা আদি কামত ওচৰ-চুবুৰীয়া তিৰোতাই সহায় আগবঢ়ায়। তাঁত শালত কেৱল কাপোৰে যে বোৱে এনে নহয়, ই অসমীয়া জাতিৰ সভ্যতাৰো প্ৰতীক। তাঁত শালক লৈয়ে বহুতো গীত-মাত, ফকৰা-যোজনা, খণ্ডবাক্য আদিৰ সৃষ্টি হৈছে।

আগতে নিজ ঘৰৰ তাঁতশালখনতে অসমীয়া তিৰোতাই ঘৰৰ ব্যৱহাৰ্য্য সকলো কাপোৰ বুই লৈছিল। ইংৰাজসকল অসমলৈ অহাৰ আগতে অসমীয়া লোকে কেনে কাপোৰ ব্যৱহাৰ কৰিছিল সেই বিষয়ে হলিৰাম ঢেকিয়াল ফুকনে লেখিছে। সেইবোৰ হ'ল — ধুতী, পচৰা (চাদৰ), বুকু কাপোৰ, তেলচ, এড়িয়া বৰকাপোৰ, আগুৱাণ (wrapper round the body) মুগাৰ মেখেলা, মুগাৰ ৰিহা, পাটৰ মেখেলা, পাটৰ চাদৰ, পাটৰ ৰিহা, পাটৰ চুৰিয়া, মেজাংকৰিৰ চুৰিয়া, মুগাৰ বৰচুৰিয়া, গাৰিয়লা চেলেং, বৰ কাপোৰ, ডাংৰি কাপোৰ, খনীয়া কাপোৰ, কুহুমবুলীয়া কাপোৰ, পাগুৰি, চোলা, বচোৱাল, তঙ্গালী, হাঁচতি, জামা, পাগ, তলচা, এঙা (coat), নগা চোলা, থুনপাক (small bag) ইত্যাদি। বৰপেটা অঞ্চলৰ লোকেও কমবেছি পৰিমাণে এনে কাপোৰকে পিন্ধিছিল। তথাপি বৰপেটা অঞ্চলৰ লোকে ব্যৱহাৰ কৰা কাপোৰবোৰ হ'ল — গামোচা, দুইহতীয়া গামোচা, তিনিহতীয়া (তেলচ), আঢ়ৈহতীয়া, চেলেং, বৰচেলেং, বৰকাপোৰ, দোলাই, হাঁচটি, উৰ্ণা কাপোৰ, সূতাৰ চাদৰ, ৰিহা, মেখেলা, কানিৰ তলপৰা, চুৰিয়া, ৰুমাল ইত্যাদি। আগৰ দিনত দৰ্জীয়ে চিলোৱা কাপোৰ অসমীয়া লোকে ব্যৱহাৰ নকৰিছিল। কেৱল ডা-ডাঙৰীয়াসকলে ফিটা মৰা চাপকন আদি ব্যৱহাৰ কৰিছিল। "There is no evidence to prove that the Assamese were used to sew costume before the advent of the Muslim in Assam." * (ibid.page.252)



উচ্চ শ্ৰেণীৰ অসমীয়া লোকে মূৰত পাগুৰি মাৰিছিল। তেওঁলোকে পাট-মুগাৰ কাপোৰ পিন্ধিছিল, সাধাৰণ লোকে কপাহী আৰু এড়ি কাপোৰ ব্যৱহাৰ কৰিছিল। বৰ্তমান সময়ত বৰপেটা অঞ্চলৰ মহিলাই বিয়াই-সবাহে পাট-মুগাৰ মেখেলা চাদৰ পিন্ধাটো আভিজাত্যৰ চিন হিচাপে লৈছে। আগতে অসমীয়া তিৰোতাই ঘৰতে এড়ি পুহি, সূতা কাটি কাপোৰ বুইছিল। কিন্তু আজিকালি এড়ি পোহা কাৰ্য্য সীমিত হৈ কেৱল জনজাতীয় বড়োসকলৰ মাজতে আৱদ্ধ হৈছে। আগতে সম্ভ্ৰান্ত ঘৰৰ মহিলাই ৰিহা, মেখেলা, চাদৰ পিন্ধিছিল। বৰ্তমান সময়ত বিয়াৰ কইনা আৰু দুই এগৰাকী বয়সীয়াল মহিলাইহে এই তিনিবিধ কাপোৰ একেলগে পিন্ধে। বাকীসকলে কেৱল মেখেলা-চাদৰহে পিন্ধে। আগতে অসমীয়া তিৰোতাই বুকুত মেঠনি মাৰি মেখেলা পিন্ধিছিল। আগতে বৰপেটা অঞ্চলৰ সকলো বড়ো ছোৱালী বা মহিলাই বুকুত মেঠনি মাৰি মেখেলা পিন্ধিছিল। আজিকালি বড়ো মহিলাৰ মেখেলাৰ স্থান অধিকাৰ কৰিছে দখনাই।

বৰপেটা জিলাত বৰ্তমান সূতা কটা, এড়ি পোহা, পাট-মুগা পোহা আৰু এইবোৰৰ কাপোৰ বোৱা কাৰ্য্য বন্ধ হৈ গৈছে বুলি ক'ব পাৰি। কেৱল কোনো কোনো অসমীয়া মহিলাই বজাৰৰ পৰা সূতা আনি দুই এখন কাপোৰ বয়। আগতে প্ৰায়ভাগ অসমীয়া মহিলাই কাপোৰত ফুল বাচিব জানিছিল। এতিয়া ফুলাম গামোচাখনো চেন্নাই আদিৰ পৰাহে আহে, অথচ ফুলাম গামোচা অসমীয়া সংস্কৃতিৰ প্ৰতীক। বৰপেটাৰ তাঁতীকুছি বয়নশিল্পৰ বাবে বিখ্যাত ঠাই আছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ-মাধৱে গোপাল তাঁতী প্ৰমুখ্যে তাঁতীসকলৰ সহায়-সহযোগত তাঁতীকুছিতে বৃন্দাবনী কাপোৰ বুইছিল।

***সোণ-ৰূপৰ আ-অলংকাৰ ঃ***

পুৰণি কালত বৰপেটা অঞ্চলকে ধৰি সমগ্ৰ অসমতে অসমৰ সোণাৰীয়ে তৈয়াৰ কৰা সোণ-ৰূপৰ অলংকাৰ ব্যৱহৃত হৈছিল। পুৰণি কালৰ পৰা বৰপেটা সোণ-ৰূপৰ অলংকাৰৰ বাবে বিখ্যাত। কীৰ্ত্তন ঘৰৰ নানান কাৰুকাৰ্য্য বৰপেটাৰ সোণাৰীয়ে সোণ-ৰূপেৰে অলংকৃত

কৰিছিল। এতিয়াও বৰপেটা কীৰ্ত্তন ঘৰত ইয়াৰ সুন্দৰ নিদৰ্শন আছে। কীৰ্ত্তন ঘৰত ব্যৱহাৰ হোৱা সোণ-ৰূপৰ গোসাঁইৰ (গহেৰ) ফুল আজিও বিখ্যাত। বৰপেটাৰ সোণাৰীয়ে গঢ়া 'সণা' নামৰ কাণত পিন্ধা অলংকাৰবিধ স্বৰ্ণশিল্পৰ নৈপুণ্যৰ নিটোল প্ৰকাশ। কিন্তু এইবিধ অলংকাৰ গঢ়িব পৰা সোণাৰী বৰপেটাত এতিয়া দুগৰাকীমানহে আছে।

বৰপেটা অঞ্চলৰ তিৰোতা বা পুৰুষে ব্যৱহাৰ কৰা কেইবিধমান সোণ-ৰূপৰ অলংকাৰ হ'ল — সোণা, আঙুঠি, খাৰু, ভৰিৰ খাৰু, মুঠি, বাখৰ খটোৱা আঙুঠি, বাখৰপতা খাৰু, পাতিয়া খাৰু, পাতিয়া আঙুঠি, গেজেৰা খাৰু, মৰগুটীয়া মণি, সোণপোৱালে গথা মণি, বিৰি, জোনবিৰি, বাখৰাম বিৰি, গলপতা, চন্দ্ৰহাৰ, থুৰীয়া (কাণৰ অলংকাৰ), কৰিয়া, কেৰু, আণ্টি (পুৰুষে পিন্ধা কাণফুল), লোকাপাৰ (কাণৰ অলংকাৰ), মকৰ কুণ্ডল, মাদুলি, কটি সূত্ৰ, কঁকালৰ হাৰ, গাম খাৰু, পেচন্দৰ (pendant), বাজু (armlet), নাকফুল। নাকফুল বৰপেটা অঞ্চলতহে ব্যৱহাৰ হয়, উজনি অসমত ব্যৱহাৰ নহয়। মাধৱ কন্দলী ৰামায়ণ আৰু পুৰণি পুথি-পাঁজিত অসমীয়া লোকে ব্যৱহাৰ কৰা বহুতো অলংকাৰৰ বিৱৰণ আছে। এইবোৰ অলংকাৰৰ ভিতৰত বৰ্তমান সময়ত মাত্ৰ কেইবিধমান অলংকাৰহে বৰপেটীয়া লোকে ব্যৱহাৰ কৰে। কিন্তু এইটো উল্লেখযোগ্য যে দৌল-দেৱালয়, কীৰ্ত্তন ঘৰৰ পৰা আৰম্ভ কৰি সাধাৰণ গৃহস্থৰ লোকলৈ আমাৰ স্বৰ্ণশিল্পই পুৰণি কালৰপৰাই বিশেষ ভূমিকা গ্ৰহণ কৰি আছে।

***বাচন-বৰ্তন ঃ***

অতি পুৰণি কালৰপৰাই অসমৰ কাঁহ, পিতল, তাম, সোণ-ৰূপ আদি শিল্পই উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে। হাজোৰ কাঁহ শিল্প, সৰ্থেবাৰীৰ কাঁহ, বৰপেটাৰ সোণ-ৰূপ শিল্পৰ বিশেষ নাম আছে। বৰ্তমান সময়ত সৰ্থেবাৰীৰ কাঁহশিল্প কোনোমতে জীয়াই আছে। অন্যবোৰ ঠাইৰ এনেবোৰ শিল্পৰ মৃত্যু ঘটিছে। অতি পুৰণি কালৰপৰাই অসমীয়া লোকে বিভিন্ন ধৰণৰ বাচন-বৰ্তন ব্যৱহাৰ কৰি আহিছে। বৰপেটা অঞ্চলৰ লোকে ব্যৱহাৰ কৰা মুখ্য বাচন-বৰ্তনবোৰ হ'ল — মাইহাং (বিভিন্ন ধৰণৰ মাইহাং আছে, পুৰণি সম্ভ্ৰান্ত লোকে মাইহাঙত ভাত খাইছিল), বিভিন্ন ধৰণৰ কাঁহি, ফুলাম কাঁহি, দকৰিয়া কাঁহি, বাৰ



থকা কাঁহি, বিভিন্ন ধৰণৰ বান বাঁতি, বিভিন্ন ধৰণৰ বাতি, বিভিন্ন আকৃতিৰ ঘটি, বিভিন্ন আকৃতিৰ কলহ, চৰিয়া, ভোগজৰা, বঁটা, শৰাই। বৰ্তমান সময়ত অসমৰ কাঁহ আৰু পিতলৰ শৰাই অসমীয়া সংস্কৃতিৰ প্ৰতীক। কীৰ্ত্তন ঘৰৰ পৰা আৰম্ভ কৰি সাধাৰণ গৃহস্থৰ উৎসৱ-পৰ্ব, উপহাৰ আদিত সসন্মানে শৰাই ব্যৱহাৰ কৰা হয়। বিভিন্ন উপলক্ষ্যত বিভিন্ন আকৃতিৰ শৰাইৰ ব্যৱহাৰ লক্ষ্যণীয়। বৰপেটা সত্ৰৰ বৰ বৰ শৰাইবোৰ অসমীয়া কঁহাৰ শিল্পৰ উৎকৃষ্ট নিদৰ্শন। গাঁও অঞ্চলত ধান সিজাবৰ বাবে বা উৎসৱ-পৰ্বত ব্যৱহাৰ কৰে বৃহৎ আকাৰৰ পিতলৰ থালি। পুৰণি সাহিত্যতো বৰ বৰ থালিৰ উল্লেখ আছে। অসমীয়া লোকে বিভিন্ন প্ৰয়োজনত বিভিন্ন আকাৰৰ চৰিয়া ব্যৱহাৰ কৰে। বৰপেটা কীৰ্ত্তন ঘৰৰ প্ৰসাদৰ কামত ব্যৱহাৰ হোৱা বৰ বৰ চৰিয়াবোৰ আজিৰ লোকৰ বাবে কৌতূহলৰ সামগ্ৰী।

***বাঢ়ৈ শিল্প ঃ***

বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ আন এবিধ উল্লেখযোগ্য সম্পদ হ'ল বাঢ়ৈ শিল্পৰ কাৰুকাৰ্য্য। পুৰণি অসমৰ ঘৰ-দুৱাৰ নিৰ্মাণ কাৰ্য্য বাঢ়ৈ-শিল্পীৰ নিৰ্দেশত হৈছিল। ঘৰৰ খুটা, বেৰ, দুৱাৰ-খিৰিকী আদিৰ বিবিধ খোদিত কাৰ্য্যসমূহ বাঢ়ৈ শিল্পীৰ প্ৰতিভাৰ উজ্জ্বল নিদৰ্শন। বৰপেটা সত্ৰৰ কীৰ্ত্তন ঘৰৰ কাৰুকাৰ্য্য চাবলগীয়া। কীৰ্ত্তন ঘৰৰ বেৰৰ বিভিন্ন কাঠৰ ভাস্কৰ্য্যসমূহ অসমৰ কাৰুকলাৰ উৎকৃষ্ট নিদৰ্শন। ইয়াৰ উপৰি বাঢ়ৈ শিল্পৰ আন আন নিদৰ্শনবোৰ হ'ল বিভিন্ন ধৰণৰ মুখা শিল্প। যাত্ৰা-ভাওনা, মোহোহো উৎসৱ আদিত অসমৰ মুখা শিল্পই বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। ইয়াৰ উপৰি বাঢ়ৈ শিল্পৰ আন নিদৰ্শন হ'ল — বিবিধ বাদ্য-যন্ত্ৰৰ সঁজুলি নিৰ্মাণ। ঢোল, ডগৰ, খোল, ডবা (ডামা), দোতাঁৰা আদি বিভিন্ন বাদ্য-যন্ত্ৰ তৈয়াৰ কৰে অসমৰ শিল্পীয়ে। বৰপেটা কীৰ্ত্তন ঘৰৰ ডবা (ডামা) চাবলগীয়া। বৰপেটাৰ বাঢ়ৈ শিল্পী যাক সূতাৰ বুলি কোৱা হয়, তেওঁলোকে নিৰ্মাণ কৰি উলিয়ায় বিভিন্ন ধৰণৰ নাও। এই নাওবোৰৰ ভিতৰত খেল নাও অসমীয়া সংস্কৃতিৰ উল্লেখযোগ্য নিদৰ্শন। অসমীয়া শিল্পীয়ে ময়ুৰ পংখী নাও সাজে। খেল নাওবোৰ ময়ুৰ আদি খোদিত কৰি জাতিস্কাৰ কৰি তোলে। গুৰুসকলৰ তিথি আৰু অন্যান্য উপলক্ষ্যত নাওখেল প্ৰতিযোগিতা

হয়। নাওখেলৰ গীত অসমীয়া লোক-সাহিত্যৰ উল্লেখযোগ্য নিদৰ্শন। নাওখেলৰ নাওৰ বাহিৰেও বৰপেটাৰ সূতাৰে সাজি উলিয়ায় বিভিন্ন ধৰণৰ ব্যৱহাৰৰ উপযোগী নাও। পুৰণি কালত বৰপেটাৰ বেপাৰীয়ে ছৈ দিয়া বৃহৎ আঁকাৰৰ নাৱেৰে বেপাৰ-বাণিজ্য কৰিছিল। নাওক লৈ নানা ধৰণৰ গীত-মাতৰো জন্ম হৈছিল। নাও অসমীয়া লোক-সংস্কৃতিৰ উল্লেখযোগ্য বাহন। কিন্তু বৰ্তমান সময়ত ৰাস্তা-ঘাট, মথাউৰি আদি নিৰ্মাণ হোৱাত নাওৰ প্ৰচলন বন্ধ হ'ল বুলিয়েই ক'ব পাৰি।

**মৃৎ শিল্প ঃ**

আগতে বৰপেটা অঞ্চলৰ কুমাৰ, হীৰা আদিয়ে বিবিধ মাটিৰ পাত্ৰ আৰু সা-সৰঞ্জাম গঢ়ি অসমৰ মৃৎ শিল্পক চহকী কৰিছিল। অতি পুৰণি কালৰপৰাই অসমীয়া কুমাৰে নাদ পাট গঢ়িছিল। গুৰুজনাৰ মৃত্যুৰ পাছত কালিন্দ্ৰী আইক ভৱানীপুৰীয়া গোপাল আতাই ভৱানীপুৰৰ পৰা নাদপাট আনি নাদ সাঁজি দিছিল। বৰপেটা অঞ্চলৰ কুমাৰ আৰু হীৰাই সজা মাটিৰ পাত্ৰ আৰু সা-সৰঞ্জামবোৰ হ'ল — চৰু, মালে, বেৰিয়া, মাটিৰ টৌ, বিবিধ মাটিৰ জুনুকা, কলহ, টেকেলি, চিলিম, ধোঁৱাদানী আদি। অসমীয়া গাঁৱলীয়া লোকে এতিয়াও মাটিৰ পাত্ৰ ব্যৱহাৰ কৰি আছে। কিন্তু মৃৎ শিল্প এতিয়া মৃতপ্ৰায়।

***মাছ মৰা সঁজুলি ঃ***

অসমত কৈৱৰ্ত বা জালোৱা বুলি এটা মাছমৰীয়া সম্প্ৰদায় আছে। অৱশ্যে অসমৰ সকলো লোকেই সুবিধা পালে নিজৰ ব্যৱহাৰৰ কাৰণে মাছ মাৰে। গাঁও অঞ্চলত মাছ মৰা কাৰ্য্য সন্মাজনক কাৰ্য্য বুলি পৰিগণিত। সমূহীয়াকৈ মাছ মৰাত মিলাপ্ৰীতি আৰু গভীৰ আনন্দ প্ৰকাশ পায়। ই লোক-সংস্কৃতিৰ এক অনবদ্য উদাহৰণ। বৰপেটা অঞ্চলৰ মাছ মৰা সঁজুলিবোৰ হ'ল — বিভিন্ন ধৰণৰ জাল ঃ কাৰৈ লেঙি জাল, আচৰা জাল, লাঙি জাল, অথৰ জাল ইত্যাদি, বিভিন্ন আকাৰৰ বৰশী। বৰশী বোৱাটো পৰম নিচাৰ কাৰ্য্য। চেপা, ডিঙাৰ, বিভিন্ন ধৰণৰ কচ, শলি, জাটা জাল, জাকৈ, প'ল, খালৈ, কুকি আদি মাছ মৰা আহিলা। বস্তি পুৰি বাৰিষা কালত মাছ মৰাটো এটা আমোদজনক সংস্কৃতি। বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীয়ে তেওঁৰ 'শিকাৰ-নিকাৰ'ত বস্তি পুৰাৰ অভিজ্ঞতা বৰ্ণনা কৰিছে। তাহানি সম্ভ্ৰান্ত



লোকেও বস্তি পুৰি আমোদ পাইছিল। মাছ মৰাক কেন্দ্ৰ কৰি বহুতো গীত-মাত, আমোদজনক কাহিনী, সাধুকথা আদিৰ সৃষ্টি হৈছে। মাছ মাৰিবলৈ যাওঁতে অপদেৱতা ঘোৰাপাকৰ সন্মুখীন হোৱা বিবিধ কাহিনীয়ে সৰ্বসাধাৰণক আমোদ দিয়ে। কিন্তু কালৰ বুকুত অসমীয়া জন-জীৱনৰ মাছ মৰা সংস্কৃতি বিলুপ্তপ্ৰায়। অসমৰ আটাইতকৈ সোৱাদভৰা মাছ — চেনী পুথি, এলেঙা, গাগল, গৰকা, বচ আদিৰ লগতে দুৰা কাছ প্ৰায় লুপ্তই হৈছে বুলি ক'ব পাৰি। অসমীয়া জন-জীৱনৰ লগত মৎস সংস্কৃতি ওতঃপ্ৰোতভাবে জড়িত। বৈষ্ণৱ গুৰুসকলেও মাছ-কাছ থকা ঠাইতহে সত্ৰ পাতিছিল। আতা পুৰুষসকলে পোৱা মাছ খোৱাৰ কথা চৰিত পুথিত আজিও জিলিকি আছে।

***অসমীয়া খাদ্য ঃ***

পুৰণি কালৰপৰাই অসমত ধানখেতি হোৱা বুলি জনা যায়। বৰ্তমান অসমৰ মুখ্য ধান আহু, শালি, বাওঁ আৰু বড়োধান। এই চাৰিবিধৰ ভিতৰত অসংখ্য প্ৰজাতি আছে। অসমৰ কোমল চাউল বা বৰপেটাৰ বকা চাউল বিখ্যাত। বৰপেটা অঞ্চলত পুৰণি কালৰপৰাই বকা চাউলৰ ব্যৱহাৰ আছে। বিয়া-বাৰু, উৎসৱ-পৰ্ব, গুৰু দুজনাৰ তিথি, একাদশী, দোমাহী আদিত বকা চাউল ব্যৱহাৰ হৈছিল। কিন্তু বৰ্তমান সময়ত বৰপেটা অঞ্চলৰ খেতিয়কে বকা ধানৰ খেতি কৰিব এৰিলেই। অসমৰ আন এবিধ পৃথিৱী বিখ্যাত ধান হ'ল — বৰা ধান। বৰা চাউলৰ পিঠা অসমীয়া সংস্কৃতিৰ এৰাব নোৱাৰা সম্পদ। অসমীয়া মানুহে বৰা চাউলেৰে তিলৰ পিঠা, নাৰিকলৰ পিঠা, গাখীৰৰ পিঠা কৰে। আন চাউলৰ পিঠা গুৰিৰেও খলা চাপৰি পিঠা, টেকেলি পিঠা, চুঙা পিঠা, ঘিলা পিঠা, সুতুলি পিঠা কৰে। ইয়াৰোপৰি বিভিন্ন ধৰণৰ লাড়ু, বৰা আদিয়েও অসমীয়া খাদ্যৰ ভঁৰাল চহকী কৰিছে। তিলৰ লাড়ু, নাৰিকলৰ লাড়ু, কেচা পিঠাগুৰিৰ লাৰু ইত্যাদি। পিঠাগুৰি অসমীয়া লোক-সংস্কৃতিৰ এৰাব নোৱাৰা সম্ভাৰ। বিভিন্ন মাংগলিক অনুষ্ঠানত মণ্ডল সজা, বিবিধ প্ৰতীক সজা আদিত পিঠাগুৰি অপৰিহাৰ্য্য। চিৰা সান্দহ, গুৰা সান্দহ, কাড়েগুৰা আদিয়ে অসমীয়া খাদ্যৰ তালিকাত বিশেষ স্থান লাভ কৰি আহিছে।

অসমীয়া লোকৰ মুখ্য আহাৰ ভাত। মাছেৰে ভাত খাই জিলাখনৰ লোকেও আনন্দ পায়। আমাৰ মানুহে বিভিন্ন প্ৰকাৰে বিভিন্ন মাছ খায়। খৰিকাত দিয়া, পাতত দিয়া, পোৰা মাছ এই অঞ্চলৰ লোকৰ প্ৰিয় খাদ্য। গৰৈ মাছৰ পোনা, মোৱা মাছ পাতত দি পৰম তৃপ্তিৰে খায়। ভজা কাৱৈ মাছ, চিতল মাছৰ কলঠি, টেঙাত দিয়া বৰালী মাছ এওঁলোকৰ জুতিৰ খাদ্য। কি খাদ্য কেনেদৰে খায় এই বিষয়ে ডাকৰ বচনো সৰৱ। কৰ্দৈ, অমৰা, আমলখি, তেঁতেলী, কেচা আম, আমৰ সুঠি, কুজি থেকেৰা, ঔ আদিৰে জিলাখনৰ লোকে মাছৰ আঞ্জা খাই পৰম তৃপ্তি লাভ কৰে। আন এবিধ খাদ্য হ'ল খাৰ। আঠিয়া কলৰ বাকলি পুৰি কলাখাৰ তৈয়াৰ কৰে। কলগছ ফালি শুকায়ো কলাখাৰ তৈয়াৰ কৰে। অমিতা, মেটেকা, বাহপতীয়া খাৰ, সৰিয়হৰ ডাল আদি পুৰিও খাৰ তৈয়াৰ কৰে। অসমীয়া লোকে মাছেৰে খাৰ খাই পৰম তৃপ্তি লাভ কৰে। কথাতেই কয় খাৰ খোৱা অসমীয়া। আগতে জিলাখনৰ মানুহে মাটি মাহৰ দালি, সোণামুগৰ দালি, কালাৰ দালি আৰু সৰু মচুৰ দালিহে খাইছিল, কাৰণ এই কেইবিধ দালিৰ খেতি অসমতে হয়। এই অঞ্চলৰ মানুহে মাছ, হৰিণৰ মাংস, কাছৰ মাংস, পাৰ চৰাই, হাইঠা আদি চৰাইৰ মাংস খাই ভাল পায়। শাক-পাচলিৰ ভিতৰত চুকা, পালেং, লাই, লফা, কলদিল, পচলা, পুৰীয়া কল, লাও, জিকা, ভোল, তিয়হ আদি পৰম তৃপ্তিৰে খায়। আলু, বিলাহী, কবি আদিৰ ব্যৱহাৰ আগতে অসমত নাছিল বুলিয়েই ক'ব পাৰি। বৰপেটা অঞ্চলত আম, জাম, শিলিখা, অমৰা, আমলখি, তেঁতেলি, কল, কৰ্দৈ, ঔ আদিহে স্থানীয় ফল। কল অসমীয়া সংস্কৃতিৰ এৰাব নোৱাৰা সম্পদ। সকলো ধৰণৰ মাংগলিক কাৰ্য্যত কলপাত, কলৰ দনা, কলগছ, কলফুল আদি ব্যৱহাৰ হয়। নাৰিকলৰ ব্যৱহাৰো উল্লেখযোগ্য। মাংগলিক আৰু সাধাৰণভাৱে সকলো কাৰ্য্যতে নাৰিকলৰ ব্যৱহাৰ আছে। অসমীয়া লোকৰ মাহপ্ৰসাদ উল্লেখযোগ্য খাদ্য। শংকৰ-মাধৱৰ দিনৰ পৰাই বৰপেটা অঞ্চলত মাহ-প্ৰসাদৰ ব্যৱহাৰ হৈছে বুলি কোৱা হয়। এই জিলাৰ মানুহে দৈ আৰু এৰা গাখীৰ খায়। সকলো মাংগলিক কাৰ্য্যত দৈ আদি ব্যৱহাৰ হয়। মাখন, ক্ৰিম, লকৰি আদি খাই জিলাখনৰ লোকে পৰম তৃপ্তি লাভ কৰে। এটা সময়ত বৰপেটা অঞ্চলত ম'হৰ বাথান আৰু ম'হৰ গাখীৰ উৎপাদন আছিল। আগতে অসমীয়া মানুহে আটাৰ ব্যৱহাৰ নাজানিছিল। কিন্তু বৰ্তমান অসমীয়া লোকৰ খাদ্য তালিকাত আটাই এক বিশাল স্থান দখল কৰি ৰহিছে। এতিয়া কালৰ প্ৰভাৱত অসমীয়া লোকৰ খাদ্যৰ তালিকা পৰিবৰ্তিত হোৱাৰ লগতে সীমিত হৈছে।



কোনো এটা জাতিৰ লোক-সংস্কৃতি বৰ্তি থাকে কিছুমান পূৰ্ব প্ৰচলিত ধাৰণা, বিশ্বাস আৰু পৰম্পৰাত। নানা উৎসৱ পৰ্ব আদিৰ কাৰ্য্য-কৰণৰ মৌলিক ভেটি কি? এই প্ৰশ্ন বহুসময়ত অবান্তৰ, কাৰণ লোক-বিশ্বাসৰ ওপৰত ভেটি কৰি এইবোৰ কাৰ্য্য-কৰণ চলি থাকে। লোক-বিশ্বাসেই লোক-সংস্কৃতিৰ মূল ভেটি।

***বৰপেটা জিলাৰ উৎসৱ-পৰ্ব ঃ***

কোনো এটা জাতিৰ উৎসৱ-পৰ্ব দুটা ধাৰাৰে প্ৰৱাহিত হয় ব্যক্তিগত আৰু সমূহীয়া। কিন্তু আচলতে ব্যক্তিগত উৎসৱ-পৰ্বতো সমূহীয়া প্ৰকাশ থাকে। ব্যক্তিয়ে সমাজৰ লগত সম্পৰ্ক স্থাপন কৰিবৰ বাবেই ব্যক্তিগত উৎসৱ-পৰ্ব পাতে। ব্যক্তিগত উৎসৱ-পৰ্ব, কাম, সকাম আদি ব্যক্তিগত পৰিচালনাত হয় যদিও, ইয়াত পূৰ্বাপৰ চলি অহা সমজুৱা ৰীতি-নীতিয়েও বিশেষ ভূমিকা গ্ৰহণ কৰে। আচলতে সমাজক বাদ দি ব্যক্তি অচল।

***বৰপেটা অঞ্চলৰ ব্যক্তিগত উৎসৱ-পৰ্ব ঃ***

বৰপেটা অঞ্চলৰ বিবাহিতা নাৰীৰ প্ৰথম গৰ্ভাৱস্থাত সন্তানৰ মংগলৰ কাৰণে তিনি মাহত, ছয় মাহত আৰু ন মাহত জেউৰা দিয়া বা পঞ্চামৃত খুওৱা ঘৰুৱা অনুষ্ঠান পতা হয়। সন্তান জন্ম হোৱাৰ পাছত পোৱাতীয়ে পাঁচদিনীয়া আৰু এমহীয়া অশৌচ পালন কৰে।

সন্তান জন্ম হোৱাৰ পিছত সুবিধা অনুযায়ী জাতকক দৈৱজ্ঞৰ হতুৱাই গণনা কৰা হয়। ইয়াতেই সন্তানৰ ৰাশি নিৰ্ণয় আৰু নাম গণনা কৰা হয়। সন্তানৰ তিনি মাহ হ'লে লুথুৰি খুওৱা অনুষ্ঠান পাতে। ন-দহ মাহমান হ'লে ভাত মুখত দিয়া পাতে। ছোৱালী সন্তান হ'লে দুই-তিনি বছৰ বয়সত কাণ বিন্ধোৱা অনুষ্ঠান পতা হয়। তেতিয়া নাকো বিন্ধাই দিয়ে। নামনি অসমতহে নাক ফুল পিন্ধে, উজনি অসমত নাক ফুল পিন্ধা নিয়ম নাই।

ছোৱালী প্ৰথম পুষ্পিতা হ'লে গৃহস্থই সাধ্য অনুসাৰে নিজঘৰত অনুষ্ঠান পাতে। পুষ্পিতা ছোৱালীয়ে তিনিদিন লঘোণে থাকে। তিনিদিনৰ মূৰত আনুষ্ঠানিকভাৱে ছোৱালীজনীক গা-ধুওৱা হয়। এই অনুষ্ঠান মুখ্যতঃ তিৰোতাৰ মাজতে আৱদ্ধ থাকে।

*বিবাহ অনুষ্ঠান ঃ*

অসমীয়া লোকৰ বিবাহ অনুষ্ঠান লেখত ল'বলগীয়া অনুষ্ঠান। জোৰণ দিয়া (তেলৰ ভাৰ দিয়া) অনুষ্ঠানত দৰা পক্ষই ছোৱালীৰ ঘৰলৈ গৈ কইনাক কাপোৰ-গহণা আদি আনুষ্ঠানিকভাৱে পিন্ধায়। জোৰণৰ পিছদিনাখনক শূইন বোলে। বৰপেটা অঞ্চলত শূইনৰ দিনাখন বৈঠকী অনুষ্ঠান পাতে। বিভিন্ন গায়কে বৈঠকী অনুষ্ঠানত গীত পৰিবেশন কৰে। সাধাৰণতে পুৰুষ মানুহে বৈঠকীত গীত গায়। কিন্তু বৈঠকী অনুষ্ঠানত ডেকা-বুঢ়া, ল'ৰা-তিৰোতাই আনন্দ উপভোগ কৰে। বিয়াৰ দিনাখন দৰাই সদলবলে কইনাৰ ঘৰলৈ গৈ বিয়া কৰাই কইনাক দৰা ঘৰলৈ লৈ আহে। পিছদিনাখন দৰা-কইনাক ভাত দিয়া অনুষ্ঠান পাতি আত্মীয়-স্বজনক নিমন্ত্ৰণ কৰে। অসমীয়া জাতিৰ বিবাহ অনুষ্ঠান এক পবিত্ৰ অনুষ্ঠান। বিবাহ অনুষ্ঠানক কেন্দ্ৰ কৰি বহুতো বিয়া গীত ৰচিত হৈছে। বিয়াগীতে অসমীয়া লোক-গীতৰ ভঁৰাল চহকী কৰিছে।

*মৃত্যু আৰু সৎকাৰ ঃ*

জিলাখনৰ লোকৰ মৃত্যু হ'লে আনুষ্ঠানিকভাৱে সৎকাৰ কৰা হয়। সৎকাৰৰ পাছত শ্ৰাদ্ধ আদিত আত্মীয়-স্বজন আৰু ওচৰ-চুবুৰীয়াক দৈ, বকা চাউল (কোমল চাউল) খুৱায় আৰু শেহত ভোজভাত খুৱায়।

এইবিলাকৰ বাহিৰেও বৰপেটা জিলাৰ লোকে বিভিন্ন সময়ত নিজৰ প্ৰয়োজন আৰু সুবিধা অনুযায়ী নাম-প্ৰসংগ পাতে, পূৰ্বপুৰুষৰ শ্ৰাদ্ধ পাতে আৰু বিবিধ অনুষ্ঠানৰ আয়োজন কৰে।

*সমূহীয়া উৎসৱ-পৰ্ব ঃ*

বৰপেটা জিলাৰ ৰাইজে বিভিন্ন সময়ত, বিভিন্ন উৎসৱ-পৰ্বৰ আয়োজন কৰে। ধৰ্মীয় অনুষ্ঠান হিচাপে কীৰ্ত্তনঘৰ সমূহত গুৰুসকলৰ তিৰোধান তিথি, জন্মোৎসৱ, দৌল, দোমাহী, পচতি, নন্দোৎসৱ আদি অনুষ্ঠিত কৰে। এইবিলাক উৎসৱত ধৰ্মীয় আনুষ্ঠানিকতাৰ লগতে নানা ধৰণৰ সাংস্কৃতিক অনুষ্ঠানৰো আয়োজন কৰা হয়। এইবিলাকৰ



বাহিৰেও নানা ধৰণৰ ধৰ্মীয় লোক-উৎসৱৰো আয়োজন কৰা হয়। সেইবোৰ নামঘৰ বা কীৰ্তন ঘৰৰ বাহিৰেও বিভিন্ন স্থানত অনুষ্ঠিত হয় — মোহোহো বা মহখেদা উৎসৱ, ভঠেলী, পেকযাত্ৰা, নন্দোৎসৱ, জগন্নাথৰ সভা, ৰাইজ নাম, পাউৰা তোলা আৰু নানাবিধ লোক উৎসৱ। এইবোৰৰ উপযোগীকৈ নানান কলা-কৃষ্টিৰ সৃষ্টি হৈছে আৰু নানা ধৰণৰ গীত-পদো ৰচিত হৈছে।

আগতেই উল্লেখ কৰা হৈছে যে অসমৰ লোক-সংস্কৃতি বৈচিত্ৰপূৰ্ণ। বৰপেটা জিলাৰ লোক-সংস্কৃতিও ঐক্যৰ মাজতে বহুধা বিভক্ত। কিন্তু পূৰ্বৰ জন-জীৱনৰ প্ৰতিচ্ছৱি দ্ৰুতগতিত সলনি হোৱা কাৰণে পুৰণি আচল ৰূপটো কি সেই বিষয়ে গৱেষণা কৰিবলগীয়া হৈছে। ●

# বৰপেটা জিলাৰ লোক-সংস্কৃতিত বস্তুগত সংস্কৃতি

☐ ড° উদয় নাথ

পূৰ্বৰ বৰপেটা মহকুমা আজি বৰপেটা জিলা। এইখন জিলাৰ লোক-কলা, সংস্কৃতিৰ বিষয়ে আলোচনা কৰাৰ আগতে এই অঞ্চলৰ জন গাঁথনিত এক বিহঙ্গম দৃষ্টি নিক্ষেপ কৰাৰ প্ৰয়োজন আছে। জনগাঁথনি মূলতঃ অসমীয়া যদিও ই দুইভাগে বিভক্ত — ভাষা আৰু ধৰ্ম। মূল ধৰ্ম হিন্দু, ইছলাম, কম সংখ্যক জৈন আৰু খৃষ্টিয়ান। প্ৰধান ভাষা অসমীয়া। অসমীয়াৰ উপৰিও বঙালী, বড়ো, ৰাভা, নেপালী ভাষা-ভাষী লোকৰ বাসস্থান এই জিলা। গতিকে বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ বিষয়ে আলোচনা কৰিলে তেওঁলোকক পৰ্য্যবেক্ষণৰ পৰা বাহিৰত ৰাখিলে আলোচনা আধৰুৱা হ'ব। সেয়ে মূল সূঁতিৰ লগতে তেওঁলোকৰ শিল্প-বিদ্যা, কলা-কৌশল, পিন্ধন-উৰণ আদি সংস্কৃতিৰ উপাদানসমূহ চমুকৈ হ'লেও আলোচনাৰ মাজলৈ অনা উচিত হ'ব। ভৌগোলিক অৱস্থানত দৃষ্টিপাত কৰিলে দেখা যাব যে বৰপেটাৰ চৰ অঞ্চল মুছলমান অধ্যুষিত, ওদালগুৰিকে ধৰি ৰেললাইনৰ উত্তৰ পাৰ বড়ো-কছাৰী, লালুং আদি জনজাতিৰ বাসস্থান যদিও অসমীয়া, বঙালী, মুছলমান লোকো কম পৰিমাণে বসবাস কৰে। বাকী অসমীয়া লোকৰ বাসস্থান। গতিকে ইটোৰ ওপৰত আনটোৰ সাংস্কৃতিক মিশ্ৰণ হোৱাটো স্বাভাৱিক।

ইয়াৰ লোক-সংস্কৃতিৰ ওপৰত সত্ৰীয়া সংস্কৃতিৰ প্ৰভাৱ বিদ্যমান। একালৰ প্ৰাণৱন্ত সত্ৰসমূহ যেনে - বৰপেটা, সুন্দৰীদিয়া, বাৰাদি, কেওটকুছি, পাটবাউসী, গণককুছি, জনিয়া, কণৰা, ভৱানীপুৰ, কালজাৰ, বহৰি (মানেৰী), ব্যাসকুছি, গোমূৰা, গুৱাগাছা আদি সত্ৰবোৰ অকল জিলাখনৰে নহয় সমগ্ৰ অসমৰে এঁকৈশ শতিকাৰ লোক-সংস্কৃতিৰ স্নায়ুকেন্দ্ৰ আছিল। আজিও তাৰ ধ্বনি স্তব্ধ হোৱা নাই। সত্ৰসমূহৰ ধৰ্মীয় অনুষ্ঠানত প্ৰয়োজনীয় উৎপাদিত সামগ্ৰীসমূহ অঞ্চলটোৰ দৈনন্দিন জীৱনৰ ব্যৱহাৰ্য্য সামগ্ৰীৰূপে আদৰি লোৱা হৈছে। ইবোৰত



ধৰ্মীয় প্ৰভাৱ পৰিলেও ধৰ্মনিৰপেক্ষ আদৰো আছে। প্ৰকৃতিৰ লগত প্ৰাণীৰ সম্পৰ্ক জন্ম-জন্মান্তৰৰ। উৰ্বৰ চিন্তাশক্তি থকা মানৱে প্ৰকৃতিৰ বুকুৰ পৰাই বিভিন্ন সা-সঁজুলি আহৰণ কৰি সৃষ্টিকামী মনটোৰে সাজি উলিয়াইছে স্থাপত্য, হস্ত শিল্প, বিভিন্ন লোক কলাৰ উপাদান। পিন্ধন-উৰণ, আ-অলঙ্কাৰ, সাজ-পোচাক আদিত সমাজভেদে কিছু তাৰতম্য নোহোৱা নহয়।

লোক-সংস্কৃতি অতি ব্যাপক। ই মানৱ সংস্কৃতিৰ বিভিন্ন দিশক সামৰি লয়। লোক-সংস্কৃতিৰ বিভিন্ন দিশবোৰৰে এটা ক্ষেত্ৰ হ'ল বস্তুগত সংস্কৃতি (**material culture**)। লোক পৰম্পৰাত আমাৰ বাসগৃহটো কিদৰে সজা হয়, পিন্ধা কপোৰ-কানি, খোৱা বাচন-বৰ্তন, গহনা-পাতি কিদৰে তৈয়াৰ কৰি লোৱা হয় ইত্যাদি। এনে কলা-কুশলতা বস্তুগত সংস্কৃতিৰ ভিতৰুৱা। বস্তুগত সংস্কৃতিৰ উপাদানো বহু প্ৰকাৰ। তাৰ ভিতৰত কেই প্ৰকাৰ মানৰহে আলোচনা আগবঢ়োৱা হ'ল।

স্মৰ্তব্য যে ৰূপ সৃষ্টিয়েই কলাৰ সাৰ্থকতা হ'লেও এই ৰূপ প্ৰকৃততে মানৱ মনৰ সংস্কাৰধৰ্মী বা কোনো মতবাদ প্ৰকাশ আৰু প্ৰচাৰৰ মাধ্যম ৰূপেও ব্যৱহৃত হ'ব পাৰে। সেইবুলি এইবোৰৰ মাজত ধৰ্ম নিৰপেক্ষ বিষয়ৰো অভাৱ নাই। ইয়াৰ বিচাৰ লোক-শিল্পকলাৰ প্ৰমূল্যৰেহে কৰা উচিত।

**১। লোক-শিল্প আৰু লোক-কলা ঃ**

বিগত প্ৰায় পাঁচ শতিকাজুৰি সত্ৰ আৰু নামঘৰ অনুষ্ঠানে লোক শিল্প আৰু লোক-কলাৰ যোগেদি অসমীয়া জনজীৱনত বিশেষ প্ৰভাৱ পেলাই আহিছে। যোড়শ শতিকাৰ ভক্তি আন্দোলনে লোক-সংস্কৃতি, লোক-কলাৰ ধাৰণাৰ বিকাশ সাধন কৰাত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। এই আন্দোলনৰ সময়তেই পূৰ্বৰে পৰা চলি অহা জনজাতীয় শিল্প-কলাৰ ঐতিহ্যই বিশেষ এক ঐতিহাসিক, সাংস্কৃতিক, সামাজিক পৰিস্থিতিত বৈষ্ণৱ ধৰ্মৰ আবেগ-অনুভূতি, ভক্তিৰস সৌন্দৰ্য্যৰ আদৰ্শৰে প্ৰণোদিত আৰু সিক্ত হৈ আজি আমি অসমীয়া 'লোক-শিল্পকলা' বুলি কোৱা পৰম্পৰাটো সৃষ্টি কৰা বুলি ভবাৰ থল আছে।

এইখিনিতে এটা কথা চমুকৈ উল্লেখ কৰা ভাল হ'ব যে কাৰু বা হস্ত শিল্পতেই চাৰু শিল্পৰ উৎপত্তি হৈছিল যদিও শিল্পকলাৰ বিকাশ

হয় ইতিহাসৰ পৰৱৰ্তী কালত। চাৰুৱে কেতিয়াবা কাৰুৰ লগতে মিশ্ৰিত হৈ আৰু কেতিয়াবা কাৰুৰ পৰা আঁতৰি আহি বৰ্তমান কালত সম্পূৰ্ণ সুকীয়াকৈ নিজৰ অস্তিত্ব প্ৰকাশ কৰিবলৈ ধৰে। ব্যুৎপত্তিগত অৰ্থত 'কাৰু' শব্দৰ অৰ্থ নিৰ্মাণ দক্ষতা। আনহাতে চাৰু হৈছে 'চৰিত চিত্তে ইতি চাৰু' অৰ্থাৎ যি মনত বিচৰণ কৰে আৰু মনোজ্ঞ সিয়েই চাৰু শিল্প। মুদ্ৰাটোৰ ইপিঠি আৰু আনটো সিপিঠি।

(ক) গাঁৱলীয়া জীৱনৰ সুকুমাৰ কলা প্ৰীতিৰ পৰিচয় ফুটি ওলায় হস্ত বা লোক শিল্পত। লোক শিল্পৰ প্ৰাচীন নিদৰ্শন হ'ল মৃৎশিল্প, বাঁহ-কাঠৰ তৈয়াৰী সামগ্ৰী আদি। উদাহৰণ স্বৰূপে গাঁৱলীয়া কৃষকে তেওঁৰ খেতি পথাৰৰ লহ্‌পহীয়া শস্যডৰাত মানুহৰ কু-দৃষ্টি নপৰিবলৈ খেতিডৰাত দিয়া ছৌ (ছো) টোও লোককলাৰে পৰিচায়ক। এইবোৰত আৰু গাঁৱলীয়া মানুহৰ নিত্য ব্যৱহাৰৰ বাবে তৈয়াৰ কৰা সামগ্ৰীসমূহত শিল্পীৰ নিপুণ ব্যক্তিত্বৰ মনোমুগ্ধ চাপ প্ৰকাশ পায়। কলাৰ ক্ষেত্ৰতো ঘৰুৱা আৰু কম খৰচী সকলো হস্ত শিল্পৰ ভিতৰত মৃৎশিল্প সৰ্বাংগসুন্দৰ। মৃৎশিল্পত ব্ৰতীলোক জিলাখনত কম নহয়। তেওঁলোক দুই শ্ৰেণীৰ - (১) কুমাৰ আৰু (২) হীৰা। পাত্ৰ তৈয়াৰ কৰা পদ্ধতিও দুই ধৰণৰ। হীৰাই কাঠ বা বাঁহৰ মাৰিৰে মাটি কোবাই গুৰি কৰি হাতেৰে পিটিকি পিটিকি বোকাৰে মাটিৰ পাত্ৰ তৈয়াৰ কৰে। ইফালে কুমাৰে চাক ব্যৱহাৰ কৰি চাকত ঘূৰাই মৃৎপাত্ৰ তৈয়াৰ কৰে। এওঁলোকে ব্যৱহাৰ কৰা মাটিও দুই প্ৰকাৰ — হীৰাসকলে ব্যৱহাৰ কৰা মাটি হীৰামাটি আৰু কুমাৰে ব্যৱহাৰ কৰা মাটি কুমাৰ মাটি বুলিহে জনাজাত। পুতলা (পুত্‌লা), মাছ মৰা জালৰ গুলি, মূৰ্তি, ধুনা জ্বলোৱা পাত্ৰ বা ধুনাদানি, সেকাৰ (সিকাৰ) চাকি, টেকেলী, দেগ, ভাতৰন্ধা চৰু আদি মৃৎশিল্পবোৰ হাতেৰেই তৈয়াৰ কৰে। এইবোৰত চাক্ ব্যৱহাৰ কৰা নহয়। কলহ, বিভিন্ন ধৰণৰ টেকেলি, ৰন্ধন সঁজুলি, ঘট, চৰু, নাদৰ পাট, থালি আদিত খালীহাত আৰু চাক উভয় পদ্ধতি প্ৰয়োগ কৰে। হীৰা সম্প্ৰদায়ৰ লোকে ইয়াত বাহিৰেও আন আন মাংগলিক কাৰ্য্যত ব্যৱহাৰ কৰা জাপ-চাটি (চাকি) আদি হীৰামাটিৰে তৈয়াৰ কৰে। কেৱল কুমাৰসকলেহে কুমাৰ মাটিৰে চাকত ঘূৰাই এনেবোৰ মৃৎশিল্প তৈয়াৰ কৰে। পূৰ্বতে বৰপেটা জিলাৰ সৰুপেটা (পুৰণি ভবানীপুৰ) অঞ্চলতহে



নাদৰ পাট তৈয়াৰ কৰিছিল বুলি গুৰুচৰিত কথাত উল্লেখ পোৱা যায়। বৰ্তমান আঠিয়াবাৰী, বৰনগৰ, পাটাছাৰকুছি, বৰপেটা অঞ্চলতো নাদৰ পাট তৈয়াৰ কৰা পৰিলক্ষিত হয়।

আজিকালি বঙালী সম্প্ৰদায়ৰ লোকসকলেও মৃৎশিল্প ব্যৱসায় ভিত্তিত কৰা দেখা যায়। এই মৃৎশিল্পৰ বস্তুবোৰৰ গাত নানান অংকনৰেখা যেনে — গছ-লতিকা, চৰাই-চিৰিকতিৰ ছবি আদিয়ে দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰে। সিবোৰে ইয়াৰ মূল্য বৃদ্ধি কৰে আৰু মানুহৰ কলাসুলভ মনটোক জীপাল কৰে।

বৰ্তমান শিক্ষাৰ উন্নতিৰ লগে লগে পৰম্পৰাগত মৃৎশিল্পকলাৰ কৰ্মী আৰু আদৰ দ্ৰুতগতিত কমি আহিছে। ইয়াৰ কাৰণ মূলতঃ দুই প্ৰকাৰ — প্ৰথমতঃ মৃৎশিল্পত ব্যৱহৃত হীৰা আৰু কুমাৰ মাটি দুৰ্লভ আৰু দুৰ্মূল্য হোৱাত অত্যধিক দামো বাঢ়িছে। দ্বিতীয়তে মৃৎশিল্পৰ বস্তুবোৰৰ আদৰ কমাৰ কাৰণ এয়ে যে ইবোৰৰ তুলনাত ধাতৱ বস্তুবোৰ দীৰ্ঘম্যাদী কিন্তু মৃৎশিল্পৰ বস্তুবোৰ দীৰ্ঘম্যাদী নহয়। হীৰাসকলে তৈয়াৰ কৰা বিভিন্ন পুতলা শিল্প-কলাৰ নিপুণ চানেকি।

**(খ) বস্ত্ৰশিল্প ঃ** বয়নশিল্পৰ ইতিহাস ৰামায়ণৰ যুগলৈকে আঙুলিয়াব পাৰি। ৰামায়ণত অসমক 'পলুপোহাৰ দেশ' বুলিহে পৰিচয় দিয়া হৈছে। বৰপেটা জিলাৰ ক্ষেত্ৰত শংকৰী যুগৰ আগলৈ বয়নশিল্পৰ প্ৰাচুৰ্য্যৰ কথা আঙুলিয়াব পাৰি। এৰিপলু পোহ-পালন আৰু এৰিসূতা কাটি এৰি কাপোৰ বোৱা প্ৰথা জিলাখনৰ প্ৰায় সকলো ঠাইতে প্ৰচলন আছিল। জাতি-বৰ্ণ নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকে এৰিসূতা কাটি বিভিন্ন সাজ-পোচাক তৈয়াৰ কৰি লৈছিল। এইক্ষেত্ৰত বড়ো তিৰোতাসকলৰ অৱদান চমকপ্ৰদ।

মহাপুৰুষ শঙ্কৰদেৱে মথুৰাদাস ওৰফে গোপাল তাঁতী সহ বাৰজন মৰলক লগত লৈ এই তাঁতীকুছিতে বিভিন্ন ৰঙৰ সূতা ব্যৱহাৰ কৰি ছকুৰি হাত দীঘল তিনিকুৰি হাত বহল যি বৃন্দাৱনী বস্ত্ৰ বোৱাইছিল সি বয়ন শিল্প-নৈপুণ্যৰ অপূৰ্ব সমাবেশ। এই বিশাল কাপোৰখনত শ্ৰীকৃষ্ণই বৃন্দাৱনত কৰা বিভিন্ন লীলা-খেলাৰ প্ৰাঞ্জল চিত্ৰ বৈ উলিয়াই ৰজা প্ৰজা সকলোৰে মনত চমক লগাইছিল। উদ্দেশ্য আছিল যাতে সাধাৰণ মানুহেও পৰম পুৰুষ শ্ৰীকৃষ্ণৰ মাহাত্ম্য বুজি কৃষ্ণভক্তিত আপ্লুত

হয়। এই তাঁতীসকলৰ মুখীয়ালজনক মৰল বোলে। দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিতত উল্লেখ কৰিছে যে বৰপেটাৰ ওচৰৰ কেন্দুগুৰিত থকা কোঁচৰজাৰ বস্ত্ৰ উদ্যোগত মহাপুৰুষ শঙ্কৰদেৱক ৰজা নৰনাৰায়ণে (১৫৪০-১৫৮৫ খৃঃ) গোমস্তা পদত অভিসিক্ত কৰিছিল (পৃ - ৮৪-৮৫)। সিপিনে ভৱানীপুৰ নগৰত গোপাল আতা আছিল তাঁতী আৰু কুমাৰসকলৰ 'মহাজন' (শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত, পৃঃ ২৭)। ইয়ে সেই অঞ্চলৰ বয়নশিল্পৰ প্ৰাচুৰ্য্যপূৰ্ণ প্ৰাচীন ঐতিহ্যৰ স্মৃতি বহন কৰি আহিছে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে মহাৰাজ নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণ কৰাত ৰজা পলাই যোৱাত চাৰিঙৰ (দৰং) পৰা বহুতো বৃত্তিয়াল লোক নিজ ৰাজ্যলৈ আনিছিল। (গোপালদেৱৰ চৰিত, পৃঃ ৯৮)।

"ঠাঠাৰী সোণাৰী যে কুন্দাৰ কুম্ভকাৰ।
চৰ্ম্মকাৰ চমাৰ কমাৰ চিত্ৰকাৰ।।
তান্তী পঢ়িয়া আনো বৃত্তিয়াল যতেক।
নৰনাৰায়ণ ৰাজা সমস্তে নিলেক।।"

এই শিল্পীসকলক সংস্থান দিয়াৰ বাবে তেওঁৰ ৰাজ্যৰ (বৰ্তমানৰ বৰপেটা জিলাৰ) চাৰিখন ঠাইত চাৰিখন নগৰ —

"বৰ নৱনগৰ ভৱানী কালজাৰ
চাৰিও নগৰ আতি ভৈলা জাতিস্কাৰ।"

(গোপালদেৱৰ চৰিত, পৃঃ ৯৮),

স্থাপন কৰি সেইসকলৰ বসবাসৰ ব্যৱস্থা কৰি নিজ নিজ বিভাগত কাম কৰিবলৈ আদেশ জাৰি কৰিছিল।

সমাজ ব্যৱস্থাই পাহৰিলেও সেইবিলাক নগৰৰ প্ৰাচুৰ্য্যপূৰ্ণ বিভিন্ন শিল্পৰ ঐতিহ্য ইতিহাসে পাহৰা নাই। সময়ৰ সোঁতত সেই নগৰবোৰত মহাপুৰুষীয়া ধৰ্মৰ সত্ৰ স্থাপন কৰি সত্ৰ প্ৰকল্প গঢ়ি তোলাত তাত ধৰ্ম চৰ্চাৰ লগতে অসমীয়া জাতিৰ নতুন প্ৰাণ আৰু নতুন সংগীত, নতুন সাহিত্য আৰু নতুন শিল্পকলা, নতুন সমাজনীতিৰে নতুন সংস্কৃতিৰ ভেটি প্ৰতিষ্ঠিত হৈছিল।

বৰ্তমান সময়তো সামগ্ৰিকভাৱে জিলাখনৰ প্ৰায় সকলো চহৰ আৰু গাঁওসমূহত হস্ততাঁত শিল্পৰ সমাদৰ কমা নাই। আন সম্প্ৰদায়ৰ



লগতে বিশেষকৈ বড়ো তিৰোতাসকলৰ প্ৰায় প্ৰতি ঘৰতে এড়ি পলু পোহাৰ ব্যৱস্থা আছে আৰু তাৰ পৰা সূতা কাটি কপাহী কাপোৰৰ লগতে এড়ি কাপোৰ বোৱাৰ পৰম্পৰা চলি আছে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে যদিও ভক্তি আন্দোলনৰ প্ৰভাৱ বিশাল বজালী অঞ্চলত তেনেকৈ পৰা নাছিল তথাপি তাঁতশালখন পৰম্পৰাগতভাৱে আজিও বজালী অঞ্চলত জীৱন্ত হৈ আছে। বিচিত্ৰ চানেকিৰ ফুলাম কপাহী কাপোৰ, কপাহ আৰু এড়িৰ বৰকাপোৰ একালত জনপ্ৰিয় আছিল। অৱশ্যে সাধাৰণ মেখেলা-চাদৰ, গামোছা, ছেলেং, ৰিহা, আগুৰাণ, বিচনা চাদৰ, তলপাৰাৰ উপৰিও মাংগলিক অনুষ্ঠানত প্ৰয়োজন হোৱা অনাকটা চাদৰ, ধুতী, অসমীয়াৰ বিহুৱানখন আজিও বজালী অঞ্চলৰ তিৰোতাই ঘৰে ঘৰে বৈ উলিয়ায়।

অৱশ্যে এটা কথা স্বীকাৰ কৰিব লাগিব যে প্ৰাক্‌শংকৰী আৰু শংকৰী যুগৰ পৰাই বৰপেটা চহৰক কেন্দ্ৰ কৰি ইয়াৰ আশে-পাশে থকা অঞ্চলসমূহত বয়নশিল্পৰ পৰম্পৰাগত প্ৰাচুৰ্য্য অনন্য। বৰপেটাত এনে পৰিয়াল নাছিল যাৰ ঘৰত তাঁতশালখনৰ অভাৱ আছিল। এই অঞ্চলৰ গাভৰুৱে কাপোৰ বব নজনাটো এক লজ্জাজনক কাৰ্য্য বুলি বিবেচনা কৰিছিল। বৰপেটাৰ গছ বা গছাবচা ফুলাম চাদৰৰ সমাদৰ আৰু সুনাম সমগ্ৰ অসমতে বৈ বৈ যোৱা। মহাপুৰুষ মাধৱদেৱে বৰপেটা এৰি বেহাৰলৈ যোৱাৰ সময়ত মনপুৰে তেৱাৰ শিশিৰী পঢ়ি কাপোৰখন নেৰানেপেৰাকৈ খুজি ৰাখি মনত দিয়া বেদনাৰ কথা 'গুৰুচৰিত কথা'ই লিপিবদ্ধ কৰি ৰাখিছে (পৃঃ ৩৬৮)। বৰ্তমানে জিলাখনত চৰকাৰী উদ্যোগত বয়নশিল্পৰ অনুষ্ঠান ঠায়ে ঠায়ে গঢ়ি তুলিছে। তথাপি প্ৰতি গৃহস্থৰে তাঁতশালখন গৌৰৱৰ চানেকি।

**(গ) সোণ-ৰূপৰ অলংকাৰ ঃ** অসমত আ-অলংকাৰ ষোড়শ শতিকাৰ ভক্তি আন্দোলনৰ আগৰ পৰাই প্ৰস্তুত আৰু পৰিধান কাৰ্য চলি আহিছিল যদিও শংকৰদেৱ আৰু তেওঁৰ সহযোগীসকলে আৰম্ভ কৰা সত্ৰ অনুষ্ঠানৰ প্ৰসাৰণৰ ফলত সমাজ জীৱনত এক নৱজাগৰণৰ সূচনা হৈছিল। সামাজিক আচাৰ-অনুষ্ঠানো বাঢ়িছিল, বিয়া-বাৰুত বাহিৰেও। ফলত সোণ-ৰূপৰ অলংকাৰৰ চাহিদা বাঢ়িছিল আৰু সোণাৰীৰ (বণিয়া) সংখ্যাও বৃদ্ধি পাইছিল। বৰপেটা জিলাৰ সোণ-

ৰূপৰ কামকৰা প্ৰধান কেন্দ্ৰসমূহ — বৰপেটা, বজালী অঞ্চল, বৰনগৰ, নৱনগৰ (হাউলী), কালজাৰ, ভৱানীপুৰ আৰু সৰুক্ষেত্ৰী অঞ্চল। এই অঞ্চলসমূহৰ ভিতৰত সোণ-ৰূপৰ শিল্প আৰু কলাৰ বৰপেটা আছিল প্ৰাণকেন্দ্ৰ। এনেকি বৰপেটাৰ অনেক সোণাৰীয়ে অসমৰ বিভিন্ন অঞ্চললৈ গৈ গড় (Envil) পাতি সোণ-ৰূপৰ অলংকাৰ গঢ়ি দিছিল। এনে ভ্ৰাম্যমাণ সোণ-ৰূপৰ কাৰিকৰসকলৰ সুনাম আছে। এই সংক্ৰান্তত F. C. Heniker ৰ মন্তব্য প্ৰণিধানযোগ্য — "Another place in Assam proper, but further down the valley, having a great local reputation for its gold & silver work is Barpeta in the district of Kamrup (old). (Gold & Silver Work of Assam, P - 7.)। লগতে তেওঁ পুৰুষ আৰু মহিলাই ব্যৱহাৰ কৰা সোণ-ৰূপৰ অলংকাৰৰ তালিকা এখনো প্ৰস্তুত কৰিছে এনেদৰে — (১) চিতি পতি, (২) জন্‌কাৰ চোলেকি, (৩) হিজিৰী, (৪) কাণৰ সোণা, (৫) নাকফুল, (৬) গলকণ্ঠি, (৭) জোনমাদলি, (৮) কেচেলুৱা হাড়, (৯) চন্দ্ৰহাড়, (১০) আঙুঠি, (১১) বাজু-মুঠি, (১২) বালা, (১৩) মালখাৰু, (১৪) বেকি, (১৫) গামখাৰু ইত্যাদি। অৱশ্যে পৰৱৰ্তী কালত ৰুচি অনুসৰি আন আন সোণ-ৰূপৰ অলংকাৰ তৈয়াৰ আৰু ব্যৱহাৰ কৰা জনা যায়। যেনে কাণৰ কাণফুল, কাণপাচা, কাণবালা, কৈৰা, কুণ্ডল, নাকৰ নাকফুলৰ উপৰিও নাকচন্দা, নাকজেঠি, নাক ঠাচা, পালি পাত (পিচৰ কেইবিধমান বঙালী আৰু মুছলমান তিৰোতাইহে পৰিধান কৰে)। সেইদৰে ডিঙিত গলপতা, মণিদানা, জোনবিৰি, দুগ্‌দুগী, ঢেৰমাদলী, শিলম্বা মাদলী, কণ্ঠহাৰ ইত্যাদি। হাত, মূৰ আৰু ভৰিত পিন্ধা ক্ৰমে মুঠি, চুৰি, বালা, কপালজেঠী, ভৈৰখাৰু (ভৰি খাৰু), চেলে, লেমপুৰ বা নেপুৰ ইত্যাদি।

বৰপেটীয়া সোণাৰীয়ে গঢ়োৱা অসমীয়া তিৰোতাৰ আদৰৰ 'সোণা' আৰু মুঠিখাৰুৰ কলা নৈপুণ্য প্ৰশংসনীয়। থলুৱা সোণাৰীৰ (বৈণা, বণিক্য) ৰং-বিৰঙৰ জক্‌মকীয়া ফুল আৰু নক্সা কটা সোণ-ৰূপৰ অলঙ্কাৰৰ আদৰ অসমৰ বাহিৰতো আছে। অসমীয়া, বড়োকছাৰী, নেপালী, বঙালী আৰু মুছলমান তিৰোতাই অলঙ্কাৰৰ ব্যৱহাৰ ভিন্ন ৰুচি অনুযায়ী কৰে যদিও সোণাৰী কিন্তু একেই। দুখ আৰু



পৰিতাপৰ কথা এয়ে যে অকল বৰপেটা জিলাই নহয়, আজি সমগ্ৰ অসমতে উদ্যোগীকৰণ, নগৰীকৰণ, পাশ্চাত্য শিক্ষাৰ প্ৰসাৰণ, আধুনিকীকৰণ আদি যিবিলাক পৰিক্ৰমাক আমি উল্লাসেৰে সাৱতি লৈছো, সেইবোৰৰ অৱধাৰিত পৰিণতি স্বৰূপে এনে এক সন্ধিক্ষণত উপনীত যাব ফলত আমাৰ পুৰুষানুক্ৰমে চলি অহা পৰম্পৰাগত জীৱন ধাৰাত যতি পৰিছে। আমাৰ ইয়াত পৰম্পৰাগত কাৰুশিল্প আৰু অন্যান্য দক্ষতা সমূহ, যিবোৰৰ লগত আমাৰ অৰ্থনৈতিক বুনিয়াদৰ প্ৰত্যক্ষ সম্পৰ্ক আছে— বিপন্ন আৰু স্থানচ্যুত হোৱাৰ লগতে অন্তৰ্হিত হৈছে। উদাহৰণস্বৰূপে জিলাখনৰ সদৰ বৰপেটা চহৰতে থলুৱা স্বৰ্ণশিল্পী দুই এজনহে আছে, বাকী সকলোবোৰ বাহিৰৰ পৰা আমদানিকৃত স্বৰ্ণশিল্পী। পূৰ্বে উল্লেখ কৰা অসমীয়াৰ আদৰৰ 'সোণা' (ঠকা সোণা) আৰু 'মুঠি' এইসকল সোণাৰীয়ে কাৰু-কাৰ্য্য খটাই আজিও গঢ়িব পৰা কলা-কৌশল আয়ত্ত কৰিব পৰা নাই। জিলাখনৰ প্ৰতিখন চহৰ আৰু গাঁওৰ লোকে আগতকৈয়ো ৰমক-জমক্ সোণ-ৰূপৰ অলঙ্কাৰ পৰিধান কৰে; কিন্তু সেইবোৰ গঢ়োতাৰ কৌশল থলুৱা স্বৰ্ণশিল্পীৰ পৰম্পৰাগত পদ্ধতিৰে নহয়।

**(ঘ) বাঁহ-বেতৰ শিল্প কলা ঃ** ঘৰৰ এচুকত অনাদৃত হৈ পৰি থকা বেতেৰে নিৰ্মিত আইতাৰ দিনৰে জপাটো; বাহৰ কাঠিৰে তৈয়াৰী বাকচটো, ম'হ-গাই খীৱোৱা নক্সা কাটি তৈয়াৰ কৰা ভলুকা বাঁহৰ চুঙা বা কৈৰাটো দেখিলে মনত পৰে লোক-কলা আৰু নিপুণ শিল্পীজনৰ কথা আৰু মনত পৰে লোক শিল্প-কলাৰ উপকৰণ, প্ৰকৰণ কৌশল আদি। বাঁহ-বেতৰ ফুলদানি, চৰাই-চিৰিকতি, নানা তৰহৰ ফুল তোলা বিচনী, চিৰ পৰিচিত অসমীয়া জাপিটো, জাকৈখন, খালৈটো (সৰু-বৰ), সুক্তা ভৰাই বা চিৰা-ফটা কানি-কাপোৰ ভৰাই অনাদৃতভাৱে বেৰত আঁৰি থোৱা দেখিলে মনপখী উৰা মাৰে মনত নপৰা দিনলৈ। বেতৰ চকী, মেজ, আলনা, বস্তু-বাহানি চিকুণকৈ ৰাখিবলৈ সজা ৰেকটো; বহা মূঢ়াটো, সুন্দৰ কৌশলেৰে সজাই তোলা চিঠি ৰখা বাকচটো দেখিলে ভাৱ হয় — যান্ত্ৰিক সভ্যতাই ম্লান কৰা নাই কাৰু শিল্পীৰ কলা-নিপুণতা। বৰপেটা, হাউলী, সৰভোগ, বৰপেটাৰোড, পাঠশালা, বহৰি (তাৰাবাৰী) বজাৰ আদি সৰু-বৰ চহৰসমূহত এইবোৰ

কাৰু শিল্পজাত সামগ্ৰীৰ যেন প্ৰতিযোগিতাৰ প্ৰদৰ্শনীহে আয়োজিত হৈছে। ই আমাৰ পৰম্পৰাক আদৰি লোৱাৰ শুভ-লক্ষণ।

মাছ মৰা সঁজুলি চেপা, ডিঙাৰ, প'ল, জুলুকি, বিভিন্ন জাল আদি সমগ্ৰ জিলাখনৰ সকলো সম্প্ৰদায়ৰ নিৰ্মিত ঘৰুৱা শিল্পকাৰ্য্য, বিশেষকৈ জনজাতি, অনুসূচীত জাতি, মুছলমান বসতি অঞ্চলত পয়োভৰ অধিক। ককাদেউতা আৰু আইতাই সন্ধিয়া পৰত চোতালত ঢাৰি-পাতি পাৰি সাধু কোৱা স্মৃতি ৰোমন্থন কৰিলে দেহ-মন ৰোমাঞ্চিত হয়। ভকতে হাতত লৈ যোৱা কঠখন, যিখন মহাপুৰুষ শঙ্কৰদেৱক মাধৱদেৱে কল ঠাৰিৰে তৈয়াৰ কৰি উপহাৰ দি এটা পৰম্পৰাৰ সূচনা কৰিছিল। (গুৰুচৰিত কথা, পৃঃ ১১১)। "আৰু একদিন চোট আতা এখনি কট সাজি কল সম্ভাৰ ঃ সজকৈ ধুই পক্ষালি দিলেনি গুৰুজনক" বোলে বাপ আতে বহি হৰি কথা চৰ্চা জাব ঃ" খেতিয়কৰ ধান-চাউল থোৱা ডুলি, পাচী, খৰাহি, ডলা, কুলা চহা জীৱনৰ দৈনন্দিন সামগ্ৰী প্ৰতিখন গাঁওৰ প্ৰতিঘৰ মানুহে নিজে তৈয়াৰ কৰি লয়। বৰপেটা জিলাৰ কয়াকুছি মুছলমান অধ্যুষিত এটা ডাঙৰ অঞ্চল — বনবাহাৰ, নলকটা পাৰা, কুড়িয়াহ, মৰিচা, খাবলাৰভিঠা আদি গাঁওৰ সমষ্টি। বাঁহৰ ঢাৰি, ডাঙৰ সৰু ডুলি আদি তৈয়াৰ কৰা জিলাখনৰ মূলকেন্দ্ৰ। এই কয়াকুছিত তৈয়াৰী ঢাৰি, ডুলি অসমৰ বিভিন্ন ঠাইলৈ চালান দিয়া হয়।

বৰপেটা মূলতঃ এখন কৃষি প্ৰধান জিলা। কৃষিয়েই শতকৰা নব্বৈ ভাগ লোকৰ জীৱিকাৰ পথ। খেতিয়কৰ খেতিৰ সঁজুলি যেনে — নাঙল-যুঁৱলি, খাব্‌নি, বিধা, লাংলা আৰু বিশেষকৈ গৰুগাড়ীখন নহ'লেই নচলে। গাড়ীৰ চকা তৈয়াৰ কাঠমিস্ত্ৰীৰ শিল্প নৈপুণ্যৰ চানেকি। বাকী সঁজুলিবোৰ মিস্ত্ৰীৰ সহায়ত নতুবা খেতিয়কে নিজে তৈয়াৰ কৰি লোৱা পৰম্পৰা আজিও চলি আছে। মটৰ গাড়ী নথকা দিনত গৰু বা ম'হৰ গাড়ীখনেই যাতায়তৰ বাহন আছিল। আনকি বিয়া-বাৰুত নকইনা অনা-নিয়া কৰা চৈ দিয়া গাড়ী এযুগৰ কলা-সংস্কৃতিৰ প্ৰতীক।

**(ঙ) কাঠৰ শিল্প কলা ঃ** কাঠৰ কাম কৰা শিল্পীসকল বাঢ়ৈ বা সূতাৰ বুলিহে এই অঞ্চলত জনাজাত। কৰতেৰে কাঠফলাসকলক কৰতীয়া বুলি কোৱা হয়। কাঠ মিস্ত্ৰি শব্দটো জিলাখনৰ সকলোতে ব্যৱহাৰ কৰা উমৈহতীয়া ভাষাত ব্যৱহাৰ কৰা হয়। জিলাখনৰ



ভৌগোলিক অৱস্থান, সত্ৰীয়া সংস্কৃতিয়েও কাঠ শিল্পত মননশীলতা আনি দিছে। বাৰিষা কালত বেছিভাগ ঠায়ে জলমগ্ন হৈ থাকে। চৰ অঞ্চলত বসবাস কৰা সকলৰ কথা আৰু সুকীয়া। নাওখন বা ভেলখন (ভুৰ) নহ'লে ঘৰৰ পৰা বাহিৰ হোৱাৰ উপায় নাই। তাতে চাৰিওফালে নৈ-বিলেৰে পৰিবেষ্টিত হৈ থকা বাবে আলি-পদুলি নোহোৱা কালত জলপথেই যাতায়তৰ একমাত্ৰ উপায় আছিল। নাওখন নহ'লেই নহয়। সেই কাৰণে নাও সজাবলৈ নাওৰ কুণ্ডা পাহাৰীয়া অঞ্চলৰ পৰা আমদানি কৰা হৈছিল। ফলত নাওৰ ব্যৱসায় গঢ়ি উঠিছিল। প্ৰাক্‌শঙ্কৰী যুগতো বৰপেটা অঞ্চলত নাওৰ ব্যৱসায় থকাৰ বাৰ্তা গুৰুচৰিত কথাই বহন কৰে। বৰপেটাৰ ওচৰৰ বাৰাদি সত্ৰৰ চকিয়া মাজি এক জ্বলন্ত উদাহৰণ (পৃঃ ৮২)। তেওঁৰ নাও তৈয়াৰ কৰি নাও ভাৰালৈ দিয়া ব্যৱসায় আছিল। এনে নাও ব্যৱসায়ীক মাজি বোলা হয়। তাৰোপৰি জিলাখনৰ লোক মূলতঃ কৃষিজীৱি। বস্তু-বাহানিৰ বেচা-কিনা কৰিবলৈকো নাওখন নহ'লে নহয়।

বৰপেটা সত্ৰীয়া জিলা বুলিলে বেছি কোৱা নহয়। কিয়নো জনজীৱনত সত্ৰৰ প্ৰভাৱ প্ৰায় সৰ্বত্ৰ। সত্ৰসমূহৰ কীৰ্ত্তনঘৰ আৰু গাঁওৰ নামঘৰবোৰত সঞ্চিত হৈ থকা গুৰু আসন, বেৰ, তোৰণ আদিত বাঢ়ৈৰ শিল্প-কুশলতাৰ সুন্দৰ আৰু বলিষ্ঠ নিদৰ্শন মন কৰিবলগীয়া। কীৰ্ত্তনঘৰবোৰৰ তোৰণত জয়-বিজয়ৰ মূৰ্তি প্ৰায়ভাগ সত্ৰৰে স্বাভাৱিক বৈশিষ্ট্য। বস্তু আয়তনৰ বিস্তৃতি আৰু অভিব্যক্তিৰ শক্তিৰে সুন্দৰ হনুমান আৰু গড়ুৰ পক্ষী অসমীয়া কাঠ-ভাস্কৰ্য্যৰ অন্যতম শ্ৰেষ্ঠ সৃষ্টি। বৰপেটা সত্ৰৰ কীৰ্ত্তনঘৰকে ধৰি এই জিলাৰ বহু সত্ৰ-কীৰ্ত্তনঘৰ আৰু নামঘৰবোৰৰ ভিতৰত থকা উক্ত হনুমান আৰু গড়ুৰ পক্ষীৰ মূৰ্তি ভকতৰ শ্ৰদ্ধাৰ শিল্প কলা। সেইবোৰৰ বেৰত খোদিত আৰু অংকিত কাহিনীচিত্ৰ, ৰেখাচিত্ৰ, ভাওনাৰ ছো-মুখা আদিত ব্যৱহাৰ কৰা ৰং আৰু প্ৰাকৃতিক পটভূমিৰ দৃশ্যই কলাপ্ৰিয় লোকৰ মনত ভাবানুভূতিৰ সৃষ্টি কৰে। কীৰ্ত্তনঘৰৰ বেৰত ব্যৱহাৰ কৰা 'ৰিলিভবোৰ' শিল্পীৰ নিপুণ হাতৰ প্ৰকাশ। মহাপুৰুষ মাধৱদেৱে সুন্দৰীৰ ওচৰত ৰভাখলাত গোপ-গোপী আৰু গাই-দামুৰীৰ উপৰি কৃত্ৰিমকৈ গোৱৰ্ধন পৰ্বত সাজি তাতে গোৱৰ্ধন যাত্ৰা কৰাৰ কথা "কথাগুৰুচৰিত"ত আছে (পৃঃ ৫৪৮)।

বৰবিষ্ণু আতাৰ অনুৰোধমৰ্মে মাধৱদেৱে মালচাত নৃসিংহ যাত্ৰা ভাওনা কৰা কালত বৰবিষ্ণু আতাৰ সৈতে জনিয়াৰ নাৰায়ণদাসঠাকুৰে লগ লাগি ছো সজাৰ কথাত কথাগুৰুচৰিতে বহন কৰা বাৰ্তা উল্লেখযোগ্য (পৃঃ ৩১৪)। ভাওনাত ব্যৱহাৰ কৰা ছো-মুখাবোৰ খনিকৰসকলে সাজি উলিয়াইছিল। এওঁলোকৰ শিল্প-নৈপুণ্যৰ কিছু অংশ ছো-মুখাৰ যোগেদি প্ৰকাশ পায়। সত্ৰাধিকাৰ উঠি যোৱা দোলাখনৰ শিল্প ভাস্কৰ্য্য চমকপ্ৰদ চানেকি।

বৰপেটা জিলাৰ নাওখেলৰ আৰম্ভণি সম্ভৱতঃ বৰপেটা সত্ৰতেই মথুৰাদাস বুঢ়া আতাৰ দিনৰ পৰাই কৰা হৈছিল। উক্ত নাওখেলৰ বাবে অতি নিপুণতাৰে নাও সাজি উলিয়াব পৰা সূতাৰ বৰপেটা অঞ্চলতে আছিল। খেল-নাওবোৰত খোদিত কৰা ময়ুৰ পক্ষী, মাছ-মগৰ আৰু লতা-ফুলবোৰ উচ্চমানবিশিষ্ট লোক-কলা। আজিও বৰপেটাৰ ধৰম সুতাৰৰ খেলনাওৰ খ্যাতি এই অঞ্চলৰ মানুহৰ মুখে মুখে। বৰপেটাৰ ৰমেশদাস সূতাৰে সজা খেলনাওৰ আৰ্হি দিল্লী সংগ্ৰহালয়ত সংৰক্ষিত হৈ আছে। পাছলৈ খেলনাও বৰপেটাতে আৱদ্ধ নাথাকি ওচৰ-পাজৰৰ গাঁওবোৰত ধৰ্মনিৰপেক্ষভাৱে তৈয়াৰ কৰা হৈছিল আৰু প্ৰশাসনৰ পৃষ্ঠপোষকতাত মৰা নৈত পতা নাওখেলত জাতি-ধৰ্ম নিৰ্বিশেষে খেলুৱৈসুলভ মনোবৃত্তিৰে অংশগ্ৰহণ কৰিছিল। জিলাখনৰ গাঁৱে-ভূঁএে পৰম্পৰাগতভাৱে ব্যৱহৃত উৰাল আৰু চিৰসহচৰী ঢেঁকীটো শিল্প নৈপুণ্যৰ চানেকি। কাঠশিল্পৰ শিল্পীজন লোকালয়ত হেৰাই গ'লেও শৈল্পিক নিদৰ্শন লোকশিল্পৰ নমুনা হৈ ৰৈ আছে।

সমগ্ৰ জিলাখনতে কাঠশিল্পৰ পৰম্পৰা আজিও শেষ হোৱা নাই। মটৰগাড়ীৰ অবয়ব (বডি), মেজ-মাচিয়া আদি বিভিন্ন শিল্পকৰ্মৰ বহু প্ৰতিষ্ঠান গঢ়ি উঠিছে। সেইবোৰৰ শিল্প কৌশল আৰু ৰং কৰা (Painting) কলা উচ্চমানবিশিষ্ট।

**(চ) ধাতৱ শিল্প-কলা ঃ** সৰ্থেবাৰী বৰপেটা জিলাৰ এখন সৰু চহৰ। ইয়াৰ কাঁহ শিল্প অতি প্ৰাচীন। এইবিধ লোকশিল্পকলাৰ বাবে সৰ্থেবাৰী অসম তথা ভাৰত বিখ্যাত। সৰ্থেবাৰীৰ জীউধন কঁহাৰে নিজৰ শৈল্পিক প্ৰতিভাৰ বাবে স্বৰ্গদেউ শিৱসিংহৰ পৰা তাম্ৰপত্ৰ,



এশপুৰা নিস্কৰ মাটি আৰু চৌধুৰী উপাধি লাভ কৰিছিল। আন এজন সৰ্থেবাৰীৰ আজন্ম কঁহাৰ শিল্পী ঁপুষ্প কঁহাৰ। মহাৰাণী ভিক্ট'ৰিয়াৰ যুগত লণ্ডনত পতা শিল্প প্ৰদৰ্শনীত পুষ্প কঁহাৰে তৈয়াৰ কৰা জাত কাঁহীয়ে সকলো দৰ্শককে মোহিত কৰিছিল। ভিক্ট'ৰিয়াই সেই অনিন্দ্য সুন্দৰ জাত কাঁহী দেখি কাৰুশিল্পী পুষ্প কঁহাৰক পুৰস্কৃত কৰিছিল। লণ্ডন যাদুঘৰত এতিয়াও এই কাঁহী সংৰক্ষিত হৈ আছে বুলি কয় (সঃ উঃ মাঃ বিদ্যালয়ৰ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ, পৃঃ ১৪৫)। এইবিধ ধাতৱ শিল্প কাঁহৰ বাচন বৰপেটাতো একালত তৈয়াৰ হৈছিল। এনে কাঁহৰ বাচন-বৰ্তন তৈয়াৰ কৰা শিল্পীসকল যিকোনো সম্প্ৰদায়ৰ আছিল। আজি ইয়াত এইবিধ কাৰুশিল্পৰ অবলুপ্তি ঘটিছে।

কাঁহশিল্পকলাৰ উৎপাদিত সামগ্ৰীসমূহ — কাঁহৰ ভোৰতাল (ভোট্‌তাল), খুটিতাল, বৰকাঁহ, ঘণ্টা, বটা, শৰাই, থগী আদি সত্ৰসমূহত নিত্য ব্যৱহৃত সামগ্ৰী। ইয়াৰ উপৰিও বিভিন্ন ধৰণৰ কাঁহি-বাতি যেনে বানবাতি, সেৰীবাতি, আধাসেৰীবাতি; সেইদৰে মাইহং, বৰকাঁহি, পানীখোৱা কলহ, দুগ্‌দুগি কলহ, লটা, জাৰিলটা আদি মানুহৰ জীৱন চক্ৰত প্ৰয়োজনীয় আটাইবোৰ নিত্যব্যৱহাৰ্য্য সামগ্ৰী সৰ্থেবাৰীৰ কঁহাৰৰ ভাটিত বা শালত তৈয়াৰ কৰা হয়। আজি অসমৰ থান-সত্ৰ আৰু নামঘৰবোৰৰ ধ্ৰুপদী সুৰৰ লগত সংগত কৰা ভোৰতালৰ শৰদে বৰলুইতৰ দুয়োপাৰৰ সাংস্কৃতিক বতৰা বহন কৰি আহিছে। কাঁহৰ বাচন-বৰ্তনবোৰত কটা নক্সা কঁহাৰৰ নিপুণতাৰ চানেকি। এনে চানেকি লোকশিল্পকলাৰ নিৰ্মল চাৰিত্ৰিক সৰলতা, সৰলীকৃত ৰূপ, বৰ্ণ আৰু ডিজাইনৰ সৌন্দৰ্য্য আৰু মানৱীয়তা, মানুহৰ সামাজিক, শৈল্পিক সত্তাত সোমাই থকা শিল্পীমনৰ পৰিচায়ক।

সৰ্থেবাৰীৰ কাঁহশিল্পৰ অৰ্থনৈতিক দিশটো এৰাই চলিব পৰা বিধৰ নহয়। অতীতৰ পৰা বৰ্তমানলৈকে ভূটীয়া আৰু তিব্বতীয়সকলৰ লগত ইয়াৰ কাঁহৰ সামগ্ৰীৰ ব্যৱসায় চলি আহিছে। এই ভূটীয়া আৰু তিব্বতীসকলে সৰ্থেবাৰীলৈ আহি ভোৰতাল, 'চিমো-পচাম', ভেৰি আৰু ভূটীয়া তাল ৰপ্তানি কৰিয়ে আছে। এতেকে সৰ্থেবাৰীত তৈয়াৰ হোৱা কাৰুশিল্পৰ সামগ্ৰীয়ে বিদেশী মুদ্ৰা অৰ্জনত লোৱা ভূমিকা প্ৰশংসনীয়। তদুপৰি গুৰুচৰিত কথাত এই মূলক মৌ-সিঠাৰ যন্ত্ৰ সাজি (lost wax

process) মূৰ্তি তৈয়াৰ কৰা প্ৰণালীৰ উমান পোৱা যায় — "বৃত্তিকৰ ঢলুৱা মৌ-সিটা জন্ত্ৰকে মুৰ্তি পাত্ৰটি কৰি মৃত্তিকাৰ লেও দি ৰন্ধ্ৰটি থৈ ঃ তেহে ৰজত সুৱৰ্ণ তাম-কাঁহ পিতল ৰাঙ্গ সহিত ভৰাই ৰসকৈ বাকি দিএ ৰন্ধ্ৰে গৈ সিটা পুৰি সব অঙ্গ পুন্নহে পাত্ৰ বা মূৰ্ত্তিখান হৈলেও ভাঙ্গি বাজ কৰে (গুঃ চঃ কঃ পৃঃ ৩৯৫-৯৬)।" এনে পদ্ধতিৰ নমুনা অৱশ্যে এতিয়ালৈ উদ্ধাৰ হোৱা নাই।

**(ছ) হাতীদাঁতৰ শিল্প ঃ** কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাই কনৌজৰ অধিপতি হৰ্ষবৰ্ধনলৈ দিয়া উপহাৰ সামগ্ৰীৰ ভিতৰত কাংস্যপাত্ৰ, হাতীদাঁতৰ পাটী আৰু গজমুক্তাৰো উল্লেখ পোৱা যায়। অসমৰ হাবিত থকা হাতীৰ পৰা পৰ্য্যাপ্ত পৰিমাণে হাতীদাঁত পোৱা গৈছিল। যোৰহাট আৰু বৰপেটা চহৰ হাতীদাঁতৰ শিল্পৰ বাবে বিশেষভাবে জনাজাত। ইয়াৰ ভিতৰত অসমত বৰপেটাৰ স্থান প্ৰথম। বৰপেটীয়া কাৰুশিল্পীয়ে তৈয়াৰ কৰা হাতীদাঁতৰ গুৰু আসন, খাৰু, হাৰ, আঙুঠি, ফণী, জঁটভঙা, অলংকাৰ ৰখা সাঁফৰ, লাঠি (লাখুটি), কটাৰীৰ নাল, বিবিধ ফুল, ফুলকটা ঠগি (Tray), বিভিন্ন জীৱ-জন্তু, চৰাই-চিৰিকতি আৰু ৰাধাকৃষ্ণৰ মূৰ্তি, পুতলা (Toy) আদি আটকধুনীয়া শৈল্পিক বৈশিষ্ট্যৰে ভৰপূৰ বৰপেটাৰ গৌৰৱৰ বস্তু। "ৰাধানাথ আইভৰী আৰ্ট হাউচৰ" জগন্নাথ দাস হাতীদাঁতৰ এজন কৃতী খনিকৰ আছিল। একালত বৰপেটাৰ তিনিখন হাতীদাঁতৰ শিল্পালয়ত প্ৰায় ৩০-৩৫ জন খনিকৰে বৰ্তমান শতিকাৰ পঞ্চাশৰ দশকলৈ দিনে নিশাই কাম কৰিও গ্ৰাহকৰ চাহিদা পূৰণ কৰাত অক্লান্ত কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। এই শিল্পকৰ্ম কৰিয়েই তেওঁলোকৰ পৰিয়ালৰ ভৰণ-পোষণ দিব পাৰিছিল। বৰ্তমান হাতীদাঁতৰ চৰাদাম, দুষ্প্ৰাপ্যতা, চৰকাৰী অৱহেলা আদি কাৰণত এইবিধ লোকশিল্পকলা মৃতপ্ৰায়। ৰাধানাথ আইভৰী আৰ্ট হাউচ আৰু ভগবতী আইভৰী ৱৰ্কচ নামৰ প্ৰতিষ্ঠান দুখন আছে যদিও এই শিল্পালয়ত বৰ্ত্তমান হাতীদাঁতৰ কাম কৰা নহয় বুলিলেই হয়। হাতীদাঁতৰ পৰিবৰ্তে কাঠৰ গুৰু আসন আৰু কাঠৰ দুৱাৰ-খিৰিকিৰ ফলিত লতা-ফুল, বিবিধ নক্সা খোদিত কৰা কামহে কৰে।

**(জ) আতচ্‌বাজী (বাখৰ) ঃ** লোককলাৰ ভিতৰত বৰপেটাৰ আতচ্‌বাজী অসম বিখ্যাত। আতচ্‌বাজী যৱনি শব্দ। ইয়াৰ পৰা অনুমান হয় যে বিদেশী মুছলমান আক্ৰমণকাৰীসকলৰ আগমনৰ লগে লগে আমদানী হোৱা এইবিধ কাৰুশিল্প। সম্ভৱতঃ বৰপেটাৰ দেউল উৎসৱৰ লগতে এইবিধ শিল্প বিজড়িত। বৰপেটা দেউল উৎসৱত বাখৰৰ বিবিধ নমুনা প্ৰদৰ্শন অতি চমকপ্ৰদ। 'ফানুচ', 'হাৱৈ', 'মটাৰগছ' আদি তৈয়াৰ কৰা কলাকৌশলৰ ক্ষেত্ৰত আজিও অসমৰ আন ঠাইৰ তুলনাত বৰপেটাৰ সুনাম আছে। গাজি (খাজী) মৰা ব'ম বৰপেটাৰ আন এবিধ উল্লেখনীয় বাখৰ শিল্পৰ নমুনা।



সকলো দেশতে আৰু সকলো কালতে শিল্প গুণযুক্ত বস্তু এটাইহে ইন্দ্ৰিয় আৰু সংবেদনক আনন্দ দিব পাৰে। কাৰণ বস্তু এটা সুন্দৰকৈ সাজি সাজোতাজনে তৃপ্তি পায়, আৰু আনন্দ পায় সেই সুন্দৰ বস্তুটো ব্যৱহাৰ কৰোতাজনে। কলাগুণযুক্ত হ'লে বস্তুটোৰ উপযোগ মূল্যও বাঢ়ে। আন আন কাৰুকাৰ্য্যৰ দৰে লোকশিল্পতো উক্ত কথাষাৰ ৰজিতা খোৱা।

**২। লোকস্থাপত্য ঃ**

লোকস্থাপত্যৰ জন্মলগ্ন মানুহে গৃহনিৰ্মাণ কৰি থাকিব লোৱা সময়লৈ আঙুলিয়াব পাৰি। আজিও সেইদিনৰ নীতি-বচন মানি মানুহে গৃহনিৰ্মাণ, কীৰ্ত্তনঘৰ, মঠ-মছজিদ আদি সাজি লৈ ব্যক্তি আৰু সমাজ জীৱনৰ ভৱিষ্যত সপোন ৰচে। এই প্ৰসংগতে ড° বি. কে. বৰুৱাদেৱৰ এষাৰ কথা উনুকিয়াব পাৰি — "The creation of temples in Assam goes back to an early century, at any rate, the existence of numerous shrines dedicated to Siva, Surya, Visnu, Devi and other deities is fully attested to both by inscriptions & temporary literature" (A Cultural History of Assam, p-188)। সেয়ে হ'লে বৰপেটা জিলাৰ লোকস্থাপত্যৰ ক্ষেত্ৰত সাহিত্যৰ আশ্ৰয় নলৈ নোৱাৰি। গুৰুচৰিত কথা এনে এক প্ৰামাণ্য গ্ৰন্থ যাৰ সহায়ত এই অঞ্চলৰ লোকস্থাপত্যত আলোকপাত কৰিব পাৰি। লগতে ষোড়শ শতিকাৰ বৰপেটা সত্ৰৰ হৰিমন্দিৰ (ৰঙিয়াল গৃহ)ক আদৰ্শ স্থাপত্যৰ এক প্ৰাসংগিক উদাহৰণ হিচাবে লব পাৰি, যি সময়ত আধুনিক স্থাপত্যত ব্যৱহাৰ কৰা সা-সঁজুলি মুঠেই নাছিল। তলত কাঠ-বাঁহ আৰু খেৰেৰে সজা বৰপেটা

সত্ৰৰ কীৰ্ত্তনঘৰ আৰু ৰঙিয়াল গৃহৰ (সং - ৰঙ্গশালা) স্থাপত্যৰ গঠন প্ৰণালী আৰু নিৰ্মাণ শৈলীৰ বৰ্ণনা আগবঢ়োৱা হ'ল (গুৰুচৰিত কথা, পৃঃ ২৮৭-৯১)। দৈত্যাৰি ঠাকুৰৰ মতে মাধৱদেৱৰ তত্বাৱধানত চালে চকুৰোৱা এটি আটকধুনীয়া হৰিমন্দিৰ বৰপেটা সত্ৰত নিৰ্মাণ কৰি উলিওৱা হৈছিল আৰু সেই সময়ত সমগ্ৰ কামৰূপতে তেনে হৰিমন্দিৰ দ্বিতীয়টো নাছিল (শঙ্কৰদেৱ মাধৱদেৱ চৰিত, পৃঃ ১১৫)। গুৰুচৰিত কথাত (পৃঃ ২৮৮-৯০) উল্লেখ কৰা মতে মাধৱদেৱে হৰিমন্দিৰ নিৰ্মাণ কৰা কাৰ্য্য সম্পৰ্কে বুঢ়া আতাৰ লগত আলচ কৰি তাঁন্তীকুছিৰ ৰামলাৰুৱা বুঢ়াৰ (ৰামচন্দ্ৰ) মাটি এডৰা খুজি গৃহনিৰ্মাণৰ বাবে প্ৰয়োজন হোৱা বাঁহ কেইজনমান ভকতক লৈ বজালী পৰগণাৰ পৰা অনা হৈছিল। ডাঙৰ দীঘল পূৰঠ (matured) বাঁহবোৰ ফালি দীঘলে দীঘলে কামি তৈয়াৰ কৰিছিল। তাৰে কিছুমান মিহি কামি চালচতাৰ কাৰণে আৰু ডাঙৰ কামিবোৰ চেউনী কামি হিচাবে ব্যৱহাৰ কৰা হৈছিল। সৰুবোৰ ৰোৱা হিচাপে কাটি লৈছিল মূধৰ পৰা পানপচিনালৈ ঢুকি পোৱা জোখত। তাৰ পিচত সেইবোৰ কিছুদিন পানীত গৰ খোৱাই ৰাখিছিল। পানীত ভালদৰে গৰখোৱাৰ পিচত সেইবোৰ ৰ'দত শুকাই ৰং লগাই ৰঙা কৰি লোৱা হৈছিল। হৰিমন্দিৰ নিৰ্মাণত প্ৰয়োজন হোৱা কাঠ ৰামলাৰুৱা বুঢ়াৰ মাটিতে কিছু পোৱা হৈছিল আৰু বাকীখিনি লোকৰ পৰা খুজি আনি জোগাৰ কৰি লোৱা হৈছিল। স্থানীয়ভাৱে বেত পোৱা হৈছিল আৰু বেতবোৰ সুতাই চিকুণ কৰি লোৱা হৈছিল। জাঁতি বাঁহৰ কোমল চাই কাটি আনি পৰ্য্যাপ্ত পৰিমাণে টেঙল সুতাই লোৱা হৈছিল। সেই টেঙল দুই প্ৰকাৰ — চেৱনি টেঙল আৰু বেৰ বন্ধা টেঙল। সেইদৰে খুটাবোৰ মুধা (মুধচ), মুধপচ্‌না, পানপচ্‌না (পানী পচা)ৰ জোখত কাটি লোৱা হৈছিল। মিস্ত্ৰি হিচাপে মাধৱদেৱৰ শিষ্য পৰ্বতীয়া কানাই আতৈ, তেওঁৰে পুতেক ৰাম কাৰিকৰ আৰু বিভীষণ আতৈক নিয়োগ কৰা হৈছিল। তিনিও নাম থকা সুতাৰ। খুটা চতি যত যি লাগে তেওঁলোকে ঠিক-ঠাক কৰি খুটা পুতি চতি খুৱাইছিল। সিফালে আনবোৰে ৰুৱা পাৰি কামি প্ৰয়োজনানুসাৰে দুজাপ কামি, এজাপ কামি আৰু বুৱেনি কামি পথালিকৈ পাৰিলৈ বেতৰ সুতাৰে গুঠি লৈছিল। এনেকৈ চাল তৈয়াৰ কৰোতে দিয়া গাঠিৰ নাম — পাৰ্বতী গাঠি,



চৰাই নখিয়া গাঠি, বজ্ৰ গাঠি ইত্যাদি। চাল তৈয়াৰ হ'লত তাৰ ওপৰত চানখেৰ পাৰি দি বেচা-বেচাকৈ চেউনি কামি তাৰ ওপৰত পেলাই লৈ চেই গৈছিল। তাৰ পিচত পৰ্য্যায়ক্ৰমে বেৰবোৰ বাঁহ আৰু কাঠেৰে প্ৰস্তুত কৰা হৈছিল। প্ৰয়োজন অনুসাৰে তাত দুৱাৰ-খিৰিকি ৰাখি পুবা-পশ্চিমাকৈ তিনিও সুতাৰে বৃহৎ হৰিমন্দিৰ নিৰ্মাণ কৰি উলিয়াইছিল। চতি, খুটা, বেৰ আদিত বেলৰ এঠা উলিয়াই য'ত যিদৰে লাগে সেই অনুসৰি হেৰেমদৰ পৰা খৰাই, হৰি কৃষ্ণাই আৰু মাধ আতৈয়ে অনা খৰিমাটি, ৰাঙ্গপৰা, বালিচন্দা এঠাৰ লগত মাৰি লগালে। "ৰাঙ্গপৰা বালিচন্দা মাৰি এঠালে ঃ গোটেই গৃহ ৰজত সুবৰ্ন্নৰ জেন হ'ল। বিচিত্ৰ ঘৰ বিছেক্ষ হ'ল। বিভীষণ আতৈ পৰ্বতিয়া কৃষ্ণাই দুই কাৰিকৰে পাত দ্বাৰত লতাফুল কাটিছে।" (গুৰুচৰিত কথা, পৃঃ ২৮৯)। ঘৰ নিৰ্মাণ কাৰ্য্য একে নমুনাতে গোটেই অসমতে একেদৰে কৰা হয় যদিও বৰপেটা মূলৰ সত্ৰসমূহৰ ভাজঘৰটো ধেনুভিৰীয়াকৈ সজা হয়, যিটো আন ঠাইত পাবলৈ নাই। বৰপেটা সত্ৰৰ কীৰ্ত্তনঘৰ লোক স্থাপত্যৰ এক অনিন্দ্য সুন্দৰ নিদৰ্শন। তাৰোপৰি এই জিলাৰ সত্ৰৰ মঠ আৰু মঠৰ চোতাল আন এক বৈশিষ্ট্যপূৰ্ণ স্থাপত্য। গৃহীলোকৰ গৃহ নিৰ্মাণ প্ৰণালী প্ৰায় একে ধৰণৰ যদিও সিবোৰত ৰাং পতা, বালিচন্দা আদি কাচিৎহে ব্যৱহাৰ কৰা দেখা যায়। গৃহীলোকৰ চৌহদত মুল থকা-ঘৰ, বাটচ'ৰা, ভড়ালঘৰ, ঢেকীশাল, গোহালিঘৰ আদি বিধে বিধে সজা হয় আৰু ইবোৰ নিৰ্মাণত ডাকৰ বচন প্ৰায়েই মানি চলা হয়। ডাকৰ বচনত উল্লেখিত মতে লেহী দওৰা অঞ্চলত ভাস্কৰ্য্যৰ দুই এপদ বস্তু মাটি খান্দোতে ওলোৱা বুলি সেই অঞ্চলৰ লোকে দাবী কৰে।

জিলাখনৰ চৰ অঞ্চলৰ মুছলমান আবাসীসকলৰ গৃহনিৰ্মাণ প্ৰণালী কিছু বেলেগ। তেওঁলোকৰ ঘৰবোৰ ধেনুভিৰীয়া। দুই চালৰ চাৰিকোণ মাটিৰ অধিক ওচৰ চপা আৰু ঘৰবোৰো চাপৰ। এওঁলোক আদিতে পুব পাকিস্থানৰ অধিবাসী আছিল। তাত ধুমুহা-বতাহৰ প্ৰকোপ বেছি, উপকূলীয় ভৌগোলিক অৱস্থান হোৱা বাবে। সেয়ে ধুমুহা-বতাহৰ পৰা ৰক্ষা পাবৰ বাবে উক্ত ধৰণে ঘৰ সজা পদ্ধতি পৰম্পৰাত পৰিণত হৈছে। পূৰ্বৰ পৰম্পৰা অনুসৰি ইয়াতো তেনেকৈ ঘৰ নিৰ্মাণ কৰে। সেয়ে বৰপেটা জিলা বা অসমৰ আন ঠাইৰ চৰৰ মুছলমান

আৰু হিন্দু বঙালী লোকৰ ঘৰ নিৰ্মাণ কৌশল থলুৱা হিন্দু-মুছলমান বা আন ধৰ্মী লোকতকৈ কিছু পৃথক। কাঠ, বাঁহ, খেৰ, বেত, মৰাপাটৰ জৰী লোক স্থাপত্যৰ অপৰিহাৰ্য্য উপাদান। স্থাপত্যৰ বাবে প্ৰয়োজন হোৱা সৰঞ্জাম সমূহ হ'ল — কোৰ, কোদাল, দা, কাঁচি, হাতুৰি, বটালি, কৰত, চাচ্, ৰেণ্ডা, হাতুৰী আৰু এইবোৰ স্থানীয় কমাৰৰ ভাঠিতেই নিৰ্মিত হৈছিল।

**৩। লোক আভৰণ ঃ**

মানৱ সভ্যতা আৰু সংস্কৃতিৰ ইতিহাসেই লোক আভৰণৰো আৰম্ভণি। সাজ-পাৰ, আ-অলঙ্কাৰ, পিন্ধন-উৰণ একো একোটা জাতিৰ ভৌগোলিক, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি অৱস্থাৰ নিৰ্দেশক। সাজ-পোছাকে ব্যক্তিৰ মাজত থকা প্ৰভেদসমূহৰো সংকেত দিয়ে। ৰজাৰ আৰু ৰাজ বংশীয় লোকৰ সাজ-পোছাক, সম্ভ্ৰান্ত লোকৰ সাজ-পোছাক, সৈনিক-আৰক্ষীৰ সাজ-পোছাক, খেতিয়ক, ভিখাৰীৰ সাজ-পোছাক এটাৰ লগত আনটোৰ মিল নাই। সেয়ে হ'লেও পুৰুষ, মহিলা, ল'ৰা, বুঢ়া, ডেকা-ডেকেৰী, পাট গাভৰু, বিবাহিতা, অবিবাহিতা, বিধৱা-সধৱা, সাধু-সন্যাসী, সন্ত-মহন্ত, ভকত-অভকতৰ সাজ-পাৰে যিদৰে শ্ৰেণী বিভাজন সূচায়, একেদৰে ব্যক্তি-অভিব্যক্তিৰ সাজ-পাৰে বিশেষ মৰ্য্যাদা প্ৰদান কৰে। সাজ-পাৰতেই জাতি একোটাৰ শ্লীলতা, আৰ্থিক অৱস্থা, সৌন্দৰ্য্যপ্ৰিয়তা, শিল্পী মন, সুকুমাৰ প্ৰতিভাৰ প্ৰকাশ।

সাধাৰণতে আভৰণক লৈ ব্যক্তিক মূল দুই ভাগত বিভক্ত কৰিব পাৰি — পুৰুষ আৰু মহিলা। এই অঞ্চলৰ লোক-আভৰণৰ ক্ষেত্ৰত চাহ-বনুৱাৰ পৰা আৰম্ভ কৰি, খেতিয়ক আৰু চৰ অঞ্চলৰ মুছলমান অধিবাসীলৈকে একেটা কথাই প্ৰযোজ্য।

পুৰুষৰ পোছাক সাধাৰণতে কম আৰু সৰল। 'গুৰুচৰিত কথা'ত উল্লেখ কৰা মতে আগৰ কালত কপাহী ধুতী, পাচ্ৰা (পচৰা) বা চেলেং আৰু গামোচাই আছিল মতা মানুহৰ, বিশেষকৈ সত্ৰীয়া ভকতৰ প্ৰধান সাজ-পোছাক। শীতকালত এড়ি সূতাৰ পড়ি আৰু বৰকাপোৰ (সমৰ্থবানসকলে) ব্যৱহাৰ কৰিছিল। মহাৰাজ নৰনাৰায়ণে শীতকালত ব্যৱহাৰ কৰিবৰ বাবে দগ্‌লা নামৰ আঠুৰ তললৈ পৰা দীঘল চোলা এটি শঙ্কৰদেৱক উপহাৰ দিয়াৰ কথা উল্লেখ আছে (পৃঃ ১৬৮)। অৱশ্যে



দামী পোছাক স্বইচ্ছাই কোনো ভকতে ব্যৱহাৰ নকৰিছিল। গৃহী ভকত বা অভকতে উক্ত কাপোৰৰ লগত একপ্ৰকাৰ কামিজ বা পাঞ্জাৱী জাতীয় চোলা ব্যৱহাৰ কৰিছিল। শীতকালত বা পথাৰত কাম কৰোতে মৰা পাগৰী (পাগ) ৰ বাবে দীঘল চেলেং জাতীয় কাপোৰ ব্যৱহাৰ কৰিছিল। সাধাৰণতে কেৱঁলীয়া ভকতে দীঘলকৈ চুলি ৰাখিছিল আৰু তিৰোতাৰ দৰে খোপা বান্ধিছিল।

সেইদৰে অসমীয়া তিৰোতাই মেখেলা, ৰিহা আৰু মেখেলাৰ ওপৰতে বুকুলৈ মেৰিয়াই আগুৰাণ ব্যৱহাৰ কৰিছিল হেনো। "অজন্তাৰ নাৰীৰ দৰে সাধাৰণ অসমীয়া আৰু জনজাতি তিৰোতাই বুকুত মেথনী মাৰি স্তন ঢাকি আঠুৰ ওপৰলৈ পেলাই মেখেলা পিন্ধে" (অসমৰ লোক-সংস্কৃতি, পৃঃ ১৫১)। প্ৰাক্ শঙ্কৰী আৰু শঙ্কৰী যুগতো এই অঞ্চলৰ অসমীয়া আৰু জনজাতি তিৰোতাই আজিৰ দৰে ব্লাউজ, চেমিজ আদি ব্যৱহাৰ কৰাৰ নিয়ম নাছিল বুলিলেই হয় — দুই চাৰি সম্ভ্ৰান্ত পৰিয়ালত বাহিৰে। তাকো উৎসৱ, অনুষ্ঠান আদিতহে ৰিহাৰ ওপৰত চাদৰ লোৱা ব্যৱস্থা আছিল। লাজ নাৰীৰ ভূষণ। নাৰী দেহৰ কোনো অংগই যাতে লোক-দৃষ্টিৰ গোচৰ নহয়, সেই কথা চিন্তা কৰিয়েই অসমীয়া তিৰোতাই চাদৰ ব্যৱহাৰ কৰে। এটা কথা মন কৰিবলগীয়া যে অসমীয়া তিৰোতাৰ ভাত ৰন্ধা মেখেলা সাজ কিছু বৈশিষ্ট্যপূৰ্ণ। এনে মেখেলা সাধাৰণতে সেউজীয়া বা হালধীয়া ৰং কৰিহে ব্যৱহাৰ কৰে। হিন্দু বিধৱাৰ ধক্‌ধকীয়া বগা কাপোৰ সাজ সংসাৰ বিৰাগৰ পৰিচায়ক। জনজাতিসকলৰ মাজত ওৰণি প্ৰথা তেনেকৈ নাছিল যদিও অসমীয়া তিৰোতাৰ ওৰণি লোৱা প্ৰথা আছিল। আজিও সেই পৰম্পৰা মতে চহৰত ব্যৱহাৰ নকৰিলেও গাঁও অঞ্চলত চলি আছে। চৰ অঞ্চলৰ মুছলমান তিৰোতাসকলেও ওৰণি (ঘুম্‌তা) লোৱা প্ৰথা চলি আছে। সম্ভ্ৰান্ত পৰিয়ালবিলাকত পৰ্দা প্ৰথা আৰু কট্‌কটীয়া যদিও আধুনিকতাৰ প্ৰভাৱত শিক্ষিত মুছলমান মহিলাই তেনে প্ৰথা পচন্দ নকৰে। তেওঁলোকৰ পুৰুষসকলে লুঙি আৰু পচৰাহে ব্যৱহাৰ কৰিছিল। সাধাৰণতে জনজাতিসকলৰ বড়ো তিৰোতাই দখ্‌নাৰে (মেখেলা) বুকুত মেথনি মাৰে আৰু লগত চাদৰ এখনহে ব্যৱহাৰ কৰে।

অলংকাৰৰ প্ৰতি নাৰীৰ দুৰ্বলতা যুগযুগান্তৰৰ। বনফুলৰ মালাৰ

পৰা সোণ-ৰূপৰ অলংকাৰলৈকে যুগে যুগে নাৰীয়ে ব্যৱহাৰ কৰি আহিছে সামৰ্থ্য অনুসাৰে। নাৰী, পুৰুষৰ অলংকাৰৰ সম্বন্ধে আগতে উল্লেখ কৰা বাবে পুনৰ উল্লেখ কৰাৰ প্ৰয়োজন বোধ কৰা নহ'ল।

কালিদাসৰ 'শকুন্তলা'ত শকুন্তলাৰ ৰূপ-বৰ্ণনা কৰোতে কবিয়ে মেঘ মেঘ লগা চুলিটাৰিৰ ভূৰি ভূৰি প্ৰশংসা কৰিছে। ভাৰতীয় নাৰীৰ চুলিটাৰিৰ আদৰ আজিও আছে। তপিনাত পৰা কেশদামৰ বাবে প্ৰত্যেক নাৰীয়ে গৌৰৱ অনুভৱ কৰে। দীঘল চুলিটাৰিৰে বন্ধা মূৰভৰা ডাঙৰ খোপাটো সৌন্দৰ্য্যবৰ্ধনৰ পৰিচায়ক। চহা লোকৰ মুখত প্ৰায় শুনা যায় —

"খোপাৰ লাহত মৰো আই খোপাৰ লাহত মৰো,
ধানখেৰেদি খোপা বান্ধি খোপা ডাঙৰ কৰো।"

অৰ্থাৎ আন একো উপকৰণ নাপালেও ধান খেৰেৰে খোপা বন্ধাৰ আকৃতি অসমীয়া জীয়ৰী-বোৱাৰীৰ হেঁপাহ যে প্ৰবল উক্ত কথাষাৰিয়ে সূচাইছে। ডাঙৰ খোপাৰ ওপৰেৰে লোৱা ওৰণিখনে নাৰী সৌন্দৰ্য্য দুগুণে চৰায়। বিয়াৰ বজাৰতো চুলিটাৰিৰ আদৰ আছে। ডাক পুৰুষৰ বচন অনুসৰি, "কুটুৰা চুলি, সাপ লেজা, কেঁকোৰা-কেঁকোৰী চুলি" নাৰীৰ অশুভ লক্ষণৰ পৰিচায়ক। আজিও প্ৰাচীন ভাস্কৰ্য্যই তাৰেই বাৰ্তা বহন কৰে।

উৎসৱ, অনুষ্ঠান আৰু পূজা-পৰ্বত নৱবস্ত্ৰ বা ধৌতবস্ত্ৰ পৰিধান কৰা নিয়ম। চৈতেলি কাপোৰ বা বিহুৱান আদান-প্ৰদান কৰা ৰঙালী বিহুৰ পৰম্পৰাগত বৈশিষ্ট্য। কলগছৰ খাৰ তৈয়াৰ কৰি কাপোৰ ধোৱা ব্যৱস্থা চহৰ অঞ্চলত নাই যদিও পিচপৰা গাঁওসমূহত পৰম্পৰাগতভাৱে চলি আছে।

সমাজ পৰিবৰ্তনশীল। সংস্কৃতি বোৱঁতী সুঁতি। যিদৰে নৈৰ সোঁতৰ একেখিনি পানী একে ঠাইতে পোৱা নাযায়, সেইদৰে সমাজৰ নিয়মদস্তুৰো কালৰ সোঁতত পৰিবৰ্তিত অৱস্থাত দেখা যায়। পৰম্পৰাগত লোক কলা, লোক শিক্ষা, লোক স্থাপত্য, লোক আভৰণ আদিৰ পৰিবৰ্তন আধুনিকতাৰ পৰিচায়ক হ'বনে — পৰম্পৰাগত সমাজখনক মানি চলিলে ৰক্ষণশীলতাৰ দোষে চুব তাৰ বিচাৰ পঢ়ুৱৈৰ মনৰ মণিকোঠাত লুকাই থকা আচল মানুহজনৰ হাতত এৰি থোৱা



হ'ল। কিন্তু এটা কথা ঠিক যে শিল্পকলাৰ যোগেদিয়েই অনাখৰী মানুহে লাভ কৰিছিল দুৰ্লভ পৰমাৰ্থিক জ্ঞান আৰু অনাবিল আনন্দ। ●

সহায়ক গ্ৰন্থপঞ্জী ঃ


১। *Dr. B. Datta : Folk Toys of Assam, 1986*
২। *Dr. B. K. Barua : A Cultural History of Assam, 1969*
৩। *F. C. Heniker : The Gold and Silver Work of Assam, 1905*
৪। *Dr. M. Neog : Sankaradeva and His Times, 1965*
৫। *R. M. Nath : The Background of Assamese Culture, 1978*
৬। *U. Nath : Barpeta as a Centre of Assamese Culture (Thesis), 1991.*
৭। *ড° মহেশ্বৰ নেওগ (সঃ) ঃ গুৰুচৰিত কথা, ১৯৮৬*
৮। *মোহন চন্দ্ৰ মহন্ত আদি (সঃ) ঃ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ, ১৯৭৮*
৯। *নীলমণি ফুকন ঃ লোক কল্পদৃষ্টি, ১৯৮৭*
১০। *ড° নৱেন কলিতা ঃ বৰদোৱাৰ শিল্পবস্তু, ১৯৮৫*
১১। *ভবেন নাৰ্জাৰী ঃ বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি, ১৯৮৫*
১২। *ড° বিৰিঞ্চি কুমাৰ বৰুৱা ঃ অসমৰ লোক সংস্কৃতি, ১৯৮৫*
১৩। *ভূপেন্দ্ৰ নাথ শৰ্মা (সঃ) ঃ বজালী দৰ্পণ, ১৯৮৭*
১৪। *জয়চন্দ্ৰ ভূঞা (সঃ) ঃ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ, ১৯৯০।*

# বৰপেটা জিলাৰ লোক-বিশ্বাস

**❑ কৃষ্ণকান্ত মহন্ত**

লোক-বিশ্বাস সংস্কৃতিৰ অন্তৰংগ বিষয়। আদিম কালৰেপৰা লোকসমাজৰ কৰ্ম-পদ্ধতিৰ এটা পৰিৱৰ্ত্তনশীল ৰূপ দেখা যায়। যুগে বাগৰ সলোৱাটো যিদৰে অৱধাৰিত সিদৰে জন-সংস্কৃতিৰ পৰম্পৰাৰো স্তৰীকৃতভাবে বিভিন্ন অৱস্থা হয়। উদাহৰণস্বৰূপে, মানুহে আদিম যুগত পৰিধান কৰা পোচাকৰ ব্যৱহাৰিক ৰূপৰ বিৱৰ্তনবশতঃ বৰ্তমানে ই দেশ-পাত্ৰ বা গোষ্ঠীগতভাবে এটি নিৰ্দিষ্ট ৰূপ পৰিগ্ৰহণ কৰিছে। মাথোন পাৰ্থক্য এয়ে যে কোনোটোৱে মন্থৰ গতি আৰু কোনোটোৱে দ্ৰুত গতি লয়। তাৰ উদাহৰণ হ'ল, আমি শৈশৱ কালত পঢ়াশালি বা স্কুললৈ আহিছিলো ধুতী-কামিজ পৰিধান কৰি, যুৱা আৰু প্ৰৌঢ় কালত সচৰাচৰ বিজতৰীয়া ট্ৰাউজাৰ কোট্ আৰু অৱশেষত ভাটি বয়সত ধুতী-পাঞ্জাৱী পিন্ধা কৰিছোঁ। সময় সাপেক্ষে এনে পৰিৱৰ্ত্তন অৱধাৰিতভাবে হৈছে। অসমীয়া মানুহে এশ বছৰমান আগতে চাপ্‌কন চোলা বা কুৰ্তা পিন্ধিছিল আৰু পাগুৰি মাৰিছিল; আধুনিক যুগত সেইবোৰৰ ব্যৱহাৰ লুপ্ত হ'ল। কালক্ৰমে ব্যৱহাৰিক চাল-চলন, ঢং যিদৰে উঠি গৈছে ঠিক সেইদৰে আমাৰ লোক-বিশ্বাসৰো পুৰণি ধৰণ-কৰণ নাইকিয়া হৈছে আৰু সেইবোৰ পৰিবৰ্তিত ৰূপত চলিছে। বৰপেটা অঞ্চলৰে লেহি গাঁৱত আবিৰ্ভূত ডাকপুৰুষে বহুতো উপদেশাৰ্থক কবিতা লেখিছিল। যেনে -

“ একে কাঠে লাড়ি চাৰি।
দুই কাঠে ফু পাৰি।।
তিনি কাঠে কৰি এক।
যেন্বে লাগে তেনে সেক।।
ভালে ভালে ফুল পৰিল যেবে।
ধোঁৱাই খোৱাই কোলে লৈব তেবে।।
জয়ধ্বনি কৰি নাড়ী কাটিব।
দৃঢ় বুদ্ধি কৰি নাভি বান্ধিব।।
গোবৰ খুঁটী সচলু কাঠ।



সেকিলে নাড়ী নোহে অনাথ।।
লোণ জালুকেৰে খুৱাব জাল।
তেবে স্তন ৰস হৈবেক ভাল।।”

অৰ্থাৎ “দুচলা খৰিত ফুৱাই জুই ধৰিব। তিনি চলা কাঠ লগ কৰিলে ভালদৰে জুই উঠিব আৰু যিমান গৰম লাগে সিমানখিনিৰে তেলৰ সেক দিব লাগে। ভালে ভালে যেতিয়া ফুল পৰিব তেতিয়া ধোৱা পখলা কৰি কোলাত ল'ব। লগে লগে জয়ধ্বনি দিব আৰু দৃঢ়কৈ বুদ্ধিকৈ নাভি কাটিব। গোবৰ সুঠীৰে পোৱাতি নাৰীৰো নাড়ীত সেক দিব আৰু জালুক লোণেৰে জাল খুৱাব, তেতিয়াহে স্তন ৰস অৰ্থাৎ মাকৰ গাখীৰ ঠিক পৰিমাণে হ'ব।” কেচুৱা জন্ম হ'লে এইবোৰ নিয়ম পালন কৰিব লাগে। তদুপৰি কেচুৱা হোৱা সময়ত মাংগলিক কৰ্ম যেনে বেৰত কোবাই উৰুলি জোকাৰ দিব লাগে। বাঁহৰ চোঁচেৰে নাড়ী কাটিব লাগে। যিখিনি ডাকৰ বচনত আছে আমি সেইখিনি ব্যতিক্ৰম নকৰো। তদুপৰি ডাকৰ বচনত থকা যেনে বাঁহৰ চোঁচেৰে নাড়ী কটা নাইবা গোবৰৰ সুঠীৰে মাকৰ পেট সেকা আদি কৰ্ম আমি কৰোঁ। এই নিয়মে চলিলে পোৱাতি বা কেচুৱাৰ মংগল হোৱাৰ বিশ্বাস হয়।

এই নিয়মবোৰ তাহানিৰে পৰা পুৰুষানুক্ৰমে কৰি অহা হৈছে। কাল বাগৰাৰ লগে লগে হয়তো এইবোৰ নিয়ম আখৰে আখৰে পালন কৰা নহ'ব পাৰে। কিন্তু এইটোও সত্য যে, অতীজৰে পৰা কৰি অহা নিয়মবোৰ পালন নকৰিলে আমাৰ মনত খুদুৱনি লাগে। গতিকে মাজে মাজে দুটি এটি নিয়মৰ হেৰ-ফেৰ হ'লেও আমি পালন নকৰি নোৱাৰোঁ। ইয়েই লোক-বিশ্বাস। এইবোৰ নকৰিলে আমাৰ মনবোৰ চেবায় আৰু সেয়েই কৰি আহিছোঁ। ডাকপুৰুষৰ বচন সাৰ্বজনীন কাৰণে বৰপেটা জিলাৰ বাহিৰেও পালিত হয়।

আমাৰ গওঁৰ নিয়মত কিছুমান কাম নকৰাকৈ থাকিব নোৱাৰো। দেও-পিশাচৰ বিশ্বাসো আমাৰ হাড়ে হিমজুৰে লগা। যেনে- কেচুৱা বা সৰু ল'ৰা-ছোৱালীয়ে হঠাতে কিবা কাৰণত ভয় খাই চমকি উঠিলে, মাকে বা ওচৰতে থকা কোনোৱে থু-থুৱাই দিয়ে। এইবোৰ নিয়ম আগৰে পৰা বিশ্বাসৰ কাৰণেই আমি তাক নকৰি নোৱাৰো। পুৰণি পুখুৰী বা পিতনিৰ আশে-পাশে বা বাঁহ-জাৰণিৰ চেচুক ঠাইত যখিনী বা পিশাচ

থকাৰ কথা আমাৰ ধাৰণাত বা মানসত ৰৈ আছে কাৰণেই আমাৰ কিছুমানে তালৈ যাব লগা হ'লে সাৱধানে যায়, পিচে দৈবাৎ কিহবাৰ সিৰিক কৰা শব্দ শুনিলেই সিজনৰ গা ভয়ত নাচি উঠে, শৰীৰ সিৰ্‌সিৰাই যায় বা মগজু গৰম হয়। এইটো কিয় হয় বাৰু? দেও-দেৱতা-পিশাচৰ প্ৰতি আমাৰ সৰুৰে পৰা এক ধৰণৰ বিশ্বাস আছে কাৰণেই আমি ভয় খাই যাওঁ। এইবোৰ আমাৰ জীৱনৰ সন্দৰ্ভত হোৱা দৈনন্দিন বিশ্বাসৰ প্ৰতিফলন। ইবোৰ হাড়ে হিমজুৱে মানসিক স্তৰত থকা বিশ্বাসৰ বাহিৰে একো নহয়।

আমাৰ মনত পৰা কিশোৰ কালৰ কথা। এবাৰ আমি কিবা দুষ্টামি কৰাৰ কাৰণে আয়ে মাৰিম বুলি ভয় খুউৱাত আমি দৌৰি গৈ পিছফালৰ সৰু পুখুৰীটোৰ পাৰত থকা কলনিৰ কাষ পোৱা মাত্ৰেই পানীত কিবাহে ধপ্‌লং ধপ্‌লং কৰি শব্দ কৰিলে। মোৰ ধাৰণা হ'ল, কিবা দেও-ভূতে পানীত জপিয়াইছে। চমিকি মোৰ জীউ ধপ্‌ধপাব ধৰিলে। নিশ্চয় সেই দ'ত (উদ নামৰ মাছৰ অপদেৱতা) এ আহিল। ..... এইয়ে হঠাৎ ওপজা ধাৰণা। ইয়াৰো কাৰণ আছে। আমাৰ বুঢ়ী আয়ে সাধুকথাত বৰ্ণোৱা পিতনি-পুখুৰীৰ অপদেৱতাই সৰুকালিৰ মানসত প্ৰতিক্ৰিয়া কৰিছিল আৰু সেয়ে মগজু পৰ্য্যন্ত শিপাই পৰিছে। বৰপেটা জিলাৰ লোকৰ মাজত, নিশ্চয় আনতো ঠাই বিশেষে এনে ধৰণৰ বিষয়বোৰেই বিশ্বাসত পৰিণত হৈছে। এনেদৰেই লোক-বিশ্বাসযুক্ত বিষয়বোৰ প্ৰচলিত হৈছে। কিন্তু দৰাচলতে তেনেবোৰ বিষয় তেনেই অকামৰ।

"সোঁৰে শনি পূবে যায়। দুটি চকুৰ এটি খায়।। মঙলে যাত্ৰা বুধে পাৰ। যাহা মন তাহা যাও।।" - এইবোৰো ডাকৰ বচন। আমি দৃঢ় বিশ্বাসেৰে এই মতে যাত্ৰা কৰোঁ। নহ'লে আপদৰো সম্ভাৱনা। এনেবোৰ কথাও আমি পালন নকৰাকৈ নাথাকো। শনিবাৰ, মঙলবাৰ, তিথি পৰ্বাদিত দাড়ি, চুলি, নখ কটা নহয়। তাকে কৰিলে শাৰীৰিক ক্ষতি হয় বা অমংগল হয়, ইয়ো এক লোক-বিশ্বাসৰ কথা।

অধুনা সংঘৰ্ষ-দুঃস্থ আৰু প্ৰব্ৰজনী জীৱনৰ ক্ষেত্ৰত বহুতো পৰম্পৰাগত নিয়ম-নীতি পালন কৰা নহয় যদিওবা কৰ্মক্ষেত্ৰৰ সম্পৰ্কত কৰিবলগীয়া বিশ্বাসৰ অন্তহীন প্ৰভাৱ, অথচ কালক্ৰমে আমি মনোযোগ দিব নোৱাৰা হৈছোঁ। বিশেষকৈ পৰদেশত থাকিলে এনে বিশ্বাসৰ কৰ্ম



কৰাৰ পৰা আমি বিৰত থাকোঁ। তাকে কৰিবলৈ আমাক পৰিস্থিতিয়ে বাধ্য কৰায়। এনেকৈয়ে কিছুমান লোক-বিশ্বাসৰ কৰ্ম আমাৰ দৈনন্দিন চলাৰ পথৰ পৰা আঁতৰিছে।

বৰপেটা জিলাৰ অনেক গাঁৱত উচ্চ জাতৰ লোক ব্যৱহাৰৰ কট্‌কটীয়া নিয়ম আছিল। সেইবোৰ দিনকে দিনে লোপ পাই আহিছে। যেনে- উচ্চ বৰ্ণৰ লোকে তল খাপৰ বৰ্ণৰ লোকৰ স'তে একে বৈঠকতে খোৱা-বোৱা নকৰে, বামুণ গোঁসায়ে শূদিৰ বা অসবৰ্ণৰ হাতে খোৱাৰ চলাচল নাই। তেনে কৰিলে জাত-ধৰ্মৰ পৰা স্খলিত হয় ইত্যাদি ধৰা-বন্ধা নীতি-অভ্যাস বা বিশ্বাস আগৰ কালত কট্‌কটীয়া আছিল। এতিয়া আৰু সেইবোৰৰ বাবে মূৰ ঘমোৱাৰ কথা নাই। লোক-বিশ্বাসৰ মুদা মৰাটো দিনক দিনে হৈ আহিছে আৰু বিশ্বাসত শিঠিলতাই শিপাইছে। বৰ্তমানে প্ৰাদুৰ্ভাৱ হোৱা সমন্বয় সম্প্ৰীতিৰ মজিয়াত এনেবোৰ ভুৱা বা ঘৃণণীয় বিশ্বাস মানুহৰ পৰা বিতাৰিত হৈছে, ই শুভ লক্ষণ। লোক সমষ্টিৰ মাজত এনেবোৰ উৎকট আচৰণৰ বিশ্বাস মষিমূৰ হোৱাটোৱেই স্বাভাৱিক।

আমাৰ অভিজ্ঞতা আছে যে ৰাজনৈতিক ক্ষেত্ৰত কোনো প্ৰাৰ্থীৰ স্বাৰ্থতো আমি নিজৰ পৰম্পৰাগত বিশ্বাসৰ বিষয়বোৰ এৰাই চলো। ৰাজনৈতিক মতাদৰ্শ প্ৰতিষ্ঠাৰ বাবে নিজ ধৰ্ম-বিশ্বাস অনুযায়ী পালন কৰিব লগা বিষয়বোৰ এৰি চলাৰ মনোভাৱ আমাৰ বৃহৎ স্বাৰ্থৰ খাতিৰত হয়। গতিকে আমাৰ সমাজ-বান্ধোনৰ পালনীয় আচৰণ ৰীতি-নীতি অন্তৰ্হিত হ'বলৈ বাধ্য। পুৰণি সমাজ বিজ্ঞানৰ প্ৰবক্তা চাণক্যৰ প্ৰৱচনবোৰ কিছু কিছু আমাৰ চলাৰ পথৰ আজি আৰু প্ৰতিবন্ধক নহয়। গতিকে বৰ্তমানক সাৰোগত কৰি আমাৰ সাম্প্ৰতিক সমাজ বিজ্ঞান অনানুষ্ঠানিকভাৱে ৰচনা হ'ব ধৰিছে।

এইখিনিতে ভকতীয়া শুদ্ধাচাৰ আজি অপ্ৰাসঙ্গিক হোৱাৰ কথা উল্লেখনীয়। ইও এক লোক-বিশ্বাস যে আমাৰ ভকত বা গুৰু শ্ৰেণীৰ লোকে হাট-বজাৰলৈ গ'লে অশুচি বা চুৱা যোৱাৰ ভাব-বিশ্বাস আছিল। সেই সম্পৰ্কে স্পৃশ্য বা অস্পৃশ্যৰ কথা নাহিছিল। অশুচি হোৱা মানে স্বাস্থ্যোন্বেষণৰ বিষয়। হাট-বজাৰত কতযে বাৰোৱাৰী লোকৰ সমাগম হয়, কিনা-বেচা কৰা সময়ত ভিৰ থেলি অহা-যোৱা কৰা হয়। গতিকে

নানা বেমাৰ-আজাৰ সোঁচৰা ৰোগৰ বিজাণুৱে লগালগি হ'ব পাৰে। সেয়েহে বজাৰৰ পৰা কিনি অনা সামগ্ৰীকো চাফ-চিকুণ কৰিব লাগে আৰু নিজেও কানি-কাপোৰ সলোৱা-মিলোৱা কৰি স্নানে শুদ্ধ হ'ব লাগে। এইটো কিমান যে গূঢ়তৰ আচৰণ আৰু সি চিৰ নিৰ্দ্ধাৰিত ব্যৱস্থাও। তাৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। গতিকে সাধু-ভকতে তেনে আচৰণ কৰি চলাটোৱেই অৱধাৰিত বিশ্বাসৰ বিষয় আছিল। (আমি সেইবোৰ নীতি কিশোৰ বয়সলৈকেই পালন কৰিছিলোঁ)।

বৰনগৰৰ অন্তৰ্ভুক্ত মইনবড়ী বা তাৰে নিকটবৰ্তী হালধীয়া (হাইল্‌ধা) গ্ৰামৰ সদাগৰ ভবানন্দই শ্ৰীমন্ত শংকৰ গুৰুৰ ওচৰত নাম-ধৰ্ম লোৱাৰ পিছত বদুলা পদ্ম আতাক আশ্ৰয় দি এবছৰে কিছুমান ফকৰা কৈ তত্ব-কথা বুজাইছিল। সেইবোৰ ফকৰায়ো প্ৰবচন কৰা বহু কথাই লোক-আচৰণৰ বিষয় হৈছিল। সিবোৰ জাতকৈ ভকতীয়া তাৎপৰ্য্যৰ কথা হ'লেও বিশেষকৈ বৰপেটা অঞ্চলৰ লোক সমষ্টিৰ মাজত সোমাই পৰিছিল। ফকৰাবোৰৰ আধ্যাত্মিক মূল্যও অনস্বীকাৰ্য্য। সি যি নহওঁক লোকে এইবোৰ বিশ্বাসেৰে মানিছিল, যেনে—

" বাৰ হাত জালৰ তেৰ হাত ফটা।
ভাল মাৰিলি বাপৰ বেটা।।
বৌ-বৰালি সৰকি গ'ল।
পুঠি খলিহা পাহে পাহে ৰ'ল।।"

*২৬ নং ফকৰা (ফকৰাৰ পুথি)*

ইয়াৰ আধ্যাত্মিক ব্যাখ্যা ঃ ভাগৱতৰ বাৰটা স্কন্ধ। তাত ঈশ্বৰৰ গুণ চৰিত্ৰ বিস্তাৰিতভাবে পোৱা যায়। যিজনে এইবোৰ তত্ব উপলব্ধি কৰে অৰ্থাৎ ঈশ্বৰ জ্ঞান অৱগত হয় আৰু তাকে সৰোগত কৰে সিজনেই মাছ ৰূপ ধৰ্মক আয়ত্ত কৰে। ফকৰাটোত এনে মূল্যৱান তত্বমূলক বিষয় আছে যদিওবা আমাৰ গঞা চহা ভকতে মুখে মুখে ৰাখিছে আৰু সাধ্যানুসৰি ধৰ্মক বিশ্বাসত লৈছে। এনেবোৰ মহাপুৰুষসকলৰ উপদেশপূৰ্ণ কথা বৰপেটা বা তাৰ বাহিৰতো লোক সমষ্টিৰ চলাচলৰ সম্বল। ই কম বেছি পৰিমাণে হ'লেও লোক-বিশ্বাসত পৰিণত হৈছে।

আন এটি ফকৰা। যেনে, "সাত পুৰুষত নাই গাই। চালনি লই দুবা যাই।।" — এইটোও আধ্যাত্মিক চেতনা নিদেৰ্শক ফকৰা। অৰ্থ,



বেদ নাজানে বুজিও নাপায়, কিন্তু সেইজন মুখঁই বেদৰ অধিকাৰী বুলি দেখুৱায়। (গাই হ'ল বেদ, যেনে গো পদে বেদ) এনেবোৰ ফকৰাই তাহানি পঞ্চদশ শতাব্দীৰ পৰা অসমত বিশেষকৈ বৰপেটা জিলা অঞ্চলত লোক-বিশ্বাসৰ গুৰি বঠা ধৰি আছে। নাৰায়ণ ঠাকুৰ আতাৰ প্ৰবচনবোৰ জনপ্ৰিয়, সমাজ বিদ্যমানে ইয়াৰ ওপৰত বিশ্বাস অভিনৱ। মুঠতে আগশাৰীৰ কোনো পুৰুষৰ বাক্যই কালক্ৰমত বিশ্বাসযুক্ত বাক্য হয়। সিয়েই সাধাৰণতে জন-বিশ্বাসৰ ক্ষেত্ৰত অৱলম্বনীয় সম্বলৰূপে পৰিগণিত হয়।

ধৰ্মীয় লক্ষ্য-নিৰ্দিষ্ট ৰীতি-নীতিবোৰ জন সাধাৰণৰ জীৱনৰ প্ৰতি পদক্ষেপতে পালনীয় আৰু সেইবোৰেই জন বিশ্বাসৰ বস্তু। তাকে নকৰিলে যে লোক সমষ্টি অধৰম অনিয়মত পতিত হ'ব। যিহেতু বৰপেটা জিলাৰ হিন্দু অসমীয়া লোক সমষ্টিৰ সত্ৰ নামঘৰ আদিৰে অঙ্গাঙ্গী সম্পৰ্ক সিহেতু মঠ বা নামঘৰত অনুষ্ঠিত ধৰ্মীয় কাৰ্য্য-সূচীৰ প্ৰতি লোক-বিশ্বাস তাৎপৰ্য্যপূৰ্ণ। উদাহৰণস্বৰূপে নাম-ঘৰবোৰত দুপৰীয়া-গধূলি ডবা কাহ কোবায় আৰু শংখ বজায়। বৰপেটা অঞ্চলৰ লোক সেইবোৰ কোবোৱা আৰু বজোৱা সময়ত স্তব্ধ হৈ য'তে আছে ত'তে ৰৈ যায় আৰু শব্দ শুনাৰ লগে লগে হৰিক সোঁৱৰে। এনে আচৰণ নকৰিলে বিশ্বাস হয় যে ঈশ্বৰে অমংগল দিব নাইবা পাতক মুক্ত নকৰিব। এই লোক মানসৰ বিশ্বাসৰ কাৰণে কি ভক্ত কি অভক্তই অংগ পৰিচালনা নকৰি স্থিৰ হৈ থাকে আৰু শৰণ ভজন লোৱা লোকে নাম লয়।

কীৰ্তনৰ ঘোষা যেনে, 'ভাই মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ। এতেকে মুকুতি পাইবা কহিলো স্বৰূপ।।' এই মূল্যৱান ধৰ্মীয় বিতৰ প্ৰতি প্ৰলুব্ধ লোকৰ তাকে কৰিবলৈ স্বাভাৱিক বিশ্বাস আছে। বৰপেটা জিলাৰ লোকসকলৰ ক্ষেত্ৰত এনেবোৰ এৰাব নোৱাৰা লোক-বিশ্বাস।

বিহু-সবাহৰ বিষয়েও আমাৰ লোক-বিশ্বাসৰ পৰম্পৰা থকা কাৰণেই আমি ঘৰৰ চালত কিছুমান নিৰ্দিষ্ট গছৰ ডাল-পাত আদিৰ নুৰা কৰি গুজি দিওঁ। এইটো নকৰিলে বছৰ দিনৰ ভিতৰত নানা অপায়-অমংগল হ'ব। ইয়েই লোক-বিশ্বাসত পৰিণত হৈছে। কাতি বিহুত নতুনকৈ ধানে থোক মেলা সময়ত ধাননিত চাকি-বন্তি জলোৱা হয়। লোক-বিশ্বাস আছে যে তাকে কৰিলে লখিমী সন্তুষ্ট হয় আৰু যথা

সময়ত শস্য উৰ্ভৈনদীকৈ ভৰালত স্থিত হয়। ফৰিং আদি শস্য ধ্বংসকাৰী পোক পৰুৱাও নাহে।

মাঘৰ ভোগালী বিহুত বাৰীৰ পাণ-তামোল গছ, কঠাল, আমত বাঁহৰ টঙালেৰে বান্ধিব লাগে। ইয়ো এক লোক-বিশ্বাস যে বাৰীৰ ফল-ফকৰ আদিৰ লাগন ভৰপূৰ হয়।

বহাগৰ বিহুত বিহু মৰা হয়। ঢোল, পেঁপা, গগণা, টকা বজাই নচা হয়। হুচৰিও ঘৰে ঘৰে গৈ গোৱা হয়। এনেকৈ এমাহ দিন অৰ্থাৎ ব'হাগৰ মাহটো কটোৱাৰ পাচত এদিনাখন পথাৰৰ গছৰ তলত নিয়মমতে বিহু মাৰি বিহু উৰোৱা হয়। যিডাল গছৰ তলত বিহু মাৰি উৰোৱা হয় সেই গছৰ ডালতে এখন গামোচা আঁৰি থৈ, ঢোল, পেঁপা আদি বাজনাৰ সামৰণি মাৰি পিচলৈ নোচোৱাকৈ গাঁৱলৈ উভতে। সেইদৰে বিহু উৰোৱাৰ দিনৰপৰা আৰু ঢোল, পেঁপা, গগণা আদি গোটেই বছৰ দিনেই নবজায়। এনেদৰে বিহু উৰোৱা বিশ্বাস লোকৰ মাজত কটকটীয়া ধৰণে পালন কৰা হয়।

বিবাহ সম্পন্ন কৰি কইনা চপাওঁতে কিছু মাংগলিক কৰ্ম কৰা হয়, যেনে- ভৰা কলহ দুৱাৰ মুখত ৰখা, ঘৰ সোমাওঁতে অচিনাতে কইনাই মাটিৰ চাকি গচকি ভঙা, উৰুলি দিয়া এইবোৰ কৰা হয়। লোক-বিশ্বাস যে তাকে নকৰিলে সেই কইনা ঘৰখোৱা নহয়।

বোৱাৰী অন্তঃসত্বা হোৱাৰ পাঁচ মহীয়াত পঞ্চামৃত খুওৱা হয়। আগতে আমি দেখিছিলো, অন্তঃসত্বাজনীক ইচ্ছা হ'লে শিকৰ অৰ্থাৎ মাটিৰ বাচনৰ মহমহীয়া খোলা দাঁতেৰে ভাঙি খাবলৈ দিয়ে। এইবোৰ লোক-বিশ্বাসৰ কৰ্ম। তাক নকৰিলে সন্তান প্ৰসৱত কষ্ট পায় আৰু সন্তানৰো সন্তুল অৱস্থাপ্ৰাপ্তি নহয়।

অসমীয়াৰ সংস্কৃতি বা বৰপেটা জিলা ভিত্তিৰ লোক-সংস্কৃতিৰ পথাৰখনক টকাটোৰ দুটা পিঠি হিচাবে নিৰ্ণয় কৰা যায় ঃ এপিঠি শুদ্ধ সংস্কৃতি, আন পিঠি হ'ল লোক-বিশ্বাস। লোক-বিশ্বাস সম্পৰ্কীয় কিছু দীঘলীয়া বিষয়-বস্তু আছে। ই এক গৱেষণাৰ বিষয়। তাকে কৰাটো মনোযোগৰ আৰু সময় সাপেক্ষ বিষয়। তাৰ বাবে আমাৰ সমাজৰ যোগ্য ৰাপযুক্ত যুৱকক আহ্বান কৰা হ'ল।●

# বৰপেটা জিলাৰ লোকভাষা

❑ ড° বিভা ভৰালী

অবিভক্ত কামৰূপ জিলাৰ তিনিটা মহকুমাৰ ভিতৰত বৰপেটা এটা মহকুমা আছিল। এই বৰপেটা মহকুমাই বৰ্তমান বৰপেটা জিলালৈ উন্নীত হৈছে। বৰপেটা জিলাৰ উত্তৰে ভূটান, পূৱে কামৰূপ জিলা, দক্ষিণে কোকৰাঝাৰ জিলা আৰু পশ্চিমে গোৱালপাৰা জিলা। বাউসী পৰগণাৰ বৰপেটাক কেন্দ্ৰ কৰি উত্তৰে-দক্ষিণে, পূৱে-পশ্চিমে থকা ভূমিভাগক তিনিখণ্ডত ভগাব পাৰি — (১) বৰপেটাক কেন্দ্ৰ কৰি দক্ষিণ-পূৱ খণ্ড, (২) বৰনগৰ-সৰভোগক কেন্দ্ৰ কৰি পশ্চিম খণ্ড, আৰু (৩) পাঠশালাক কেন্দ্ৰ কৰি উত্তৰখণ্ড। ভাষা-সংস্কৃতিৰ দিশত জিলাখন বৈশিষ্ট্যপূৰ্ণ। জনপ্ৰব্ৰজনৰ ইতিহাস বিচাৰ কৰি চালে দেখা যায়, বৰ্ত্তমান বৰপেটা জিলাৰূপে চিহ্নিত এই ভূখণ্ডত বিভিন্ন ভাষা-সম্প্ৰদায়ৰ লোক প্ৰাচীন কালৰেপৰাই বসবাস কৰি আহিছে। আৰ্য-অনাৰ্য, মংগোলীয়, অষ্ট্ৰিক প্ৰভৃতি ভাষাগোষ্ঠীৰ লোক এই জিলাত বাস কৰি আছে। ঐতিহ্যপূৰ্ণ কথা হ'ল, নানা জাতি-উপজাতি আৰু ভাষা-সম্প্ৰদায়ৰ লোকে নিজ নিজ সাংস্কৃতিক পৰম্পৰা ৰক্ষা কৰি অতীতৰে পৰা পাৰস্পৰিক সম্পৰ্ক বজাই ৰাখি আহিছে। জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলোৱে ঐক্যৰ বান্ধোনেৰে সমন্বয়ৰ সেঁতু গঢ়াৰ চেষ্টা কৰি আহিছে।

লোকভাষাৰ অৰ্থ সৰ্বসাধাৰণৰ কথ্য ভাষা বা স্থানীয় কথ্য ভাষিক ৰূপ। কোনো এক স্থানীয় উপভাষাৰ অন্তৰ্গত চহা, অশিক্ষিত লোকসকলে ব্যৱহাৰ কৰা কথ্যৰূপৰ মাধ্যমতহে লোকভাষাৰ স্বৰূপ উপলব্ধি কৰিব পাৰি। 'সাধাৰণতে গ্ৰাম্য অঞ্চলত স্বতন্ত্ৰভাবে বাস কৰা, শিক্ষা আৰু আধুনিকতাই স্পৰ্শ নকৰা বয়সপ্ৰবীণ লোকৰ ভাষিক বৈশিষ্ট্যৰ বিশ্লেষণ আৰু বৰ্ণনাতেই সাধাৰণভাৱে লোকভাষা অধ্যয়নৰ সীমা পৰিসীমিত'। অৱশ্যে সেই অঞ্চলত বসবাস কৰা শিক্ষিত লোকসকলে আনুষ্ঠানিক পৰিস্থিতিত সাধুভাষা বা মান্যভাষা ব্যৱহাৰ কৰিলেও নিজ অঞ্চলৰ মানুহৰ সৈতে লোকভাষাৰ জৰিয়তেই ভাব

বিনিময় কৰে। লোকভাষা যিহেতু মুখ পৰম্পৰা প্ৰচলিত, সেয়ে আনুষ্ঠানিক ক্ষেত্ৰত ই প্ৰায়েই প্ৰয়োগ নহয়। সাধুভাষা বা কৰ্ষিত ভাষা আৰু লোকভাষাৰ পাৰ্থক্যৰ বিষয়ে W. Edson Richmond - এ এনেদৰে মন্তব্য কৰিছে, "We are not here concerned with cultivated speech, that is, the speech patterns of the highly educated, but rather with folk speech, the speech patterns that develop independently of formal schooling and are characteristic of, but by no means entirely limited to, the older and relatively uneducated group within any regional dialect area." ধ্বনিগত সাদৃশ্য (phonetic analogy), ৰূপগত সাদৃশ্য (morphological analogy), আৰু লোক ব্যুৎপত্তি (folk or popular etymology) য়ে লোকভাষাত ক্ৰিয়া কৰে।

বৰপেটা জিলাৰ লোকভাষা বুলি ক'লে জিলাখনৰ লোকসাধাৰণে দৈনন্দিন জীৱনত ভাৱ-প্ৰকাশৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰা কথ্যৰূপক সামৰি লয়। জিলাখনত বসবাস কৰা সকলোবিলাক জনগোষ্ঠীৰে ভাব আদান-প্ৰদানৰ মাধ্যম সামগ্ৰিকভাবে অসমীয়া যদিও বিভিন্ন ভাষা-সম্প্ৰদায়ে প্ৰাত্যহিক জীৱনত মান্য অসমীয়া ভাষাতকৈ সুকীয়া ভাষিক ৰূপ ব্যৱহাৰ কৰে। বিভিন্ন জনগোষ্ঠীৰ নিজ নিজ কথ্যৰূপৰ ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক বৈশিষ্ট্য আৰু শব্দসম্ভাৰে বৰপেটা জিলাৰ লোভভাষাক বিশিষ্ট ৰূপ প্ৰদান কৰিছে। অৱশ্যে জিলাখনত প্ৰচলিত লোকভাষাই সকলো অঞ্চলতে সমৰূপতা লাভ কৰিব পৰা নাই। আঞ্চলিক ভিত্তিত জিলাখনৰ দক্ষিণ-পূৱ খণ্ড, পশ্চিম খণ্ড আৰু উত্তৰ খণ্ডৰ ভাষিক ৰূপৰ মাজত সমৰূপতা কম। বৰপেটা চহৰক কেন্দ্ৰ কৰি বৰপেটা-বাউসী অঞ্চলৰ ভাষিক ৰূপৰ লগত সৰভোগ চহৰক কেন্দ্ৰ কৰি বৰনগৰ আৰু পাৰ্শ্ববৰ্তী অঞ্চল অথবা পাঠশালা-পাটাছাৰকুছিক কেন্দ্ৰ কৰি বজালী অঞ্চল; সৰ্থেবাৰীক কেন্দ্ৰ কৰি সৰুক্ষেত্ৰী অঞ্চলৰ ভাষিক ৰূপৰ মাজত পাৰ্থক্য পৰিদৃশ্যমান হয়। ভৌগোলিক দৃষ্টিকোণৰ পৰা সৰভোগ-বৰনগৰ অঞ্চলৰ কথ্যৰূপৰ লগত অবিভক্ত গোৱালপাৰা জিলাৰ গোৱালপৰীয়া কথ্যৰূপৰ সাদৃশ্য



আছে। বজালী অঞ্চলৰ ভাষিক ৰূপৰ লগত নলবৰীয়া ভাষিক ৰূপৰ মিল আছে। সৰ্থেবাৰী অঞ্চলৰ কথ্যভাষাত বৰপেটীয়া আৰু নলবৰীয়া ভাষিক ৰূপৰ সংমিশ্ৰণ ঘটিছে। আনহাতে বৰপেটা-বাউসী অঞ্চলৰ কথ্যৰূপে অন্যান্য অঞ্চলতকৈ স্বকীয় ঠাঁচেৰে আত্মপ্ৰকাশ কৰি আছে। বৰপেটাৰোড, হাউলী, ভৱানীপুৰ, সৰুপেটা অঞ্চলৰ কথ্যভাষাৰ লগত বৰপেটীয়া কথ্যভাষাৰ মিল আছে যদিও ভাষিক সুৰৰ পাৰ্থক্য আছে। এইফালৰ পৰা ভৌগোলিক অথবা বিভিন্ন আৰ্থ সামাজিক কাৰণত বৰপেটা জিলাৰ লোকায়ত বাক্‌ৰীতিৰ অঞ্চলবিশেষে ভাষাগত বিভেদ আছে যদিও এই ভিন্নতা প্ৰধানতঃ ধ্বনিগত বা উচ্চাৰণগতহে। ভাষাৰ ধ্বনিগত পৰিবৰ্তনে ৰূপতত্ব আৰু বাক্য গঠনৰ দিশত পাৰ্থক্য সূচিত কৰে। সাধাৰণতে সমাজ জীৱনৰ পৰিপ্ৰেক্ষিতত (social context) ভাষাৰ পৰিবৰ্তন হৈ ভাষাগত বিভিন্নতাবোৰ প্ৰকট হৈ উঠে। এই বিভিন্নতাসমূহৰ মূল কাৰণ হ'ল, ভৌগোলিক, সাংস্কৃতিক বিশেষত্ব আৰু সামাজিক পৰিস্থিতি। বিশেষকৈ শ্ৰেণীগত আৰু জাতিগত লোকভাষা ভৌগোলিক কাৰণৰ ওপৰত নিৰ্ভৰ নকৰে, আৰ্থ-সামাজিক ব্যৱধানৰ ওপৰতহে নিৰ্ভৰ কৰে। বৰপেটা জিলাৰ লোকভাষাৰ স্বৰূপ বৈশিষ্ট্যপূৰ্ণ যদিও আলোচনাৰ সীমিত পৰিসৰত কথ্যৰূপটিৰ কেৱল কেইটিমান প্ৰধান দিশৰ ওপৰতহে আলোকপাত কৰা হ'ব।

ধ্বনিতাত্ত্বিক দিশত বৰপেটা জিলাৰ লোকভাষা বৈশিষ্ট্যসমৃদ্ধ। ভাষাৰ উচ্চাৰণ-ৰীতিৰ পৰিবৰ্তনে লোকভাষাৰ ধ্বনিতাত্ত্বিক দিশত ক্ৰিয়া কৰে। এই ক্ষেত্ৰত শ্বাসাঘাত (stress) ৰ ক্ৰিয়া লক্ষ্য কৰিব পাৰি। বৰপেটা জিলাৰ লোকভাষাত মান্য অসমীয়াৰ উপধা শ্বাসাঘাত (penultimate stress) ৰ বিপৰীতে শব্দৰ প্ৰথম বা দ্বিতীয় অক্ষৰত শ্বাসাঘাত পৰে। ফলস্বৰূপে এই লোকভাষাটিত শব্দৰ মাজৰ স্বৰধ্বনি লোপ হৈ সংযুক্ত ব্যঞ্জনৰ সংখ্যা বৃদ্ধি পাইছে। নিদৰ্শনস্বৰূপে —

| <u>মাঃ অসঃ</u> | <u>লোক ভাষা</u> |
|---|---|
| কোমোৰা | কুম্‌ৰা (কউৰ্মৰআ)/কুমুৰা (কউৰ্মউৰআ) |
| নিগনি | নিংনি (নইঙ্‌নই) |
| শালিকা | সাল্‌কা (সআৰ্লকআ) |
| কটাৰী | কাত্‌ৰি/কত্‌ৰি (কআৰ্তৰই/কঅৰ্তৰই) |

| | |
|---|---|
| জুপুকা | জুপ্‌কা/জপ্‌কা (জউৰ্পকআ/ জঅৰ্পকআ) ইত্যাদি |

লোকভাষাটিৰ ধ্বনিগত পৰিৱৰ্তনৰ আৰু কেইটিমান উদাহৰণ দিয়া হ'ল।

(১) বৰপেটা জিলাৰ লোকভাষাত কোনো শব্দত ওচৰা-উচৰি থকা দুটা অক্ষৰৰ 'আ' ধ্বনি ৰক্ষিত হয়। যেনে — ৰাজা, চাকা, তাৰা, তাকা ইত্যাদি। (২) মান্য অসমীয়াৰ উচ্চ-মধ্য এ, ও আৰু নিম্নমধ্য অ স্বৰ লোকভাষাটিত সাধাৰণতে উচ্চস্বৰত পৰিণত হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| এন্দুৰ | ইন্দুৰ/ইনুৰ |
| ওপৰ | উপৰ/উপাৰ |
| বন | বুন |
| কোনোবাই | কুন্‌বাই / কুম্‌বাই ইত্যাদি। |

(৩) একাক্ষৰী শব্দৰ বাহিৰে মান্য অসমীয়াৰ আন শব্দৰ শেষত থকা দ্বিস্বৰ ধ্বনি আই/ঐ/ঔ ক্ৰমে এ আৰু ও হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| কৰাই | কাৰে |
| কাৰৈ | কএ / কৱে |
| তাৰৈ | তাএ / তাউএ |
| কাবৌ | কাবো ইত্যাদি। |

(৪) শব্দৰ আদি অক্ষৰত থকা এ / এ' ধ্বনি আ-ধ্বনিলৈ পৰিবৰ্তন হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| এন্ধাৰ | আন্ধাৰ |
| এলান্ধু | আন্‌ধু |
| এঙামুৰি | আঙামুৰি ইত্যাদি। |

(৫) মান্য অসমীয়াৰ কোনো কোনো শব্দৰ শেষত থকা 'ই' ধ্বনি 'আ' ধ্বনিলৈ ৰূপান্তৰ হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| ছাতি | চাতা / চতা |



| | |
|---|---|
| ঢাৰি | ধাৰা |
| ঠাৰি | থাৰা |
| বালি | বালা ইত্যাদি। |

(৬) মান্য অসমীয়াৰ প্ৰায়বোৰ একাক্ষৰী শব্দ বৰপেটা জিলাৰ লোকভাষাত দ্বিঅক্ষৰযুক্ত শব্দত পৰিণত হৈছে। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| গাঁত | গাতা |
| কাঁহ | কাহা |
| সোণ | সনা / সোনা |
| তাম | তামা ইত্যাদি। |

(৭) মান্য অসমীয়াৰ শব্দৰ আদিত থকা 'ইআ' ধ্বনিগোট কেতিয়াবা লোকভাষাত এ' হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| ইয়াত | এ'তে |
| ইয়াৰ | এ'ৰ / এ'ৰে |
| দিয়াচলাই | দে'চ্‌লা ইত্যাদি। |

(৮) মান্যভাষাৰ শব্দৰ শেষত থকা অক্ষৰৰ অক্ষৰাধাৰ অ / অ' লোকভাষাত 'ও' হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| আকাশত | আকাহোত / আকাখোত |
| পাছত | পাচোত |
| ক'ত | কোত ইত্যাদি। |

(৯) মান্যভাষাৰ দ্বিঅক্ষৰযুক্ত বা ত্ৰিঅক্ষৰযুক্ত শব্দৰ আদি অক্ষৰত থকা 'ও' ধ্বনি লোকভাষাটিত প্ৰায়ে 'অ', 'আ' আৰু 'উ' স্বৰলৈ পৰিৱৰ্তন হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| খোপা | খপা |
| ওজাপালি | অজাপালি |
| বোৱাৰীপুৱা | বৰেৰপুৱা / বৰৰপুৱাই |
| কোৱাৰি | কাউৰি |

| | |
|---|---|
| ওঁঠ | উথ |
| জোঙা | জুঙা |
| পোহনীয়া | পুহেইনা ইত্যাদি। |

(১০) মান্যভাষাৰ কোনো শব্দৰ অক্ষৰৰ শেষত থকা ও / ওঁ লোকভাষাটিত কেতিয়াবা ঙ / উ ধ্বনিলৈ ৰূপান্তৰ হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| গাঁওবুঢ়া | গাঙ্‌বুৰা / গাউবুৰা |
| গাঁও | গাঁউ |
| তেওঁ | তেঁউ |
| এওঁ | এঁউ / এঁউৰা ইত্যাদি। |

(১১) মান্যভাষাৰ কোনো শব্দত থকা 'ন' আৰু 'ৰ' ধ্বনি লোকভাষাত 'ল' ধ্বনি হিচাপে উচ্চাৰণ হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| সোণাৰু | সোনোলু |
| নেজ | লেঙুৰ |
| নাঙল | লাঙাল |
| নঙঠা | লাঙ্‌তা |
| আৰৈ চাউল | আউলা/আল/আলাৰা চাউল |
| কোৰাভাতুৰী | কাভেদ্‌লি ইত্যাদি। |

(১২) মান্য অসমীয়াৰ কিছুমান শব্দৰ একাকী ব্যঞ্জন বৰপেটা জিলাৰ লোকভাষাত দ্বিত্বব্যঞ্জনৰূপে উচ্চাৰণ হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| কেঁচী | কেচ্চি |
| জিলা | জিল্লা |
| থাপৰ | থাপ্‌পাৰ |
| বাছা | বাচ্চা ইত্যাদি। |

(১৩) মান্যভাষাৰ ক্ৰিয়া শব্দৰ অন্তত থকা 'আই' ধ্বনিগোট লোকভাষাত কেতিয়াবা এ/ওই হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| ওলায় | ওলোই/অলোই |



| | |
|---|---|
| অনায় | আনে |
| কৰায় | কৰে ইত্যাদি। |

(১৪) মান্য অসমীয়া ভাষাৰ দ্বিঅক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত 'ও' ধ্বনি আৰু দ্বিতীয় অক্ষৰত 'আ' ধ্বনি থাকিলে লোকভাষাত অঞ্চলবিশেষে কেতিয়াবা কেতিয়াবা প্ৰথম অক্ষৰৰ 'ও' ধ্বনি 'অ' ধ্বনিলৈ আৰু দ্বিতীয় অক্ষৰৰ 'আ' ধ্বনি 'অ' ধ্বনিলৈ পৰিৱৰ্তন হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| চোতাল | চতল / চতাল |
| জোনাক | জনক / জনাক |
| গোঁৱাৰ | গঙৱ / গঙাৰ ইত্যাদি। |

(১৫) বৰপেটা জিলাৰ কোনো কোনো অঞ্চলৰ লোকভাষাৰ কিছুমান শব্দত মধ্যস্বৰৰ আগম হয়। যেনে —

| মাঃ অসঃ | লোকভাষা |
|---|---|
| বাজনা | বাজানা / বাইজ্‌না |
| পাৰ | পাউৰা |
| পুৰা (কল) | পুইৰা (কল) |
| পল | প'উলা ইত্যাদি। |

ৰূপতাত্বিক দিশৰ পৰা মান্যভাষা আৰু লোকভাষাৰ মাজত ব্যাকৰণগত পাৰ্থক্য প্ৰধানভাৱে শব্দৰূপ (word form)ৰ আৰু জতুৱা ঠাঁচৰ ওপৰত ৰক্ষিত হোৱা দেখা যায়। বৰপেটা জিলাৰ লোকভাষাত 'আপুনি' সম্বোধনতকৈ 'তই' বা 'তুমি' সম্বোধন বহুল প্ৰচলিত। অৱশ্যে লোকসমাজত পৰিস্থিতি সাপেক্ষে কোনোবাই 'আপুনি' সম্বোধন কৰিলেও তাৰ লগত প্ৰয়োগ হোৱা ক্ৰিয়াপদটো প্ৰায়ে মধ্যম পুৰুষতহে প্ৰয়োগ কৰে। যেনে —

'আপ্‌নি কেন্‌কে / কেঙ্‌কে জাবি?' (আপুনি কেনেকৈ যাব?)
'আপ্‌নিয়ে আপ্‌নাৰ সত্‌ৰু দিয়া।' (আপুনিয়ে আপোনাৰ শত্ৰু।)

মান্য অসমীয়া ভাষাত মধ্যম পুৰুষৰ তুচ্ছাৰ্থ আৰু মান্যাৰ্থত প্ৰয়োগ হোৱা ক্ৰিয়া বিভক্তিৰ ৰূপ সুকীয়া সুকীয়া। তাৰ বিপৰীতে বৰপেটা জিলাৰ লোকভাষাত তুচ্ছাৰ্থ আৰু মান্যাৰ্থৰ ক্ৰিয়াবিভক্তিৰ

পাৰ্থক্যহীনতা পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে —

'তুমি কি কাম কোচ্চা/কৰ্চা?' (তুমি কি কাম কৰিছা?)

'তই কি কাম কোচ্চা/কৰ্চা?' (তই কি কাম কৰিছ?)

একেদৰে পূৰ্ণ বৰ্তমান কালত উত্তম পুৰুষত মান্য অসমীয়াৰ 'কৈছো', 'খাইছো' ৰূপৰ ঠাইত লোকভাষাটিত কোইচু / কোইচুং ; খাইচু / খাইচুং ব্যৱহাৰ হয়। স্বৰান্ত ধাতুৰ নিত্য বৰ্তমান কালৰ মধ্যম পুৰুষৰ ক্ৰিয়াৰ পাছত 'অ'ৰ ঠাইত 'ঔ' ; প্ৰশ্নসূচক হ'লে 'আহ' আৰু নাম পুৰুষৰ ক্ৰিয়াৰূপৰ পাছত 'এ'ৰ ঠাইত 'আ' বিভক্তি সংযোগ হয়। যেনে —

'তই কোৰি লৌ।' (তই কৰি ল।)

'তই কি কৰাহ?' (তই কি কৰ?)

'সি খালানে / খালাকনে নাই কৌ।' (সি খালেনে নাই ক।)

নামবিভক্তি প্ৰয়োগৰ ক্ষেত্ৰতো মান্যভাষা আৰু লোকভাষাৰ পাৰ্থক্য পৰিদৃষ্ট হয়। মান্য অসমীয়াৰ দ্বিতীয়া, চতুৰ্থী বিভক্তিৰ ঠাইত বৰপেটা জিলাৰ লোকভাষাত ক্ৰমে সপ্তমী, দ্বিতীয়া বিভক্তি প্ৰয়োগ হয়। যেনে —

'তাক সোধা।' (মাঃ অসঃ) 'তাত সুধা।' (বৰঃ লোঃ)

'ক'লৈ যোৱা?' (মাঃ অসঃ) 'কোক/কোত জা?' (বৰঃ লোঃ)

প্ৰথমা বিভক্তিয়ে কেতিয়াবা লোকভাষাত তৃতীয়া, চতুৰ্থী আৰু সপ্তমী বিভক্তিৰূপে কাম কৰে। যেনে —

'তাৰ মুখে সুনা কথা।' (তাৰ মুখেৰে শুনা কথা।)

'তাকে জা।' (তালৈ যা।)

'এতে থাক।' (ইয়াত থাক।)

তৃতীয়া বিভক্তি 'ৰে'ৰ ঠাইত লোকভাষাত 'দি' প্ৰয়োগ হয়। যেনে —

কাত্ৰি — দি > কাত্ৰিদি 'কটাৰীৰে'

বাৰি — দি > বাৰিদি 'মাৰিৰে'

বৰপেটা জিলাৰ লোকভাষাত সম্বন্ধবাচক বিশেষ্যত পুৰুষ অনুযায়ী ব্যৱহাৰ কৰা নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ ব্যৱহাৰৰ ক্ষেত্ৰত মান্যভাষাৰ ভিন্নৰূপৰ বিপৰীতে মধ্যম পুৰুষৰ তুচ্ছাৰ্থ আৰু মান্যাৰ্থত



একেৰূপৰেই প্ৰয়োগ হয়। যেনে —

'তোৰ পিতে কৈচে।' (তোৰ পিতাৰে কৈছে।)

'তুমাৰ পিতে কৈচে।' (তোমাৰ পিতাৰাই কৈছে।)

বৰপেটা জিলাৰ লোকভাষাত মান্যভাষাৰ তুলনাত সুকীয়া ক্ৰিয়া বিশেষণ প্ৰয়োগ হয়। যেনে —

ইত্তে / ইতা / ইথেন / এথেন (এতিয়া)

কিত্তে / কেইতা / কিথেন / কেথেন (কেতিয়া)

তিত্তে / তিথেন / তিথ্নে (তেতিয়া)

অঁহে / অঁহাই / এহে (এইপিনে)

সঁহে / সঁহাই / সেহে (সেইপিনে)

কিত্তবা / কেথেন্বা / কিত্তেবা (কেতিয়াবা)

কেইহ্না / কেইহ্নি / কুন্দিনা (কোনদিনা, কাহানি)

কেইহ্নিবাই / কেহেন্বাই / কেথেন্বাই (কাহানিবাই, কেতিয়াবাই)

জিত্তে / জিথেন / জেথেন / জেথ্নে (যেতিয়া)

জেইহ্নি / জেইহ্না / জুন্দিনা (যিদিনা)

সিদ্না / সিন্না (সিদিনা)

ইফ্লে / ইফালে (এইফালে)

সিফ্লে / সিফালে (সেইফালে)

সেংকে / তেংকে / সেন্কে / সেনৈকে (তেনেকৈ)

জেংকে / জেন্কে / জেনেকে (যেনেকৈ) ইত্যাদি।

মান্য অসমীয়াৰ দৰে বৰপেটা জিলাৰ লোকভাষাতো সৰ্বনাম শব্দবোৰে বচন, লিংগ, পুৰুষ আৰু মৰ্যাদা অনুসৰি ভিন্নৰূপ গ্ৰহণ কৰে। কাৰকৰ সম্পৰ্কৰ ক্ষেত্ৰত সৰ্বনাম শব্দবোৰৰ লগত বিশেষ্য শব্দৰ পাছত ব্যৱহাৰ হোৱা একে শব্দ-বিভক্তি আৰু পৰসৰ্গ যোগ হয়। অৱশ্যে বিভক্তিবোৰ যোগ হ'লে লোকভাষাটোত সৰ্বনাম শব্দবোৰৰ মান্যভাষাতকৈ কিছুমান সুকীয়া তিৰ্য্যক ৰূপৰ সৃষ্টি হয়। যেনে —

| | সৰ্বনাম | একবচন | বহুবচন |
|---|---|---|---|
| উত্তম পুঃ | কৰ্তৃ | মই | আমি |

| | | | |
|---|---|---|---|
| | তির্য্যক | মো | আমা |
| মধ্যম পুঃ | তুচ্ছ কর্তৃ | তই | তুহ / তুহুন |
| | তির্য্যক | তো | তুহা |
| | মান্য কর্তৃ | তুমি | তুমিআহুন |
| | তির্য্যক | তুমা | তুমাআহা |
| | অধিক মান্য কর্তৃ | আপ্নি | আপ্নালোক |
| | তির্য্যক | আপ্না | আপ্নালোকো |
| নাম পুঃ | পুং কর্তৃ | সি | তাহুন |
| | তির্য্যক | তা - / সিআ | তাহা |
| স্ত্রী | কর্তৃ | তাই | তাহুন |
| | তির্য্যক | — | তাহা |
| মান্য | কর্তৃ | এঁউ / তেঁউ | এঁউঙ্ আহুন / তেঁউ আহুন |
| | তির্য্যক | — | এঁউঙ্ আহা / তেঁউঙ্ আহা |

বৰপেটা জিলাৰ লোকসমাজত কেতিয়াবা সম্বোধনাৰ্থে কিছুমান বিশেষণ শব্দ বিশেষ্যৰ নিচিনাকৈ ব্যৱহাৰ হয়। অৰ্থাৎ লোকভাষাটিত কথা প্ৰসংগত বিশেষণৰ ৰূপটিকে বিশেষ্যৰ দৰে উচ্চাৰণ কৰি চাৰিত্ৰিক বৈশিষ্ট্য প্ৰকাশ কৰা হয়। উদাহৰণস্বৰূপে —

'পিতাচৈধ্য, কথা কবাৰ জাগা নাপোলি / নাপেলি?'
(প্ৰয়োজনতকৈ বেছি কোৱা লোকৰ ক্ষেত্ৰত প্ৰযোজ্য)
'কিএ উমাহতঙা, কোৰ্পে / কোৰ্পেৰে আইহ্লি?'
(ওখ-পাখ আৰু ৰুক্ষ স্বভাৱৰ লোকৰ ক্ষেত্ৰত প্ৰযোজ্য)
'বেতাচৌৰাচি, গাজা দিচাদে আৰো।'
(উপলুঙা কৰা অৰ্থত ব্যৱহাৰ হয়)

বৰপেটা জিলাৰ লোকভাষাত মান্য ভাষাতকৈ কিছুমান সুকীয়া ৰূপৰ পৰসৰ্গ ব্যৱহাৰ হয়। নিদৰ্শনৰূপে ঃ

কোৰি — তোত্কোৰি ভাল। (তোতকৈ ভাল)
কানি — কুন্বাকানি গেইচে/গেইচি। (কোনোবা কোনোবা গৈছে)
হেদি — কিহেদি খাবি? (কিহেৰে খাবি?)



কুন্তি/খুন্তি — সিকুন্তিতো / সিখুন্তিতো তাই নাইহ্লাক।
(সেইকাৰণেই তাই নাহিল।)
হতি — কাএ হতি আইচা? (কাৰ লগত আহিছ?)
হলি / হোলি — মই হলি / হোলি জাবা নৰু।
(মই কিন্তু যাব নোৱাৰোঁ।)
ধোৰি — তোদ্ধোৰি এনে হল। (তোৰ কাৰণে এনে হ'ল।)
লোগি / লেগি — তোক লোগি / লেগি আনুচু।
(তোলৈ আনিছো।)
হোই — মোৰ হোই কবিচুন। (মোৰ হকে কবিচোন।)
কে — তই জাইক্কে আইভি। (তই গৈয়ে আহিবি।)
চো — জাউঙ্চো। (যাওঁ ব'লা।)
জোল — খাউঙ্জোল। (খাওঁ ব'লা।)
নি — খা নি। (খাগৈ)
কেলি — খাবাককেলি গেল। (খাবলৈ গ'ল।)

বৰপেটা জিলাৰ লোক সমাজত ভাষাৰ জতুৱা ঠাঁচ প্ৰয়োগৰো এক নিজস্ব ভংগী আছে। যেনে —

'তামুলে গাত ধচ্চে / ধৰ্চি।' (তামোলে মূৰত ধৰিছে।)
'মাথা বিহোইচে / বিহেইচি।' (মুৰ কামুৰিছে।)
'চাকা দুব্চে / দুব্চি।' (চকা পাটত বহিছে।)
'নাম ধচ্চে / ধৰ্চি।' (নাম গাইছে।)
'চলি তুল্চে / তুল্চি।' (সন্তান জন্ম দিছে।)
'ফুল তুল্চে / তুল্চি।' (ফুল বাচিছে।)
'ধান উহোইচে/ উহাইচি।' (ধান সিজাইছে।) ইত্যাদি।

বিয়াৰ পাছত গাঁৱৰ নামৰ শেষত স্ত্ৰীবাচক — এনি প্ৰত্যয় যোগ দি তিৰোতা মানুহক মতাটো বৰপেটা জিলাৰ লোকভাষাৰ এটি বৈশিষ্ট্য। যেনে —

| গাঁও | স্ত্ৰীবাচক ৰূপ |
|---|---|
| বৰপেটা | বৰ্পেইতেনি |
| সৰভোগ | সৰ্ভইগেনি |
| সুন্দৰীদিয়া | সুনেদ্দেইলেনি |

সৰ্থেবাৰী সৰ্‌থেবেইৰেনি
সৰুপেটা সৰ্‌পেইতেনি ইত্যাদি।

লোকভাষাটিত কিছুমান স্ত্ৰী প্ৰত্যয় যোগ হোৱা দ্বিত্ব স্ত্ৰীলিংগ ৰূপৰো প্ৰচলন আছে। যেনে —

ধেম্‌না (বিয়া নকৰোৱাকৈ অনা তিৰোতা ধেম্‌নি
বেইচ্‌চা (বেশ্যা) বেইচ্‌চেনি
নোতি (চৰিত্ৰহীনা) নোতিনি
ইত্যাদি।

'অন্য ক্ষেত্ৰতকৈ নিষিদ্ধ ভাষাৰ (taboo speech) ক্ষেত্ৰত লোকভাষাৰ প্ৰভাৱ অতি স্পষ্ট।' শৰীৰৰ বিভিন্ন অংগ-প্ৰত্যংগবাচক, স্ত্ৰীসম্ভোগবাচক বা শাৰীৰিক কাৰ্য সম্বন্ধীয়, গালি-শপনি সম্পৰ্কীয় অনেক অলিখিত শব্দৰ প্ৰয়োগ বৰপেটা জিলাৰ লোকভাষাত আছে। আধুনিক শিক্ষাৰ পোহৰ নোপোৱা সাধাৰণ গাঁওলোকে তেওঁলোকৰ ব্যৱহাৰিক জীৱনত এই নিষিদ্ধ শব্দবোৰ প্ৰায়ে প্ৰয়োগ কৰে। অৱশ্যে অঞ্চলবিশেষে নিষিদ্ধ শব্দৰ অৰ্থান্তৰ হ'ব পাৰে। কোনো এটা অঞ্চলত নিষিদ্ধৰূপে প্ৰচলিত শব্দ আন এটা অঞ্চলত নিষিদ্ধ নহ'বও পাৰে। বৰপেটীয়া লোকজীৱনত মুখ-পৰম্পৰা প্ৰচলিত নিষিদ্ধ বা অশ্লীল শব্দবোৰ লোকভাষাটিৰ শব্দ ভাণ্ডাৰৰ আৱশ্যকীয় অংশ। বিশেষকৈ দ্বন্দ্ব-খৰিয়াল লাগিলে গালি-শপনিবাচক অসংখ্য নিষিদ্ধ শব্দ গ্ৰাম্য লোকসমাজত ব্যৱহাৰ হয়। তদুপৰি বৰপেটা জিলাৰ কোনো কোনো অঞ্চলত সুৰীয়া গালিৰে খৰিয়াল কৰাৰ নিদৰ্শনো আছে। যেনে —

'লাইলে মৰকও
পুইতেৰ মূৰাখাইতী
পুইতেৰ মৰকও
লাইলেৰ মূৰাখাইতী
তেলত জুই লাগকও
পুইতেৰ মূৰাখাইতী
মৰঙে মাৰকও
পুইতেৰ মূৰাখাইতী.....'

মান্য অসমীয়াত ব্যৱহৃত কিছুমান শব্দই আকৌ লোকভাষাটিত



পৃথক অৰ্থ প্ৰকাশ কৰে। মান্যভাষাত 'শাস্তি' শব্দৰ অৰ্থ দণ্ড (punishment); কিন্তু লোকভাষাত ইয়াৰ অৰ্থ অসুবিধা, দিগদাৰ। যেনে —

'বেমাৰিৰ লগোত এইকেইদিন বৰ সাচ্‌তি হৈচে / হৈচি।'

একেদৰে মান্যভাষাৰ বেজাৰ, বাসনা, ঘণ্টা আদি শব্দই লোকভাষাটিত ক্ৰমে ভাগৰ, গতি, অশ্লীলবাচক আদি অৰ্থহে প্ৰকাশ কৰে। যেনে —

বহোতে বহোতে বেজাৰ লাগ্‌চে / লাগ্‌চি।
তোৰ বাখনা লাগ্‌চে / লাগ্‌চি নেকি?
তই মোক কি কোৰ্‌বিএ ঘন্‌তা?

বৰপেটা জিলাৰ লোকভাষাত কিছুমান সুকীয়া মৌলিক শব্দৰ প্ৰয়োগ দেখা যায়। যেনে — চলি /চোলি (সন্তান), লালেক /লালাক/লাইলেক (গিৰীয়েক), মইন্‌হেক/মইন্‌হাক/মাইন্‌হেক (ঘৈণীয়েক), কাকে (ফণী), বাত্‌কাৰা (তেল ভৰোৱা চুপি), লাকান (কটাৰী), লাক্‌ৰা/লাউক্‌ৰা (কোৰোকা), পাইলা (কেৰাহী), কন্দি (শৰাই), সঙ্‌ৰা (বিন্ধা), হৰ্‌কলা (হেঙাৰ), আতাল (বৰচাঙ), আইতা (গড়খাৰৈ), আপ্‌ৰহ (বেদনা/কষ্ট), চক্‌ৰি (পখিলা), কিৰা (শপত), থোগা/থউগা (ধুনীয়া), তেল্‌ভউকা/তেল্‌ভুৰ্‌কি (পঁইতাচোৰা) ইত্যাদি। বৰপেটা জিলাৰ কোনো কোনো অঞ্চলত কিছুমান বিশেষ বিশেষ ধৰণৰ শব্দৰ সহায়ত কোনো একোটা অৰ্থ প্ৰকাশ কৰে। বজালী অঞ্চলৰ কালজিৰাপাৰাৰ বনিয়া, সোণাৰী সম্প্ৰদায়ৰ মাজত এটা গুপ্তভাষাৰ প্ৰচলন আছে। এই ভাষাটোত নাই, নজনা, বেয়া আদি ভাব প্ৰকাশ কৰিবলৈ একেটা শব্দকে ব্যৱহাৰ কৰা হয়। যেনে —

নজনা মানুহ — ঘুতা বাহাত (বাহাত — নজনা)
টকা নাই — মালি বাহাত (বাহাত — নাই)
বেয়া ছোৱালী — বাহাত ধাতি (বাহাত — বেয়া)

এই ভাষাটোত প্ৰয়োগ হোৱা কেইটামান শব্দ হ'ল — চাম্‌লা (মাংস), ধুইলন (গাখীৰ), বাক্‌লি (তামোল), ৰাঙলি (চাহ), ধাতি (ছোৱালী), চিৰকুইতা (সান্দহ), বাইপায় (বুজি পায়) ইত্যাদি।

সচৰাচৰ লোকজীৱনৰ কথনভংগীৰ একোটা সুৰ থাকে। বৰপেটা

জিলাৰ অঞ্চলবিশেষে প্ৰয়োগ হোৱা ভাষিক সুৰ লহৰে লোকভাষাটিক স্বকীয় বৈশিষ্ট্য প্ৰদান কৰিছে। একে উপভাষিক অঞ্চলৰ ভিতৰৰে বৰপেটা আৰু তাৰ ওচৰ-পাজৰৰ ঠাইসমূহৰ ভাষাটো আন অঞ্চলসমূহতকৈ অধিক সুৰীয়া। ইয়াৰ বিপৰীতে বজালী, বৰনগৰ আদি অঞ্চলৰ ভাষাৰ সুৰ কিছু পৰিমাণে খহটা; এই অঞ্চলৰ কথনভংগী বা কথাৰ লয় অতি বলবান আৰু ক্ষীপ্ৰ। সৰ্থেবাৰী অঞ্চলৰ কথনশৈলী বৰপেটা অঞ্চলৰ দৰে অধিক সুৰীয়া নহয় যদিও আন অঞ্চলসমূহতকৈ এই ভাষিক ৰূপত সুৰ লহৰৰ কিছু দীৰ্ঘত্ব আছে। সম্প্ৰতি বিভিন্ন কাৰণত বৰপেটা জিলাৰ লোকভাষাত মান্য অসমীয়াৰ ভাষিক সুৰৰ প্ৰভাৱ পৰিছে যদিও লোক জীৱনত পৰম্পৰাগতভাৱে প্ৰবহমান হৈ থকা থলুৱা কথ্যসুৰে লোকভাষাটিক সমৃদ্ধ কৰি ৰাখিছে।

সামগ্ৰিকভাবে লোকভাষাৰ অধ্যয়নৰ জৰিয়তেহে লোকমন, লোকসমাজ, লোক-সংস্কৃতিৰ সম্যক পৰিচয় পোৱা সম্ভৱ। ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰাও লোকভাষাই সকলো ভাষাৰ বুনিয়াদ বুলি মন্তব্য দি W. E. Richmond - এ কৈছে, "It should be obvious by now that folk speech is the foundation on which all language is based." বৰপেটা জিলাৰ লোক ভাষাৰ পুংখানুপুংখ, বিস্তৃত আৰু প্ৰণালীবদ্ধ বিচাৰ-বিশ্লেষণে যে লোকভাষাটিক পৰিপুষ্ট কৰাৰ লগতে অসমীয়া ভাষাক সমৃদ্ধিশালী কৰি তুলিব, তাত সন্দেহ নাই।

প্ৰসংগ পুথি ঃ

১। *নবীন চন্দ্ৰ শৰ্মা, 'অসমীয়া লোক-সংস্কৃতিৰ আভাস'*
২। *দিগম্বৰ দাস, 'বৰপেটাৰ বুৰঞ্জী'*
৩। *W. Edson Richmond, 'Folklore and Folklife'*
৪। *ভৃগুমোহন গোস্বামী, 'জনকৃষ্টিৰ সাধক ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী'*
৫। *বজালী দৰ্পণ, স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভা, ত্ৰিপঞ্চাশত্তম পাঠশালা অধিবেশন।*

# লোকগীত আৰু লোকবাদ্য

❑ বাবুল চন্দ্ৰ দাস

গীত বুলিলেই আমাৰ অন্তৰত বাজি উঠে ছন্দায়িত লহৰৰ সুৰৰ মূৰ্চ্ছনাৰ এক বিমূৰ্ত ধাৰণা। মানুহে ভাষা শিকাৰ দ্বিতীয় স্তৰটোতেই নিহিত হৈ আছিল সুৰ। সেইবাবেই হয়তো আদিম বৰ্বৰ অৱস্থাৰ পৰা বৰ্তমানলৈকে, সভ্য সমাজৰ সকলো শ্ৰেণীৰ লোককে কিছু সময়ৰ বাবে হ'লেও মোহাচ্ছন্ন কৰি ৰাখিব পাৰে সুৰে। সেই সুৰ কি ? – ইয়াৰ উত্তৰত ক'ব পাৰি সেই সুৰ লোক জীৱনৰ, লোক মানসৰ পুঞ্জীভূত আবেগ-অনুভূতি উচ্ছাস বিজড়িত সুৰ, যৌৱনৰ উদ্যমশীলতাৰ বৈশিষ্ট্যময় প্ৰকাশ, স্নেহবন্যাৰ বিগলিত অনুভৱ, প্ৰকৃতিৰ সৌন্দৰ্যানুভূতিৰ চৰম প্ৰকাশ, মৃদুমন্দ সমীৰণে হিল্লোলিত কৰা স্বচ্ছ নিজৰাৰ স্ফটিক ধাৰাৰ সৰল নিৰ্যাস। মাথো ইমানেই নে ? – আৰু আছে। একোটা জাতিৰ অতীত ঐতিহ্য, আৱেগ-অনুভূতি, আশা-আকাংক্ষা, হাঁহি-অশ্ৰু, ভয়-ভক্তি, লোকসমাজৰ চিন্তা-ধাৰাত লোক মানস আদিৰ পূৰ্ণ প্ৰকাশ। লোকগীতৰ উৎপত্তিও ইয়াতেই। কোনোবা ম'হ গুৱালে ম'হ চৰাবলৈ যাওঁতে, কোনো গৰখীয়াই গৰু চৰাই থাকোতে প্ৰকৃতিৰ সেউজী পথাৰ, বালি চাপৰি, অসীম নীলাকাশৰ সৌন্দৰ্য্যই ক্ৰিয়া কৰা মনৰ আবেগত ক'ব নোৱাৰাকৈয়ে সুৰ হৈ ওলাই অহা একোফাঁকি গীতৰ কলি। ডেকা মনৰ আশা-আকাংক্ষা, হাঁহিৰ বন্যাত বিটোত হৈ বিস্ফোৰিত হোৱা ঝংকৃত শব্দৰ সান্নিধ্যত ওলাই অহা প্ৰাণ টানি ধৰা সুৰ। নৈৰ ভটিয়নী পানীত পাল তৰি যোৱা নাৱৰীয়াৰ কণ্ঠত নিগৰি ওলোৱা গীত। লোক-সমাজৰ উছৱ-পাৰ্বণৰ স'তে সংপৃক্ত বৈচিত্ৰ্যময় সুৰাৰোপিত প্ৰকাশভঙ্গী। ধুমুহাৰ হো-হোৱনি, বজ্ৰৰ গৰ্জন, নৈৰ উত্তাল তৰঙ্গই কঁপাই তোলা ভয়াৰ্তজনৰ বিননি। কৃষিজীৱী জনগণে বৰ্ষাক নমাই অনাৰ কামনাৰে কৰা নৃত্যৰ লগত প্ৰকাশিত ছন্দায়িত তালমিশ্ৰিত সুৰৰ গীত। দেহৰ শ্ৰম লাঘব কৰিবলৈকে কৃষক নাৱৰীয়া ৰোৱনী-দাৱনীৰ মুখেৰে নিসৃত হোৱা সুৰ। শিপিনীৰ শিল্পীসত্তাৰ সূক্ষ্মতৰ কল্পনাই বাস্তৱৰ দীঘ-বাণিত সৌন্দৰ্য্যময়ী ৰূপৰ চাব দেখি আনন্দত, আবেগত মুখৰ পৰা নিগৰি ওলোৱা গীত। তাঁতৰ পাটত পৰা শালিকীক দেখি এৰি অহা ঘৰখনলৈ মনত পৰি কাৰুণ্য

ভৰা কণ্ঠেৰে গোৱা গীত ইত্যাদিয়ে লোকগীত। থোৰতে ক'বলৈ গ'লে লোকসমাজৰ লোকৰ, মানুহৰ গীত। জন মানসৰ একো একোটা দিশৰ একো একোখনি পূর্ণ বা আংশিক প্রতিচ্ছবি প্রতিফলিত হোৱা লোক সুৰৰ আধাৰত সৃষ্ট গীতেই লোকগীত।

লোকসঙ্গীতৰ উচ্চ শিখৰত আৰোহণ কৰা বৃহৎ অসমৰ এটা বিশিষ্ট অঙ্গ হ'ল বৰপেটা জিলা। ভৌগোলিক পৰিক্রমাত ইয়াৰ অৱস্থিতি হ'ল উত্তৰ অক্ষাংশৰ ২৬°২/ৰ পৰা ২৬°৫০/লৈ আৰু পূৰ দ্ৰাঘিমাংশৰ ৯০°৪০/ৰ পৰা ৯১°২৪/লৈ। এসময়ত চাউলখোৱা, বেঁকী, কালদিয়া, পহুমৰা, নখান্দা, পল্লা আদি কেবাটাও নদীয়ে এই অঞ্চল আগুৰি ৰাখিছিল। নদীৰ ওখ চাপৰিতে গঢ়ি উঠিছিল সমাজ-সভ্যতা-সংস্কৃতি। নদী মাতৃক এই অঞ্চল লোক-সংস্কৃতিতো চহকী, য'ত মানুহে কথা পাতোতে সুৰ আছে, কান্দোনতো আছে ৰাগৰ বিচিত্ৰতা। চহৰকেন্দ্রিক সভ্যতাই সেই বৈশিষ্ট কিছু পৰিমাণে লাঘৱ কৰিছে। তথাপি বৰপেটা চহৰকে ধৰি গ্রামাঞ্চলৰ লোকসমাজত আজিও বিচাৰি পোৱা যায় বিচিত্র ভঙ্গীৰ বিচিত্ৰ গীত। লোকৰ মুখে মুখে চলা গীত। বৰপেটা জিলাত প্রচলিত তেনে জনগীতৰ ওপৰতে আলোকপাত কৰাৰ প্রয়াস কৰা হৈছে। বিষয়টো যথেষ্ট বিস্তৃত আৰু গবেষণামূলক। সেয়েহে অতি কম পৰিসৰৰ ভিতৰত জিলাখনত প্রচলিত কেইটামান লোকগীতৰ আধাৰতহে বিষয়বস্তুৰ ওপৰত আলোকপাত কৰিবৰ যত্ন কৰা হৈছে।

লোক-সাহিত্যৰ প্রধান অঙ্গস্বৰূপ বৰপেটা জিলাৰ লোকগীতক আলোচনাৰ সুবিধার্থে তলত দিয়া ভাগকেইটাত ভগাই লৈ চাব পাৰি—

বৰপেটাৰ লোকগীত

| অনুষ্ঠানমূলক | | কৰ্ম বিষয়ক | ধেমেলীয়া গীত | ভিন্নশ্ৰেণীৰ গীত |
|---|---|---|---|---|
| ভক্তি নিৰপেক্ষ | ভক্তিসাপেক্ষ | গৰখীয়া গীত | পচলাৰ গীত | নিচুকণি গীত |
| বিয়াগীত | আইনাম | বৰশীগোৱা গীত | টেকেলীপিঠাৰ গীত | ল'ৰা ধেমালিৰ গীত |
| মহোহো গীত | জগন্নাথৰ নাম | নাওখেলৰ গীত | | চুটিশালকীৰ গীত |
| | তুলসীৰ গুৰিত | সাতশাক তোলা গীত | | |
| | গোৱা নাম | | | |
| | গোপীকৃষ্ণৰ গীত | | | |
| | হোলী গীত | | | |

অনুষ্ঠানমূলক গীতৰ দুটা শ্রেণী — এটা ভক্তি নিৰপেক্ষ আৰু আনটো ভক্তিসাপেক্ষ। ভক্তি নিৰপেক্ষ গীতৰ ভিতৰত বিয়াগীত,



মহোহো গীত আদি। ভক্তি সাপেক্ষৰ ভিতৰত আই নাম, জগন্নাথৰ নাম, তুলসীৰ গুৰিত গোৱা নাম, গোপীকৃষ্ণৰ নাম, হোলীগীত আদি। কৰ্মবিষয়ক গীতৰ শ্রেণীত ধৰা হৈছে গৰখীয়া গীত, বৰশীবোৱা গীত, নাওখেলৰ গীত, সাতশাক তোলা গীত আদি। ধেমেলীয়া গীতৰ ভিতৰত পচলাৰ গীত, টেকেলীপিঠাৰ গীত আদি উল্লেখযোগ্য আৰু ভিন্ন শ্ৰেণীৰ লোকগীতবোৰ হ'ল নিচুকণি গীত, ল'ৰা ধেমালিৰ গীত, চুটিশাল্কীৰ গীত ইত্যাদি।

**অনুষ্ঠানমূলক গীত ঃ** লোকসমাজৰ কোনো উৎসৱ-পাৰ্বণ উপলক্ষে অনুষ্ঠিত কৰা লোক অনুষ্ঠানৰ গীতেই অনুষ্ঠানমূলক লোকগীত। লোকসমাজৰ অনুষ্ঠান দুই প্ৰকাৰ হ'ব পাৰে। প্ৰথমটো হ'ল ভক্তি নিৰপেক্ষ সামাজিক অনুষ্ঠান আৰু দ্বিতীয়টো হ'ল ভক্তিসাপেক্ষ অনুষ্ঠান। অনুষ্ঠান অনুসাৰে গীতবোৰ শ্রেণীবিভাগ কৰা হৈছে।

**বিয়াগীত ঃ** অনুষ্ঠানমূলক ভক্তি নিৰপেক্ষ লোকগীতৰ ভিতৰত তাহানিৰ পৰা আজিলৈকে লোকসমাজত বিশেষ ভূমিকা গ্ৰহণ কৰি অহা গীতৰ ভিতৰত বিয়াগীত অন্যতম। অসমীয়া বিবাহ পদ্ধতি উজনিৰ পৰা নামনিলৈ একেধাৰাৰে অৱধাৰিত ৰূপ যদিও অঞ্চলভেদে সূক্ষ্ম প্ৰভেদ লক্ষ্য কৰা যায়। বিয়াগীততো আছে তাৰতম্য ৰূপ। বৰপেটাৰ বিয়াগীততো বিচাৰি পোৱা যায় এক সুকীয়া সত্তা, সুকীয়া ধাৰা।

সুৱাগুৰি তোলাৰ[১] পৰাই সামাজিক অনুষ্ঠান বিবাহৰ আৰম্ভণি। অনুষ্ঠানৰ স'তে সাঙোৰ খোৱা অনুষ্ঠানমূলক গীতৰো আৰম্ভণি। দৰা বা কন্যাৰ বৌৱেক, আইতাক, খুৰীয়েক, মামীয়েক আদিৰে ব্যস্তিত আয়তীসকলে ঢেঁকীৰ গৰকণিৰ চাবে চাবে সুৱাগ জাৰোতে (সুৱাগুৰি তোলোতে) গায়—

দেহি নালো — সুৱাগৰ ধানমুঠি বান্ধা ঐ আয়তী
টেঁকীতে তেল সিন্দুৰ দিয়া ৰাম জানকী
দেহি নালো — সোণাৰে চালনী চালিব লাগিছে
প্রথম পুতেকৰে বিয়া ৰাম জানকী
.............................................
ধান বান্ধি বান্ধি মই ডুনি ভৰলু
............................................. ইত্যাদি

১। সুৱাগুৰি তোলা = বৰপেটাত সুৱাগৰ ধান বান্ধা বুলি কোৱা হয়।

বিয়াৰ দিনাৰ আগদিনাখন হ'ল জোৰোণ পিন্ধোৱা। স্থানীয়ভাবে বৰপেটাত কোৱা হয় 'তেলৰ ভাৰ দিয়া'। দৰাপক্ষৰ তৰফৰ পৰা কন্যা গৃহলৈ তামোল-পাণকে আদি কৰি বিভিন্ন বস্তু দ্ৰব্য লৈ যোৱা হয়। বস্তুখিনি নিয়াটোৱে শেষ কথা নহয়। ইয়াতো আছে কেতবোৰ লোকাচাৰ, একোটা পদ্ধতি। গীতৰ মাজতেই সেই কথাৰ প্ৰকাশ পায়। সকলো বীৰতকৈ শ্ৰেষ্ঠ বীৰ ৰামচন্দ্ৰই বানৰৰ দ্বাৰা সাগৰত সেঁতু বন্ধাৰ দৰে অসম্ভৱ কাৰ্য কৰি সীতাক উদ্ধাৰ কৰাৰ ৰূপকেৰে তেলৰ ভাৰৰ গীতসমৃদ্ধ—

হনুমান সাগৰ বান্ধা চাউ[২]
সীতাৰে নিমিত্তে আমি যুদ্ধ দিবা যাউ[৩]

তেনেদৰে কন্যাৰ ঘৰত দৰাপক্ষৰ আয়তীয়ে গায়—

প্ৰাণৰ পত্ৰ লিখি দিলা হে জানকী
প্ৰাণৰ পত্ৰ লিখি দিলা নালো

জোৰোণ পিন্ধোৱাৰ পিছদিনাখন বিয়া। অৱশ্যে বৰপেটাৰ বিয়াত মাজতে এটা বা দুটা দিনো শূন্য ৰখা হৈছিল। যাক স্থানীয়ভাৱে শূইন বুলি কোৱা হয়। সি যিকিয়েই নহ'ক বিয়াৰ দিনা ৰাতি পুৱাতেই দৰা বা কন্যাক ধুৱাবৰ বাবে আয়তীসকলে নৈলৈ গৈ পানী তোলে। পানী তুলিবলৈ যাওঁতে বেণ্ডপাৰ্টিৰ বাজনাৰ লগতে আয়তীসকলৰ জাত জাত বিয়ানামে আকাশ মুখৰিত কৰি তোলে। পানী তুলিবলৈ যাওঁতে গায়—

অলে[৪] আহা শশীপ্ৰভা ৰাজাৰ[৫] মহাদই
শুভক্ষণে যাত্ৰা কৰি পানী তুলু যাই[৬]

তাৰ পিছত—

হৰি মোৰ যাউ কত বেলি
হৰি মোৰ নাপঙ্[৭] হাত মেলি
হৰি মোৰ আকাশী গঙ্গাৰ জল
..............................................
হৰি মোৰ জল এৰি দিয়া
হৰি মোৰ আই জলকুঁৱৰী
হৰি মোৰ মুঠাতে[৮] আনিছো কড়ি।।

মুদ্ৰাৰ আৱিষ্কাৰ আৰু প্ৰচলনৰ পূৰ্বে সৃষ্টি হোৱা এই গীতটোৰ মাজেৰে

২। বান্ধা চাউ = বন্ধা চাওঁ, ৩। দিবা যাউ = দিবলৈ যাওঁ, ৪। অলে = ওলাই,
৫। ৰাজাৰ = ৰজাৰ, ৬। তুলু যাই = তোলো গৈ, ৭। নাপঙ্ = নাপাওঁ, ৮। মুঠাতে = হাতৰ মুঠিত



নৈৰ প্ৰতি থকা ভক্তিভাৱৰ যিদৰে প্ৰকাশ ঘটিছে সেইদৰে কড়িৰ বিনিময়ত জলকুঁৱৰীৰ পৰা পানী কিনি লোৱা যুগ যুগৰ লোকবিশ্বাসো নিহিত হৈ আছে।

পানী তুলি আহি যেতিয়া ঘৰ পায় তেতিয়া আয়তীসকলে আন এটা গীত গায়—

দুৱাৰ মেলা দুৱাৰ মেলা কাঠৰ হাঙাৰ বাৰী[৯]।
আনিছু গঙ্গাৰে জল নিয়া আগবাঢ়ি।।

পুৰোহিত থকা বিয়াত দুপৰীয়া শ্ৰাদ্ধৰ সময়ত গায়—

বামুণ পুৰোহিত পুৱাই আইহ্লু[১০] মাতি
আহিলা গোধূলি ভাঠি হে ৰাম।

তেনেদৰে বিচাৰ কৰিলে এই সামাজিক অনুষ্ঠানটোৰ লগত জড়িত যথেষ্ট সংখ্যক গীত আছে। দৰা/কন্যাৰ নখকমোৱাতে, কলৰ গুৰিত গা ধোৱতে, দৰাই সাজ-পাৰ কৰি কন্যাগৃহলৈ যাবলৈ প্ৰস্তুত হওঁতে, বৰযাত্ৰীৰ লগত যাওঁতে গোৱা গীত, কন্যা ঘৰৰ চোতালত গোৱা গীত ইত্যাদি। তেনে দুটিমান গীত হ'ল—

ৰাম ৰাম কলৰে গুৰিতে
ৰাম ৰাম কইনাটু/বৰটু অলইছে[১১]
ৰাম ৰাম মায়েকে ধুৱবা[১২] লাগে।।

❖ ❖ ❖ ❖ ❖ ❖ ❖

পাগ্ৰী[১৩] মাৰা পাগ্ৰী মাৰা।
পাগ্ৰী মাৰ্বা টানি হে ৰাম।।

❖ ❖ ❖ ❖ ❖ ❖ ❖

লক্ষ্মণ সুধিছো তোমাকে
বজ্ৰশিলা ধেনু ভাঙ্বা[১৪] যাবানে লগতে
অ' নীলো দাউৰি[১৫] নাযবা অ'
অ' নীলো হাউৰি[১৬] নাযবা অ'
উজুটিত ছিঙিব ভৰি নীলো বক্সি[১৭] অ'

❖ ❖ ❖ ❖ ❖ ❖ ❖

৯। হাঙাৰ বাৰী = দুৱাৰৰ ডাং, ১০। আইহ্লু = আহিলো, ১১। অলইছে = ওলাইছে, ১২। ধুৱবা = ধুৱাব,
১৩। পাগ্ৰী = পাগুৰী, ১৪। ভাঙ্বা = ভাঙিবলৈ, ১৫। দাউৰি = দৌৰি দৌৰি, ১৬। হাউৰি = দাউৰিৰ ধন্যাত্মক অৰ্থত ব্যৱহৃত, ১৭। বক্সি = এটি উপাধি

ওৰে বৰুৱা গুপুতকে[১৮] অললা ও
ওৰে বৰুৱা সীতাৰ লাগিয়া ও
ওৰে মায়েকক নমস্কাৰ কৰি ইত্যাদি

বিয়াগীতৰ অন্যতম বিভাগ হ'ল 'জোৰা নাম'। বৰপেটাত কোৱা হয় 'খীচা গীত'। এই গীত একপ্ৰকাৰ ধেমেলীয়া গীত। দৰা-কন্যাকে আদি কৰি দৰা-কন্যাৰ সম্বন্ধীয় মানুহ, ঢুলীয়া, বামুণ, পুৰোহিত সমস্তকে লৈ জোৰা লগাই নাম গাই জোকায়। বৰপেটাৰ তেনে খীচা গীত হ'ল—

অ'চিনাৰে[১৯] পানীতপা[২০] সিঁচু মেনি[২১] আহে।
কইনাৰে মায়েকটুক খিচু মেনি হাঁহে।

❖ ❖ ❖ ❖ ❖ ❖ ❖

হুম্ পুৰা বামুণটুকে চিনু চিনু[২২] কৰে
তই আইছা হুম পুৰ্‌বা ঘৈণ্যেক নিলা চুৰে।।

❖ ❖ ❖ ❖ ❖ ❖ ❖

ঢুলীয়া কালীয়া হতচিৰি যাৱা।
ঢুলত কুব নামাৰা কিয়হে ৰাম।।

এনেধৰণৰ বিয়াগীত বা খীচা গীত বহু সংখ্যক আছে। ভিন্ন সুৰৰ ভিন্ন কথাৰ মাধুৰীসনা এই গীতবোৰে এসময়ত দৰাঘৰ কন্যাঘৰৰ সকলোকে ৰস দিব পাৰিছিল। বিশেষকৈ ভাৰতীয় লোক সমাজত থকা ৰামায়ণ, মহাভাৰতৰ যি আদৰ সিয়ে ভুমুকি মাৰিছে বিয়াগীতত আৰু সেয়ে বিয়াগীতবোৰো হৈ পৰিছিল বৰপেটাবাসীৰ আদৰৰ বস্তু। ৰাম জানকী দৈৱকী আদিৰ শব্দৰ প্ৰয়োগে বিয়াগীতবোৰক আনি দিছে এক প্ৰাচীনতা। এসময়ত বৰপেটাৰ সমাজত বিয়াগীত নহ'লে নহৈছিল। সণ্ঢালনিভাৱে আজিও ইয়াৰ আদৰ চলি আহিছে; কিন্তু গুৰুত্ব যেন বহু পৰিমাণে কমি আহিছে। থুৰীয়া তামোলে মুখ ভৰি থকা ৰঙচুৱা ওঁঠৰ আইতাৰ মুখত বিয়াগীতৰ কলি আখৈ ফুটাদি ফুটিছিল যদিও ৰঙীণ প্ৰসাধন দণ্ডেৰে ৰাঙলী কৰা আধুনিকা নাৰীৰ ওঁঠত বিয়াগীতৰ এটি শব্দও নুফুটা হ'ল। সামাজিক অনুষ্ঠান বিয়াক সাঙ্গীতিক মাধুৰ্য্য আনি দিয়া গীতবোৰ যেন ইতৰ শ্ৰেণীৰ গীত হৈ পৰিল।

১৮। গুপুতকে = গুপুতকৈ, ১৯। অ'চিনা = পানী পতা, ২০। পানীতপা = পানীথিনি, ২১। মেনি = মানে, ২২। চিনু = চিনো



**মহোহো গীত ঃ** ভক্তি নিৰপেক্ষ অনুষ্ঠানমূলক আন এবিধ গীত হ'ল মহোহো গীত বা মহ খেদা গীত। বিশেষকৈ নামনি অসমৰ কামৰূপৰ পৰা গোৱালপাৰা জিলালৈকে এই গীতৰ প্ৰচলন আছে। আঠুৱাৰ আৱিষ্কাৰ হোৱাৰ পূৰ্বেই জন্ম হৈছিল মহ খেদা উৎসৱ অনুষ্ঠানৰ। কাতিৰ দীপাৱলী উৎসৱে কীট-পতঙ্গ, পোক-পৰুৱাক ঢাহি-মুহি যোৱাৰ পিছত আঘোণৰ পূৰ্ণিমাত আহে মহখেদা উৎসৱ। বৰপেটাত কোৱা হয় 'ভাওল দিয়া'। এই উছৱত চেমনীয়াসকলে হাতত টাঙোন লৈ মানুহৰ ঘৰে ঘৰে গৈ মাগি ফুৰে। হাতত থকা টাঙোনডালেৰে খুন্দি খুন্দি তাল ৰাখি গীত গায়। বৰপেটাত প্ৰচলিত তেনে দুই এটি গীত হ'ল—

থুপৰি[২৩] হোৰে থুপৰী হো কাণা[২৪] কুঁজা একফাল হো
ও ভাওল[২৫] হক - হক কুশল হক - হক - ইত্যাদি

**অনুষ্ঠানমূলক ভক্তিসাপেক্ষ ঃ** ভক্তি নিৰপেক্ষ অনুষ্ঠানমূলক গীতৰ বিপৰীতে যি অনুষ্ঠানৰ গীতৰ সৈতে ভক্তিৰ ভাৱধাৰা নিহিত হৈ আছে সিয়েই ভক্তিসাপেক্ষ অনুষ্ঠানমূলক গীত। প্ৰকৃতিৰ ভয়ঙ্কৰ ৰূপ, মহামাৰী ৰোগ, ঈশ্বৰৰ প্ৰতি থকা ভক্তিৰ পৰিপ্ৰেক্ষিততে এসময়ত লোকসমাজত সৃষ্টি হৈছিল এনেবিধ গীতৰ। বৰপেটাত প্ৰচলিত তেনে কেইপ্ৰকাৰমান গীত হ'ল—

**আইনাম ঃ** আই বা বসন্তৰোগ তাহানিতে মানুহৰ মনত আছিল ভয়ৰ কাৰণ, আজিও আছে বহু পৰিমাণে। আধুনিক চিকিৎসা বিজ্ঞানে এইৰোগ নিৰ্মূল কৰাৰ ক্ষেত্ৰত বহুখিনি সফল হৈছে যদিও লোকসমাজত আজিও এই ৰোগে দেৱী ৰূপত স্থান পাই আহিছে। বসন্ত ওলালে কোৱা হয় আইসকল আহিছে বা আই ওলাইছে। তাহানিতে আৰু আজিও এই ৰোগ নিৰাময়ৰ বাবে তিৰোতা মানুহে সবাহ পাতি আইনাম বা শীতলা নাম গায়। আইসকলৰ উদ্দেশ্যে ঠগী পতা হয় আৰু ধূপ চাকি জ্বলোৱাৰ লগতে বগা কাপোৰ, বগা ফুল (সাধাৰণতে কাথান্দা ফুল), পিঠাগুৰি, মগুমাহ দলি প্ৰসাদ আৰু ভোগ আদি দিয়া হয়। অসমৰ উজনি-নামনি, সিফালে বঙ্গদেশ উৰিষ্যা আদি ঠাইতো আইনামৰ জনপ্ৰিয়তা আছে। মহাপুৰুষীয়া ধৰ্মৰ প্ৰচুৰ প্ৰভাৱ সত্বেও বৰপেটাত

২৩। থুপৰি হো = স্তূপীকৃত হোৱা, লগ লগা, ২৪। কাণা = কণা, ২৫। ভাওল হক = মঙ্গল হ'ক, ভাল হ'ক,

আইনামৰ জনপ্ৰিয়তা হ্ৰাস পোৱা নাই। বৰপেটা চহৰকে ধৰি জিলাখনৰ ঠায়ে ঠায়ে অসংখ্য আইনাম পোৱা যায়। তেনে আইনামৰ দুই এটি উদাহৰণ দাঙি ধৰা হ'ল—

ঘোষা — নাম ধৰিও আই ঈছৰী[26]ৰ সভা

পদ — সৰু আই বলে ডাঙাৰ[27]জেনী[28] বাই।
মণিচ[29]ৰ নগৰখেন চাই আহু[30]যাই।।
এই বুলি সাতবৈনেকে[31] আলচ কৰিলা।
আলচ কৰিয়া যাই পিতেকক সুধিলা।।
.................................................. ইত্যাদি। এই একেটা গীততে আছে সম্পূৰ্ণ বাৰ দিনৰ মূৰত ৰোগী কেনেকৈ নিৰাময় হয়।

একদিন দুইদিন তিনিদিন জ্বৰালা[32]।
চাৰি দিনৰ মূৰত আই মুখে দেখা দিলা।।
পাঁচ দিনৰ মূৰত আই গাৱে সৈৰালা[33]।
ছয় দিনৰ মূৰত আই ভৰিত দেখা দিলা।।
সাত দিনৰ মূৰত আই ৰঙ ধৰিলা।
আঠ দিনৰ মূৰত আই ভৰপক হ'ল।
ন দিনৰ মূৰত আই মহ্‌ৰামুৰা[34] হ'ল।।
দহ দিনৰ মূৰত আই গাৱে চিট্‌কিলা[35]।
বাৰ দিনৰ মূৰত আই বিদায় মাগিলা।।

❖ ❖ ❖ ❖ ❖ ❖ ❖

ঘোষা — কি দিয়া পূজিম আই এ চৰণ তোমাৰে।

পদ — পৰহদ্ দিয়া পূজিম আই চকাই[36] আগে খায়।
মুগ দিয়া পূজিম আই পকাই[37] আগে খায়।
কল দিয়া পূজিম আই বাদ্‌লি[38] আগে খায়।
খীৰ দিয়া পূজিম আই দাম্‌ৰি[39] আগে খায়।। ইত্যাদি

**জগন্নাথৰ নাম ঃ** কামৰূপৰ বিভিন্ন অঞ্চলত পতাৰ দৰে বৰপেটা জিলাৰ বিভিন্ন ঠাইত ব'হাগৰ পৰা জেঠলৈকে গোঁসাই ঘৰ নাইবা বাটৰ কাষত তুলসী গছ বা কল পুলি ৰুই তাৰ আগত ঠগী দি নাম

২৬। ঈছৰী = ঈশ্বৰৰ স্ত্ৰীলিংগ ৰূপ, ২৭। ডাঙাৰ = ডাঙৰ, ২৮। জেনী = জনী, ২৯। মণিচৰ = মানুহৰ, ৩০। আহু = আহোঁ, ৩১। বৈনেকে = ভনীয়েকে, ৩২। জ্বৰালা = জ্বৰ গোৱালে, ৩৩। সৈৰালা = সৰি গ'ল, ৩৪। মহ্‌ৰামুৰা = শুকনি ধৰা, ৩৫। চিট্‌কিলা = চিটিকি পৰিল, ৩৬। চকাই = ঘনচিৰিকাই, ৩৭। পকাই = পোকে, ৩৮। বাদ্‌লি = বাদুলি, ৩৯। দাম্‌ৰি = গৰুৰ পোৱালি।



ধৰে। বৰপেটাত এই নাম সাধাৰণতে প্ৰৌঢ়া আৰু বৃদ্ধাসকলে গায়। লোক-বিশ্বাসত পুৰীৰ জগন্নাথে বছৰৰ আৰম্ভণিতে ৰাইজৰ মঙ্গল বাতৰি ল'বলৈ গাঁৱলৈ আহে। গাওঁখনৰ মানুহবিলাক যাতে মাৰি মৰকৰ পৰা পৰিত্ৰাণ পায় সেই উদ্দেশ্যেৰে জগন্নাথক সুঁৱৰি নাম গায়। অৱশ্যে এই নামত প্ৰাচীন অসমীয়া ভাষা আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ স্পষ্ট—

ঘোষা — মই কেনে আইলুহ্[40] হৰি পুণ্যৰ গমনে।
দেখিলো পৰ্ভূৰ মুখ (ৰূপ) যুগল নয়নে।।

পদ — ৰাধা আই ৰান্ধি দেই সবে বহি খায়।
বিচাৰ নাই খচাৰ[41] নাই জগন্নাথৰ ঠাই।। ইত্যাদি

**তুলসীগুৰিত গোৱা গীত ঃ** ভাৰতীয় হিন্দু আদৰ্শত তুলসীৰ প্ৰতি থকা ভক্তি যুগ যুগৰ। গোবিন্দ অৰ্থাৎ শ্ৰীকৃষ্ণৰ প্ৰিয়া হ'ল তুলসী, এয়া জন বিশ্বাস। এই বিশ্বাসক ভেটি কৰিয়েই কোনোবা অখ্যাত জন-কবিয়ে সৃষ্টি কৰিছিল এই গীতৰ। বৰপেটা জিলাৰ পাটাছাৰকুছি অঞ্চলত তুলসীৰ গুৰিত গোৱা গীতৰ প্ৰচলন আছে।

এ কাল তুলসীয়ে নাযায়ো ছাড়িয়া
দেউ কায্ পিতৃ কায্ ৰৈব পৰিয়া।।
কাল তুলসী এ —
একাল তুলসীয়ে ছিৰলীয়া[42] পাত
বেহে[43] আহিলু মথুৰাৰ হাট
এ কাল তুলসী এ ইত্যাদি

**হোলীগীত ঃ** প্ৰতিটো উৎসৱ অনুষ্ঠানৰ লগত অন্তৰ্নিহিত হৈ আছে লোক-সংস্কৃতিৰ বৈশিষ্ট্য। বৰপেটাৰ হোলীগীত সেই সংস্কৃতিৰ গীতিময় ৰূপ বুলি ক'লেও হয়তো ভুল কৰা নহ'ব। যদিও বৰপেটা সত্ৰৰ পৰিবেশত ই পৰিপুষ্ট তথাপি ফাগুণ ৰঙীন ডেকা মনৰ উচ্ছাস এই গীতত আছে। যিহেতু এই গীত ঘাইকৈ জড়িত দৌল উছৱৰ লগত, সেয়েহে ইয়াক ধৰ্মসাপেক্ষে অনুষ্ঠানমূলক গীতৰ শাৰীত ধৰা হৈছে। বৰপেটাৰ হোলী ভাৰত বিখ্যাত। উছৱলৈ এপষেক ডেৰপষেক থাকোঁতে বৰপেটাৰ হাটীসমূহ ঢোল আৰু খুঁটি তালৰ

৪০। আইহ্‌লু = আহিলোঁ, ৪১। খচাৰ = বিচাৰৰ প্ৰতি ধ্বন্যাত্মক শব্দ, ৪২। ছিৰলীয়া = বেঁতৰ পাত সদৃশ, ৪৩। বেহে = বেহাই (বনিজ বেহাই অহা বা ঘূৰি ঘূৰি অহা)।

ধ্বনিয়ে মুখৰিত কৰি তোলে। হোলীগীতৰ আখ্ৰা চলে। 'নামঘোষা' কীৰ্তনঘোষাৰ পদ, মহাপুৰুষ মাধৱদেৱৰ সৃষ্ট 'ফাগু খেলে কৰুণাময়..........', 'ভাই দেখো কমলাপতি দৌলৰ উপৰে..........' ইত্যাদি সম্পূৰ্ণ ধৰ্মীয় আধাৰত সৃষ্ট আৰু পৰিবেশনতো আছে ধ্ৰুপদী গাম্ভীৰ্য। তথাপি তাৰ মাজত সৃষ্টি হৈছিল সাময়িক প্ৰসঙ্গৰ গীত। এতিয়াও সৃষ্টি হৈয়ে আছে বহু হোলীগীত — যি গীতত আছে লোক কথা লোক সুৰ। তেনে বিভিন্ন হোলীগীতৰ ভিতৰত ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰভাৱত সৃষ্ট গীত এটি হ'ল—

গান্ধী অলাইছে[৪৪] গান্ধী অলাইছে
অলায়ে গোলমাল লগাইছে
অলায়ে গোলমাল লগাইছে
লাখে লাখে ভলন্তাৰ (ভলণ্টিয়াৰ)
কলিকতাত অলাইছে
পল্টনে পল্টনে পুলিচ নমাইছে

সময়ে সময়ে সৃষ্ট দুই এটি হোলীগীত হ'ল—

ফাগুন পৰিছে ফাগুন পৰিছে
পৰিছে ফাগুণ হোলীতে
আমাৰ পৰাণ পাগল
পৰে কিহতে।
......................................

❖ ❖ ❖ ❖ ❖ ❖ ❖

মধুকৰে গুঞ্জৰে কি বাতৰি পাই
চুমা চুমি কৰে ফুলে মধুমলয়াই ...... ইত্যাদি।

**কৰ্মবিষয়ক গীত ঃ** কৰ্ম ব্যস্ততাৰ মাজত শ্ৰম লাঘব কৰাৰ উদ্দেশ্যতে জন্ম হৈছিল কৰ্মবিষয়ক গীতৰ। বৰপেটাত প্ৰচলিত তেনে কৰ্ম বিষয়ক গীত কেইবিধমান হ'ল—

**গৰখীয়া গীত ঃ** কৃষিজীৱী অসমীয়াৰ প্ৰধান সম্বল গৰু। সেইবাবেই গৰুৰ প্ৰতি আদৰ যত্নও অপৰিসীম। নিজৰ গৰুকেইটাক কেনেদৰে সু-স্বাস্থ্যৰ কৰি ৰাখিব পাৰে সেইটোৱে কৃষকৰ চিন্তা। সেয়ে ভাল ঘাঁহ থকা চৰণীয়া পথাৰত গৰু চৰায়। বিশেষকৈ মুকলি পথাৰ নৈৰ শ্যামলিমা চাপৰি আদিত গৰু চৰাওতে নিৰ্বাক গৰু ম'হৰ লগত থাকি

৪৪। অলাইছে = ওলাইছে



গোটেই দিনটো পাৰ কৰিব লগা হওঁতে গৰখীয়াৰ মনত বিভিন্নভাৱে জুমুৰি পাতে। হয়তো সেই ভাৱৰ হেন্দোলনিত সৃষ্টি হৈছিল গৰখীয়া গীতৰ— যিবোৰ গীতত বিচাৰি পোৱা যায় প্ৰকৃতি জগতৰ বিচিত্ৰ ৰূপ আৰু ঘৰুৱা জীৱনৰ ভিন্ন চিত্ৰ। বৰপেটা, বৰনগৰ, বজালী মহকুমা আৰু বৰপেটা চহৰৰ উপকণ্ঠ অঞ্চলত প্ৰচলিত দুই এটি তেনে গৰখীয়া গীত হ'ল—

গৰখীয়া এ খেদ্ খেদ্ গৰু
আমাৰ দলত কাজ্লা[৪৫] গৰু
কাজ্লা গৰুৰ কটি সৰু
কটি সৰু লোহাৰ দাং
দাম্ৰা দাম্ৰি চাপে আন .................. ইত্যাদি

❖ ❖ ❖ ❖ ❖ ❖ ❖

বুন চকা[৪৬] বুন চকা ধান নাখ্বি তই
ধান পক্লি চিৰা দিম ডালত পৰি খাবি
ডাল ডুল ভাঙি গেলি তেলীৰ ঘৰক যাবি
তেলী দিব তেল গাম্চা মালী দিব ফুল।
হাউদাথেৰ বুঢ়ী আহি তাই কুব্বো ঢুল।। ইত্যাদি

**বৰশী বোৱা গীত ঃ** বৰশী বাই থাকোঁতে বহু সময়লৈকে বৰশীত মাছ নধৰিলে বৰশী বোৱা লোকে এক শ্ৰেণীৰ গীত গায়। গীতৰ বিশেষ অৰ্থ বিচাৰি পোৱা নাযায় যদিও গীত গালে বৰশীত সোনকালে মাছ ধৰে বুলি জনবিশ্বাস আছে। তেনে গীত হ'ল—

শিংৰাৰ মায়েক জাপৰামুৰী[৪৭]
তই হ'লি মাছৰ গিৰি
ধৰ শিংৰা ধৰ একেতুপে[৪৮] তল কৰ
মাৰি দেউ ব্যমতে পৰ

তথাপি বৰশীত মাছ নধৰিলে সন্ধিয়ালৈকে ধৈৰ্য্যসহকাৰে অপেক্ষা কৰি কৰি গায়—

ও বাপা গোধ্লাৰ[৪৯] গহে
শূলটু মেলি দি আমাৰ অহে

৪৫। কাজ্লা = কজলা ৪৬। বুন চকা = এবিধ সৰু চৰাই ৪৭। জাপবামুৰা = জপবামুৰী, ৪৮। একেতুপে = পুঙাত এটা টিপ মাৰি
৪৯। গোধ্লা = গধূলি।

**নাওখেলৰ গীত ঃ** নদীমাতৃক অঞ্চল বৰপেটাৰ যোগাযোগৰ মাধ্যম আছিল জলপথ। ব্যৱসায়-বাণিজ্য, অহা-যোৱা, চিকাৰ কৰা ইত্যাদি বিভিন্ন কাৰ্যত নাও ব্যৱহাৰ কৰা হৈছিল। বৰপেটাৰ ভৌগোলিক অৱস্থিতিয়ে ইয়াৰ সাক্ষ্য বহন কৰে। বিশেষকৈ ১৮৯৭ চনৰ বৰ ভুঁইকঁপৰ পূৰ্বে চাউলখোৱা, বেঁকী, মানাহ, নখান্দা আদি নদী আৰু অসংখ্য জান-জুৰিৰে বেষ্টিত হৈ আছিল বৰপেটা। পশ্চিমে কোচবিহাৰৰ পৰা সিফালে পূৰ্ববঙ্গলৈকে থকা জলপথেই ইয়াৰ প্ৰমাণ দিয়ে। এনে যোগাযোগৰ মাধ্যমতে সৃষ্টি হৈছিল নাওখেলৰ গীতৰ। সেইবাবেই বৰপেটাৰ নাওখেলৰ গীতত পূৰ্ববঙ্গৰ গীতৰ প্ৰভাৱ আছে। সি যিকিয়েই নহ'ক এই গীতবোৰ অন্তৰ্নিহিত উদ্দেশ্য হ'ল শ্ৰম লাঘৱ কৰাটো। বিশেষভাৱে নাৱৰীয়াই নাও বাই যাওঁতে, সুঠাম দেহৰ উদ্যমী ডেকাই বঠা মাৰোতে আনন্দৰ উত্তাল আবেগত বঠাৰ চাবে চাবে মুখৰ পৰা নিঃসৃত হৈছিল কিছুমান গীতৰ কলি। সেই গীতেই মুখে মুখে চলি আহি নাওখেলৰ গীতৰূপে পৰিচিত হ'ল। নাৱেৰে বাঘ বা হৰিণা চিকাৰ কৰি আহোতে গাইছিল—

হায় মোৰ মলুৱা হে
ও মোৰে মলুৱাক কোনে মাৰিলে
হায় মোৰ হায় মোৰ মলুৱা হে
কিএ যঁতৰ যঁতৰ কৰে তাই— হায় ও হৰি
যঁতৰ আনি দিলো মই— হায় ও হৰি
যঁতৰত ধৰি ধৰি কান্দে মোৰ মলুৱাহে

সামাজিক জীৱনৰ আধাৰত সৃষ্ট তেনে বহু গীতেই পোৱা যায়। তাৰ ভিতৰত কিছুমান গীতত আছে বাংলাদেশৰ গীতৰ প্ৰভাৱ আৰু বেছিভাগ গীততে আছে সত্ৰীয়া সংস্কৃতি আৰু শাস্ত্ৰৰ প্ৰভাৱ।

ৰাতি পুৱাইলোৰে হে কুৰুৱাই পাৰে ৰাৱ
বালাত বাগুৰি কান্দে দুটি বাঘৰ ছাৱ। ইত্যাদি

❖ ❖ ❖ ❖ ❖ ❖ ❖

হে কানাই পাৰ কৰাহে বেলিৰ পৰিল ছাঁয়া
নষ্ট হৈল দুধেৰ ভাণ্ডাৰ বাজাৰ হৈল বয়া।

এই গীতটোৰ শব্দ সম্ভাৰত যিদৰে বঙ্গ ভাষাৰ প্ৰভাৱ আছে সেইদৰে সুৰতো আছে বাংলাদেশৰ এটি গীতৰ সুৰৰ প্ৰভাৱ—



হে কাৱাই ধান খাইলোৰে খেদানেৰ মানুষ নাই
খাবাৰ বেলা আছে মানুষ কৰাৰ বেলা নাই।

তুলনা কৰিলে তেনে বহুতো গীতত ভাষা আৰু সুৰৰ মিল পোৱা যাব।

সত্ৰীয়া প্ৰভাৱত সৃষ্ট নাওখেলৰ গীত হ'ল—

হৰিহে অৰ্জুনৰ ৰথৰ সাৰথি নাৰায়ণ
হৰিহে

নাইবা বঠাৰ চাবে চাবে গোৱা "হায়ৰে হৰিৰে হৰি ৰামে ৰাম হে" আদি গীতাংশত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ অনস্বীকাৰ্য। কিন্তু 'অ' মোৰ ভেয়া' - হৈচো .................... আদিৰ সুৰত নিসন্দেহে লোক সুৰৰ প্ৰভাৱ আছে।

**সাত শাক তোলা গীত ঃ** অসমৰ বিহু বৰপেটাৰ দোমাহী (স্থানীয়ভাৱে কোৱা হয় দমহি)। চ'তৰ সংক্ৰান্তিৰ পৰা ব'হাগৰ ৬তাৰিখলৈকে এই সাতদিনক কোৱা হয় সাত দোমাহী। ব'হাগৰ পহিলা তাৰিখ 'বৰদোমাহী'। এই দিনটোৰ বিভিন্ন সামাজিক কাৰ্যসূচীৰ ভিতৰত অন্যতম কাৰ্যসূচী হ'ল সাত শাক তোলা। গাঁৱৰ তিৰোতাসকলে ৰাতি নৌ পুৱাওতে ভুঁই বা পথাৰলৈ গৈ শাক তোলে। এয়েই সাত শাক তোলা। বিশেষভাৱে প্ৰচলিত এই প্ৰথাৰ লগত অকল তিৰোতা মানুহ জড়িত। বৰপেটাৰ উপকণ্ঠ অঞ্চলৰ কিছুমান ঠাইত তিৰোতাবোৰে সম্পূৰ্ণ উলঙ্গ হৈ নাইবা অঞ্চল ভেদে পুৰুষৰ দৰে পোন্ধ মাৰি লৈ দলবদ্ধভাৱে গীত গাই গাই শাক তোলে। কিছু গীতত অশ্লীলতাৰ গোন্ধ আছে যদিও মাৰ্জিত ৰুচিৰ গীতো পোৱা যায়। তেনে গীত হ'ল—

সাতশেক[৫০]ৰ কি কি নাউ[৫১]
ভমৰাই গুঞ্জৰে পাৰ্বতীৰ নাউ।
সাতশেক তুলিবা যাউ[৫২]।।

❖ ❖ ❖ ❖ ❖ ❖ ❖

পুখুৰীৰ পাৰে পাৰে খাগৰিৰে বেৰা
দলিমাৰি ফেলে[৫৩] দিলা ফটিকৰে মালা
আমি দিলু ফটিক মালা তাহ্নে[৫৪] দিলা কি
সত্যে সত্যে বিয়া দিলা সত্যভমাৰ জী।। ইত্যাদি

৫০। সাতশেক = সাত প্ৰকাৰ শাক, ৫১। নাউ = নাম, ৫২। যাউ = যাওঁ, ৫৩। ফেলে = পেলাই, ৫৪। তাহ্নে = সিহঁতে, তেওঁলোকে।

**ধেমেলীয়া গীত ঃ** অকল হাস্য ৰসৰ বাবে সৃষ্টি কৰা আৰু হাঁহিৰ সমল যোগাবলৈ গোৱা গীতেই ধেমেলীয়া গীত। আধুনিক Parodyৰ লেখীয়া। সমাজত থকা একশ্ৰেণী বহুৱা বা ভাউৰাই (clown) উপস্থিত বুদ্ধিৰে সৃষ্টি কৰা এই গীতেই মানুহৰ মুখে মুখে চলি আহিছে। আনকি লোকগীত হিচাপে স্থায়িত্বও লাভ কৰিছে। বৰপেটা অঞ্চলত প্ৰচলিত তেনে এটি গীত হ'ল— 'পচলাৰ গীত' —

ঘোষা — দয়াময় ৰাখা ৰাখা হে চৰণে শৰণ লৈলো আমি।
পদ — শুনা শুনা নৰলোক আন কাম চাৰি।
নিষ্ঠ কৰি কৈবো আজি পাচ্‌লাৰ আতি গুৰি।।
সৰুজেনী উঠি বোলে ডাঙাৰজেনী বাই।
পাচ্‌লাৰ আঞ্জাত পানী দিলা আঁঠু সমান কৰি।।
.......................................................
পচলাৰ আঞ্জাখিনি উঠিল ৰাগে পাগে।
পচলাত কামোৰ দিলে ঘুমটিৰ চলি জাগে।। ইত্যাদি।

গীতটোৰ ঘোষা আৰু প্ৰথম পদ দুশাৰী অৱশ্যে পিছত সংযুক্ত যেন লাগে।

সুন্দৰীদিয়াৰ শ্ৰীগোবৰ্দ্ধন দাসে জনপ্ৰিয় কৰি তোলা টেকেলী পিঠাৰ গীতটোও ধেমেলীয়া গীতৰ শাৰীত ধৰিব পাৰি —

হায় মোৰ টেক্‌লী পিঠা ও
খাবাৰ বৰ মজা ও খাবাৰ বৰ মজা
নুন্‌[৫৫] নাল্‌গে তেল নাল্‌গে
নাল্‌গে খৰিৰ বজা[৫৬]ও ইত্যাদি।

**ভিন্ন শ্ৰেণীৰ গীত ঃ**

ওপৰত ভাগ ভাগ কৰি দেখুওৱা গীতসমূহৰ উপৰিও আৰু অসংখ্য গীত আছে যিবোৰ গীতক ভিন্ন শ্ৰেণীৰ গীত হিচাপে আমি নামকৰণ কৰিছো। সেই ভিন্ন শ্ৰেণীৰ গীতৰ ভিতৰত প্ৰথমতে আমি নিচুকণি গীতৰ কথাকেই ক'ব পাৰোঁ। অৱশ্যে লোকতত্ত্ববিদসকলে এই গীতৰ লেখীয়া ধাইনামক কৰ্ম বিষয়ক গীতৰ শ্ৰেণীত অন্তৰ্ভুক্ত কৰিছে। যিহেতু নিচুকণি গীত শিশুক শুৱাবৰ বাবে মাক, ধাইমাক নাইবা আইতাক আদিয়ে গায় সেয়ে এই গীতত শ্ৰম লাঘবৰ উদ্দেশ্য গৌণ। পৃথিৱীৰ বিভিন্ন ভাষাত

৫৫। নুন্‌ = নিমখ, ৫৬। বজা = বোজা।



এই শ্ৰেণীৰ গীত পোৱা যায়। বৰপেটাত সততে প্ৰচলিত এই শ্ৰেণীৰ গীত হ'ল—

হাপাৰে মেউ[৫৭] কাণত সপা[৫৮] দেউ।
যাৰ যেনি চলি কান্দে মনাত[৫৯] ভৰে[৬০] নেউ।।

কেতিয়াবা কেচুৱাৰ গা বা তপিনাত মৃদুভাৱে চপৰিয়াই তাল ৰাখি সুৰ লগাই এই গীত গোৱা হয়, য'ত স্বৰৰ প্ৰাধান্য বেছি—

হাপা এ আ আ আ
আমাৰ বাপু/মাইক লৈ যা ..........

**ল'ৰা ধেমালিৰ গীত ঃ** সৰু সৰু ল'ৰা-ছোৱালীয়ে খেল-ধেমালি কৰোঁতে ছন্দযুক্ত আৰু কেতিয়াবা ছন্দহীনভাৱে গীত গায়। সেই গীতেই ল'ৰা ধেমালিৰ গীত—

অ'ৰ কিটো তোৰ কিটো
তোৰোখিনি জাপাই থো
জাপাই নিলাক চুৰে
বনমালা ঘুৰে
হাঁচটি পাটাৰ গুটি জকমক শিয়ালৰ ঘাই
খেদন্তে বুৰন্তে মনিচৰ জেকৰ এখেন হাতকাটা যাই

আজিৰ জনপ্ৰিয় 'কাবাডী' খেলৰ লোক ৰূপ পোৱা যায় তাহানিৰ বৰপেটাৰ 'ধৰা হাউ' খেলত। ইয়াৰ উপৰিও আছে 'গন্ধা হাউ' আৰু অন্যান্য খেল। অথচ এই খেলতো জড়িত হৈ আছে গীত। সেই গীত যেনে—

হাউ কুত্‌ কুত্‌ কুত্‌
হাউ কুত্‌ কুত্‌ মাক্‌ৰা[৬১]ৰ জালি
ঘৰা[৬২]ৰ নাকত দিলু কালি
ঘৰা গেল উত্তৰে শাল মাছে গুজৰে
কি বৰুণৰ পাতে কাঞ্চনমালা গাঁথে .............. ইত্যাদি

চ'তমহীয়া পচোৱাৰ বা লাগি শিমলুৰ গুটি ফাটি তুলাবোৰ উৰি যোৱা দেখি কোনোবা বিহুৱা ডেকাই "কমোৱা তুলাবোৰ যেনেকৈ উৰিছে, তেনেকৈ উৰিবৰ মন" বুলি থিতাতে ৰচা বিহুগীতৰ ফাঁকিৰ দৰে গ্ৰাম্য জীৱনত ডাঙৰ-দীঘল হোৱা সৰু সৰু ল'ৰা-ছোৱালীয়ে

৫৭। হাপাৰে মেউ = হেপাৰ মেও মেও শব্দ, ৫৮। সপা = সোপা, ৫৯। মনাত = মোনাত, ৬০। ভৰে = ভৰাই দেউ = দিও, নেউ = নিও। ৬১। মাক্‌ৰা = মকৰা, ৬২। ঘৰা = ঘোঁৰা।

খেলি থাকোতে ওপৰেদি ভেলা (এবিধ চৰাই) উৰি যোৱা দেখি গাইয়েই পেলালে—

ক'ৰ ভেলা কোক[৬৩] যা
হাজাৰ টাকা দি যা .......... ইত্যাদি। পিছত এই গীতেই

ল'ৰা ধেমালিৰ গীত হিচাপে প্ৰচলিত হ'ল। তেনেকৈ গীতৰ ৰ'দৰ কাঁচলিত ৰ'দ পুৱাওতে কোনো ল'ৰা বা ছোৱালীয়ে কাৰোবাক ছাঁ দি ধৰিলে গায়— "ছাঁ কৰা কৰি, মায়েক মৰামৰি। এটি দুটি চাউল খায়, মায়েক মৰি ঘৰক যায়"। এনে ধৰণৰ অনেক ল'ৰা ধেমালিৰ গীত পোৱা যায়।

নিচুকণি গীত বা ল'ৰা ধেমালিৰ গীতৰ উপৰিও বৰপেটা অঞ্চলত এনে কিছুমান গীত আছে যিবোৰ গীতে তাহানিৰ সমাজ ব্যৱস্থা, সামাজিক পৰিবেশ, যাতায়তৰ সমস্যা আদি বিভিন্ন দিশৰ এখনি নিখুঁত ছবি দাঙি ধৰে। তেনে এটি গীত হ'ল 'চুটি শালকীৰ গীত' - যিটো গীতত আছে বহু দূৰৈত বিয়া হোৱা এগৰাকী ছোৱালীৰ এৰি অহা দিনবোৰৰ স্মৃতি। এনে এটা সময় আছিল যিটো সময়ত মানুহৰ যান-বাহন বুলিবলৈ আছিল একমাত্ৰ নৌকাযান। বহুতৰে নাওখনো নাছিল। যাতায়তৰ সমস্যাৰ বাবে বিয়া হোৱা ছোৱালীৰ মনৰ হাবিয়াস সত্বেও আত্মীয়-পৰিজন পিতৃ-মাতৃৰ লগত বছৰ বছৰ ধৰি কোনো সাক্ষাতেই নাছিল। শাহু আইৰ হুটা মাতৰ তিতা-কেঁহা সোৱাদ লৈ বোৱাৰী জীৱন কটোৱা তাঁতীকুছি (বৰপেটাৰ পুৰণি নাম)ৰ ছোৱালীজনী তাঁতৰ পাটত বহোঁতে মনত পৰে মাক-দেউতাকৰ কথা। মনত পৰে আপদালত ডাঙৰ-দীঘল হোৱা ঘৰখনৰ কথা। মনটোৱে বাৰে বাৰে উৰা মাৰে এৰি থৈ অহা ঘৰখনলৈ। চৰাই হোৱা হ'লে উৰি গৈ মাকৰ কোলাত এবাৰ জিৰালেহেঁতেন। সেয়েহে তাঁতৰ পাটত পৰি ৰুমলিয়াই থকা চুটি শালিকীজনীক দেখি কাৰুণ্যভৰা কণ্ঠেৰে গাইছিল—

অ' শাল্‌কী[৬৪] চুটি শাল্‌কী
কুন দেশে যাবি
যুন[৬৫] দেশে যাবি শাল্‌কী
আইক লাগাল[৬৬] পাবি।
বাইঢ়াৰ (বাৰিষা) ছমাহ যাবা নৰু চৰি[৬৭] নাথ[৬৮] পানী

৬৩। কোক = ক'লৈ, ৬৪। শাল্‌কী = শালিকী, ৬৫। যুন = যিখন, ৬৬। লাগাল = লগ, ৬৭। চৰি = নাওবাবলৈ ব্যৱহাৰ, ৬৮। নাথ = অথাউনি কৰা দীঘল বাঁহ।



খৰ্‌ঝি (খৰালি)ৰ ছমাহ যাবা নৰু
(ভৰি) বালাই ধৰে টানি। ...................... ইত্যাদি
তেনে আন এটি গীত হ'ল—
সৰুতে সোৰকাকা[৬৯] জাখে[৭০] বুই দিছিলা
জাখেতে বিন্ধিলা ঘুণে।
নৈ পাৰে কৰি কোতে বিয়া দিলি
পুৱন মাছ মাৰিব কুনে। ...................

এই গীতটোত আছে ল'ৰা-ধেমালিৰ মাজেৰে ককায়েকৰ অফুৰন্ত মৰমত ডাঙৰ-দীঘল হোৱা ছোৱালী জীৱনৰ স্মৃতি বিজড়িত মাকৰ ঘৰখনৰ কথা।

এনেদৰে বিচাৰ কৰিলে আৰু অজস্ৰ গীত পোৱা যাব। বহু গীত এতিয়াও মুখে মুখে চলি থাকি সজীৱ হৈ আছে আৰু বহু গীতৰ বিলুপ্তি ঘটিছে। আধুনিক যান্ত্ৰিক জীৱনে লোকমনৰ বহু কথা আঁতৰাই পেলোৱাৰ দৰে লোক জীৱনৰ গীতবোৰকো যেন বহু দূৰলৈ ঠেলি দিছে। কিন্তু এই গীত এই সংস্কৃতিতেই আছে একোটা জাতিৰ অতীত ঐতিহ্য, সমাজতাত্বিক অধ্যয়নৰ প্ৰকৃত উপাদান। একোটা অঞ্চলৰ লোকমানসিকতাৰ উত্তাপ। বৰপেটা। এইখনেই সেই বৰপেটা য'ত প্ৰাক্ শংকৰী যুগৰ পূৰ্বতে জন্ম হৈছিল ডাক পুৰুষৰ। য'ৰ লেহীদঙ্‌ৰা গাঁৱৰ সাধাৰণ তিৰোতাইও ৰাগ বুজি পাইছিল।

' লেহীৰ তিৰি পঞ্চৰাগ বুজে
ভইৰাৰ দাম্‌ৰাই বিনা শিঙে যুঁজে' বুলি এতিয়াও প্ৰবাদ আছে। শঙ্কৰী যুগৰ তেৰকুৰি ফঁকৰা নাৰায়ণ দাস ঠাকুৰ আতাই বৰনগৰৰ পৰা বৰপেটালৈকে এইখিনি ঠাইৰ পৰাই সংগ্ৰহ কৰিছিল। এনেধৰণৰ প্ৰামাণ্য কথাবোৰে এইটোকে সুচায় যে বহুশ বছৰ আগতে বৰপেটা জিলাৰ লোকজীৱনৰ গীত-মাত হয়তো আজিতকৈ বহুগুণে উন্নত আছিল। কালৰ বুকুত বহুতো হেৰাল, বহু গীতৰ অপভ্ৰংশ ৰূপ থাকিল আৰু বহু গীত ৰূপান্তৰিত ৰূপত জীয়াই ৰাখিলে বিশাল শঙ্কৰী সংস্কৃতিয়ে। উদাহৰণস্বৰূপে বৰপেটাৰ থিয় নামৰ ঝুনা (জুনা)ৰ কথাকে আঙুলিয়াব পাৰি। ই সম্পূৰ্ণ ভক্তিৰস আশ্ৰিত যদিও লোকসুৰৰ চাব আছে। তেনেদৰে পাহাড়ী ৰাগত সুৰ টানি ৰাউচি জুৰা কোনো তিৰোতাৰ

৬৯। সোৰকাকা = সৰু ককাইদেউ, ৭০। জাখে = জাকৈ।

কান্দোন শুনিয়েই হয়তো মহাপুৰুষ মাধৱদেৱে মালিতাৰ সুৰৰ সৃষ্টি কৰিছিল। বিচাৰ বিশ্লেষণ কৰিলে এনেকৈ বহু গীতৰ সন্ধান পোৱা যাব। বৰ্তমানো ইয়াৰ লোক সাহিত্যৰ, লোকসংস্কৃতিৰ এখন বহল ক্ষেত্ৰ পৰি আছে। সিঁচৰতি হৈ আছে লোকজীৱনৰ বহুবিধ মণি-মুকুতা। মাথো মুকুতা-মাণিকবোৰ বুটলিব লাগিব কষ্ট সাপেক্ষে।

## লোকবাদ্য

তাল অবিহনে সংগীতৰ মাধুৰ্য্যই বা ক'ত? স্বচ্ছ গতিৰে বৈ অহা পাহাৰীয়া সৰু নিজৰাটিৰ ছন্দায়িত হিল্লোল তোলে উপলখণ্ডই, আনি দিয়ে ধ্বনি মাধুৰ্য্য। স্বচ্ছ নিজৰাৰ দৰে লোক মুখেৰে প্ৰবাহিত লোকগীতসমূহকো ছন্দায়িত কৰি তোলে লোকবাদ্যসমূহে। বৰপেটা জিলাখনত তাহানিৰ পৰা চলি অহা কেইপ্ৰকাৰমান লোকবাদ্য হ'ল— দগৰ, দোতাঁৰা, একতাৰা বা লাউতক্ৰা, খুমুক, টকা বা থৰ্কা, বেণু, খুঁটিতাল, ভোৰতাল, কাপতাল, নাগাৰা, বৰনাগাৰা, ঢোল, খোল, বাঁহী ইত্যাদি।

**দগৰ ঃ** এবিধ চামৰাৰ বাদ্য। লোকগীতত ই বহুলভাৱে ব্যৱহৃত হৈ আহিছে। বৰ্তমানৰ দগৰৰ যিটো ৰূপ, সেয়া ঘঁহি-মাজি নিকা কৰা ৰূপটোহে দেখা যায়। আজি কেইদশকমান আগলৈকে হীড়া মাটিৰে গঢ়া ডাঠ আৰু ডাঙৰ টেকেলীৰ পেটটো ভাঙি লৈ গলখণ্ডৰ ওপৰৰ ফালে কাছৰ ছাল নাইবা গুঁইসাপৰ ছাল লগাই দগৰ সজোৱা হৈছিল। সেই বাদ্যেৰে গীতৰ তাল ৰাখিছিল। অৱশ্যে বৰ্তমানৰ দগৰতকৈ প্ৰাচীন দগৰটোৰ মাত আছিল মৃদু আৰু মধুৰ।

**দোঁতাৰা ঃ** বৰুণ গছ বা চতিয়না গছ কাটি মাফ অনুযায়ী দোঁতাঁৰা সজোৱা হৈছিল। ইয়াৰ দীঘ আঢ়ৈৰ পৰা তিনি ফুট পৰ্য্যন্ত হয়। তলফালে কোৰোকাৰ দৰে এফলীয়া গাঁত কৰি তাৰ ওপৰত চামৰা লগোৱা হয়। অৱশ্যে বৰ্তমান ব্যৱহৃত দোঁতাৰাৰ লগত বিশেষ পাৰ্থক্য নাই। মাথো পূৰ্বতে গুঁইসাপৰ ছাল লগাইছিল।

**একতাঁৰা বা লাউতকৰা ঃ** ডাঙৰ ঘূৰণীয়া পানীলাও সম্পূৰ্ণ পূৰঠ হোৱাৰ পিছত বা গছ মৰি যোৱাৰ পিছত কাটি আনি মুখখন খুলি ভিতৰত থকা সাহ গুটি আদি গুচাই ভিতৰভাগ ফোপোলা কৰা হয়। শুকোৱাৰ পিছত একেডাল সৰু বাঁহৰে এমুৰ গাঁঠিৰে সৈতে তিনি



ফুটমান দীঘলকৈ দুফালে দুডাল কামি চাঁচি লাওৰ খোলাটোৰ লগত সংযোগ কৰা হয়। ইয়াৰ পিছত বাঁহৰ গাঁঠিৰ ভিতৰৰ লগত খোলাটোৰ তলিত সংলগ্ন হোৱাকৈ এডাল গুণা গঁঠা হয়। লাওতসজা বাবে লাও তকৰা আৰু এডাল তাঁৰ থাকে বাবে একতাঁৰা। বাউল গীত আৰু ভটিয়ালী গীতত এইবিধ বাদ্যযন্ত্ৰ ব্যৱহাৰ হয়।

**খুমুক ঃ** ফোপোলা বাঁহৰ চুঙাৰ এফালে চামৰা খুৱাই বাঁহখণ্ডৰ ভিতৰভাগেৰে এডাল গুণা সংযোগ কৰি এইবিধ বাদ্যযন্ত্ৰ সজা হয়। বাউল গীতত এই বাদ্য ব্যৱহাৰ হয়।

**টকা বা থৰকা ঃ** এবিধ বাঁহেৰ সজা বাদ্যযন্ত্ৰ। দুফুটৰ পৰা চাৰি ফুটলৈকে দীঘল বাঁহ এফালত গাঁঠিৰ মূৰলৈ দুফাল কৰা হয়। মাজত বা ওপৰফালে সৰুকৈ চাচি লোৱা হয়। এইবিধ বাদ্য সাধাৰণতে বৰপেটাৰ থিয়নামত ব্যৱহাৰ কৰা দেখা যায়।

**বেণু ঃ** জোখ মাৰিব দৰে প্ৰায় দুই ফুট দীঘল বাঁহৰ এছটা কামিত সৰু সৰু ঘাপ কাটি লোৱা হয়। আন এডাল মাৰি কামিছটাৰ ওপৰত বুলাই দিলে এক স্বৰ সংগতি উপলব্ধি কৰিব পৰা যায়।

বাকী লোকবাদ্যখিনি নাম প্ৰসঙ্গত ভোৰতাল, থিয়নামত সৰু আকৃতিৰ নাগাৰা ব্যৱহাৰ হয় যদিও বৰপেটা চহৰ আৰু উপকণ্ঠ অঞ্চলত বাদে জিলাখনৰ চেঙা, বহৰি, ঔমূৰা আদি অঞ্চলত এটা বৃহৎ আৰু আনটো তেনেই সৰু নাগাৰা বজোৱা হয়। হোলী গীতত ঢোল, খোল, তাল আদি ব্যৱহাৰ হয়। অন্যান্য লোকগীতত এই তিনিও বিধ বাদ্যৰ লগত বাঁহী ব্যৱহাৰ কৰা হয়।●

**<u>সহায় লোৱা প্ৰসঙ্গ পুথি ঃ</u>**


১। *অসমীয়া লোকগীতি সঞ্চয়ন - ডঃ হেমন্ত কুমাৰ শৰ্মা*
২। *বাৰ মাহৰ তেৰ গীত - সম্পাদনা -ডঃ প্ৰফুল্ল দত্ত গোস্বামী*
৩। *অসমৰ লোক সাহিত্য - অধ্যাপক শ্ৰীশশী শৰ্মা*
৪। *অসমীয়া লোকসংস্কৃতিৰ আভাস - ডঃ নবীন চন্দ্ৰ শৰ্মা*
৫। *বৰপেটাৰ বুৰঞ্জী - শ্ৰীদিগম্বৰ দাস*
৬। *আয়তীৰ উৰুলি - শ্ৰীফুলকুমাৰী কলিতা*
৭। *অসমীয়া জনসাহিত্যৰ পাৰিজাত - শ্ৰীৰাম চন্দ্ৰ দাস*
৮। *কথাগুৰু চৰিত - সম্পাদনা - শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু*
৯। *ডঃ উদয় নাথৰ গৱেষণা গ্ৰন্থৰ খচৰা আৰু ক্ষেত্ৰ অধ্যয়নত লগ পোৱা বহু 'জন-কবি'।*

# খাদ্য-অভ্যাস আৰু ৰন্ধন-প্ৰকৰণ

❑ হিৰণ লহকৰ

আহাৰ-প্ৰকৰণ বা ৰন্ধন-প্ৰকৰণে একোটা জাতিৰ নিজস্ব সাংস্কৃতিক পৰিচিতি দাঙি ধৰে। ভৌগোলিক পৰিবেশ, জলবায়ু, আহাৰ্য্য বস্তুৰ প্ৰাচুৰ্য্য বা অভাৱ আদিৰ ওপৰত নিৰ্ভৰ কৰি বিশ্বৰ বিভিন্ন ঠাইৰ বিভিন্ন জাতিৰ খাদ্য-অভ্যাস গঢ় লৈ উঠে আৰু সিয়ো শেষত এক সাংস্কৃতিক আহিলা হৈ পৰে।

বৰপেটা জিলা প্ৰব্ৰজনৰ ফলত বাৰেবৰণীয়া জাতি-জনজাতিৰ বাসস্থান। খাদ্য-অভ্যাসত বা ৰন্ধন-প্ৰকৰণত সেই জাতি-জনজাতিবোৰৰ নিজস্ব পৰিচয় ওলাই পৰে। তথাপি ওপৰত কোৱা প্ৰাকৃতিক কাৰণত এক সমূহীয়া খাদ্য-অভ্যাসো গঢ় লৈ উঠিছে, যিয়ে সাংস্কৃতিক দিশত সংহতি স্থাপনত সহায় কৰিছে আৰু আৰ্থ-সামাজিক একতা স্থাপন হৈছে।

বৰপেটা জিলাৰ সকলো জাতি-জনজাতিৰ লোকৰ প্ৰধান আহাৰ ভাত। ইয়াৰ থলুৱা লোকসকল, ভূমিপুত্ৰ বড়ো-কছাৰী ভাই-ভনীসকল, বাংলাদেশৰ পৰা প্ৰব্ৰজন কৰি অহা ন-অসমীয়াসকল, ভাৰতৰ বিভিন্ন ঠাইৰ পৰা আহি বাস কৰা বঙালী, বিহাৰী আদি ভাইসকল, চাহ বাগিছাৰ বনুৱাসকল - সকলোৰে প্ৰধান আহাৰ ভাত। বৰপেটা জিলাত প্ৰচুৰ পৰিমাণে পোৱা মাছ, গাখীৰ দুবিধ উল্লেখযোগ্য উপ-আহাৰ। মাছ-মঙহ, শাক-পাচলি, পিঠা-পনা, জলপান, পানীয় — সকলো লোকেই গ্ৰহণ কৰে; কিন্তু ৰন্ধন-পদ্ধতি প্ৰত্যেকৰে কিছু ক্ষেত্ৰত নিজস্ব।

আৰ্থিক সচ্চলতা বা দীনতাইও মানুহৰ খাদ্য-অভ্যাসক প্ৰভাৱিত কৰে। আনহাতে আধুনিক আমদানি-ৰপ্তানি ব্যৱস্থাইও এই ক্ষেত্ৰত যথেষ্ট প্ৰভাৱ পেলায়। আজিৰ আমাৰ বজাৰ স্বদেশী-বিদেশী হৰেক ৰকমৰ খোৱা বস্তুৰে ভৰি পৰিছে। টিনত থকা বিদেশৰপৰা অহা মাছকে আৰম্ভ কৰি ম্যাগী, চেঁৱেই, চাওঁ-চাওঁ, বিভিন্ন কেক, বিস্কুট, ৰুটি, জ্যাম-



জেলি, কাষ্টাৰ্ড, বাটাৰ, শুকান কেঁচা-পকা ফল, বিভিন্ন পাপৰ আদিৰে বজাৰৰ দোকান জলমলাই থাকে। আৰ্থিক সচ্চলতা থকা জনে কিনি খায়। তদুপৰি ভিন্ন ঠাইৰ পৰা আহি ওচৰা-ওচৰিকৈ বা একে ঠাইতে বাস কৰা অধিবাসীসকলৰ মাজত ৰন্ধন-প্ৰকৰণৰ আদান-প্ৰদান ঘটাটো স্বাভাৱিক। পোলাও, কোৰ্মা, কাবাব, কোপ্তা আমাৰ বহুতো লোকৰ ঘৰত আধুনিক জীৱন যাত্ৰাত সোমাই পৰিছে।

তথাপিও খাদ্যৰ বা ৰন্ধন-প্ৰকৰণৰ মূলগত বৈশিষ্ট্যৰ বিলুপ্তি ঘটা নাই, স্ব-মহিমাৰে এতিয়াও এইবোৰ আমাৰ সংস্কৃতিৰ বৰঘৰখনত উজলি আছে। এই ৰন্ধন-প্ৰকৰণে এতিয়াও প্ৰতিনিধিত্ব কৰি জাতিৰ পৰিচয় দাঙি ধৰি আছে।

**থলুৱা হিন্দুসকলৰ খাদ্য-অভ্যাস আৰু ৰন্ধন-প্ৰকৰণ ঃ**

বৰপেটা জিলাৰ থলুৱা হিন্দুসকলৰ আহাৰত ভাত, বিভিন্ন দাইল, শাক-পাচলি, মাছ-মঙহ, পিঠা-লাড়ু, চিৰা-সান্দহ, চাহ-চৰ্বত আদি খাদ্য-সম্ভাৰৰ সমাবেশ।

মাছ বৰপেটা জিলাত প্ৰাচীন কালৰপৰাই অপৰ্যাপ্ত, গতিকে ভাতৰ লগত মাছৰ বিভিন্ন ব্যঞ্জন অপৰিহাৰ্য। ভিন্ন জুতিৰে (জলা, টেঙা, তিতা, খাৰ) ৰন্ধা মাছৰ আঞ্জা, ভজা, পোৰা, খোলাত দিয়া, শলাত দিয়া মাছ এই জিলাৰ মানুহৰ প্ৰিয় খাদ্য। "মাছে গৰকা আঞ্জা খাবা। শাহু গৰকা বোৱাৰী বাবা।।"

'খাৰ খোৱা অসমীয়া বুলি' আমাৰ সুকীয়া পৰিচয় এটি আছে। গতিকে বৰপেটা জিলাৰ অসমীয়াসকল ইয়াৰ ব্যতিক্ৰম নহয়। অমিতাৰ খাৰ, কোমোৰাৰ খাৰ, মাটি মাহৰ দালিৰ খাৰ আদি প্ৰায়ে থাকে আমাৰ আহাৰত। আজিকালি বজাৰৰ খোৱা চৌদা খাৰ বহুতেই ব্যৱহাৰ কৰে যদিও কলাখাৰৰ মৰ্য্যাদা এতিয়াও লোপ পোৱা নাই। আঠিয়া কলৰ গা-গছ আৰু মূঢ়াটো কাটি, ৰ'দত শুকাই, জুইত পুৰি খাৰ তৈয়াৰ কৰে। বহুতে অমিতা গছ শুকাই, পুৰিও ছাইখিনি খাৰ কৰে। জুইত পুৰি পোৱা ছাইখিনি পানীত তিয়াই থৈ চেকি পেলালে যিখিনি পানী ওলাব সেয়াই কলাখাৰ। বেচিকৈ জ্বৰ উঠিলে কলাখাৰ মিহলি পানীৰে জলপতী দিলে উপকাৰ পোৱা যায়। ভোক নেলাগিলে, হজম নহ'লে, মুখত অৰুচি হ'লে খাৰেৰে ৰন্ধা আঞ্জা খালে প্ৰতিকাৰ পোৱা যায়।

'ডখৰা' খাৰো ব্যৱহাৰ কৰা হয়।

মাছৰ টেঙাৰ আঞ্জা আমাৰ অন্যতম প্ৰিয় ব্যঞ্জন। থেকেৰা টেঙাৰ শুঠি, বগৰী, আমলখি, জলফাই, কৰ্দৈ, নেমু, ঔ আদি বিভিন্ন ফল টেঙা আঞ্জাৰ বাবে ব্যৱহাৰ কৰে। বগৰী, আমলখী, কেঁচা আম আদি সময়ত শুকাই, গুৰি কৰি ৰাখি থয় আৰু গোটেই বছৰ জুৰি খায়। এই টেঙা গুৰিবোৰ আঞ্জাত খায়, কেতিয়াবা নিমখ, জলকীয়া, মিঠাতেল সানি চাটনিৰ দৰেও বৰ জুতিকৈ খায়। বিভিন্ন টেঙাৰ আঞ্জাবোৰে মানুহৰ পেট ঠাণ্ডা ৰাখে আৰু গ্ৰহণী আদি বেমাৰৰ পৰাও ৰক্ষা কৰে।

পালেং শাক, চুকা শাক আদিৰ লগত কাৰৈ মাছ, শ'ল মাছৰ আঞ্জা এওঁলোকৰ তৃপ্তিদায়ক ব্যঞ্জন। আদা, গন্ধচানা, কচুঠাৰি আদিৰে থুপথুপীয়াকৈ ৰন্ধা সৰু মাছৰ আঞ্জাখন টকালি পাৰি খায়। পোনা মাছ পাতত দিও বৰ তৃপ্তিৰে খায়। আকৌ শেৱালি ফুলৰ মাছৰ মূৰেৰে বা সৰু মাছেৰে কৰা তিতা আঞ্জাখনো এওঁলোকে ৰুচি বদলাই খায়। বিহুত খোৱা হেলচি শাকৰ ভাজিখনে ৰুচি সলনি কৰাৰ উপৰিও পেটৰ পেলু আদিক নিম্নমুখী কৰে। গতিকে বিহুত তিতা খোৱাটো নিয়মৰ দৰে।

বৰপেটা জিলাৰ প্ৰায় ঠাইতে খাদ্যত দুবিধ বিশেষ ব্যঞ্জনৰ জনপ্ৰিয়তা দেখা যায় ঃ মাঘ বিহুৰ সময়ত আলুভজা আৰু ব'হাগ বিহুৰ সময়ত জাল। এইটো নিয়মো, আনহাতে বিলাসো। মাঘ বিহুৰ উৰুকাৰ দিনা প্ৰায় গাঁৱে-গাঁৱে, চহৰৰ চুবুৰীয়ে-চুবুৰীয়ে বস্তাই-বস্তাই আলু আনি ভাজিব আৰু সকলোৱে মিলি-জুলি খাব। ঘৰুৱাভাৱেও খাব, দুই চাৰি বন্ধু-বান্ধৱ লগলাগি আলু ভজা খাব। ব'হাগ বিহুৰ দিনা ৰাতি জাল খোৱাটো বৰপেটাৰ মানুহৰ আন এটা উল্লেখযোগ্য প্ৰথা। ভেদাইলতা, নৰসিংহ, জালুক, জলকীয়া, জিৰা, ধনীয়া, আইজং, কালজিৰা, চফগুটি, আদা, নহৰু, বেতৰ শিপা, বাঁহৰ গাজ, পানীলাউৰ শিপা আদি উপকৰণসমূহ মিহিঁকৈ বটি আলু, কণী বা মাছ বা মাংসৰ লগত ৰন্ধা হয়। এইবিধ ব্যঞ্জনত কিছুমানে অতিপাত জলা দিয়ে। ই অতি তৃপ্তিদায়ক ৰন্ধন প্ৰকৰণ।

অসমীয়া মানুহে স্বাভাৱিকতে মচলা কম খায়। সাধাৰণতে প্ৰায় সকলো আঞ্জাতে পাঁচ ফোৰণ, জলকীয়া আদিৰে তেলত 'সম্ভাৰ' দিয়ে। মাছ-মাংসৰ আঞ্জাত অৱশ্যে জিৰা, ধনীয়া, আদা, নহৰু, পিয়াজ, ধনীয়া পাত, মান ধনীয়া, তেজপাত, গৰম মচলা আদি কিছু পৰিমাণে ব্যৱহাৰ কৰে। মাছতকৈ মাংসতহে বেছি মচলা দিয়ে।



খেতি কৰি পোৱা শাক-পাচলিৰ বাহিৰেও বনৰীয়া শাক-পাত ব্যৱহাৰ নকৰিলে জুতি নুঠে। ভেদাইলতা, নৰসিংহ, মানিমুনি, মাটিকাদুৰি, ঢেঁকীয়া শাক, কলমৌ, কচু আদি শাক-পাত ঔষধীয় আৰু বিশেষ গুণ বিশিষ্ট হিচাপে গ্ৰহণ কৰি মাছৰ লগত জোল কৰি খায়।

পঁইতা ভাত কালাৰ দালি বটা, মাছ পোৱা, বেঙেনা পোৱা, আলু পোৱা আৰু নিমখ-তেল-জলকীয়াৰে টকালি পাৰি পাৰি খায়। পহিলা মাঘৰ দিনা 'মাঘী পঁইতা' খোৱা আগৰ দিনৰ নিয়ম আছিল। এতিয়াও গাঁও অঞ্চলত পথাৰত কাম কৰা মানুহে পঁইতা ভাত আঠিয়া কলেৰে সানি খাই কামত ধৰে; ই তেওঁলোকক গাত শক্তিও দিয়ে, আনহাতে গা জুৰো পৰে। আকৌ পথাৰত কোমল চাউল, বৰা চাউলৰ জলপানো খায়।

চিৰা, সান্দহ গুড়ি, তিলপিঠা, টেক্লিপিঠা, খোলাচাপৰি পিঠা, চুঙাপিঠা, নাৰিকলৰ লাড়ু, তিলৰ লাড়ু, পিঠা গুড়িৰ লাড়ু, চুজিৰ লাড়ু, পায়স আদি বিহু, গুৰু দুজনাৰ তিথি, দৌল উৎসৱ, আন পূজা-পাৰ্বনত নহ'লেই নহয়। টেক্লিপিঠা যে প্ৰিয় তাৰ প্ৰমাণ এই গীতটোত পোৱা যায় ঃ

" হায়ৰে মোৰ টেক্লিপিঠা
খাবাৰ কিমান মজাও, খাবাৰ কিমান মজা!
তেল নাল্গে চেনি নাল্গে
নাল্গে খৰিৰ বোজাও
হায়ৰে মোৰ টেক্লিপিঠাও .......।"

নতুন আলহী আহিলে, জী-জোঁৱাই আহিলে উক্ত লাডুপিঠা, দৈ-চিৰা, পায়স খুৱাবলৈ নোৱাৰিলে মৰমৰ উপযুক্ত প্ৰকাশ নহ'ব আৰু সন্মানো কমা যেন বোধ কৰে। পায়সত কৰ্পূৰ গন্ধদ্ৰব্য হিচাপে ব্যৱহাৰ কৰে।

বৰপেটা জিলাৰ থলুৱা মানুহখিনিৰ মাজত মাহ কড়াই বৰ জনপ্ৰিয় খাদ্য।

" মাহ কাড়ে খাউঁ
মোৰ লগত যেয়ে আহে
তাকো এগাল দেউঁ।"

মাহ কড়াই খোৱাৰ লোভত আনৰ লগে লগে যাব। সকলো অসমীয়াই মাহ কড়াই ভাল পায়। বৰপেটা জিলাৰ মানুহৰ মাহ কড়াই প্ৰস্তুতিৰ উপকৰণৰ পৰিমাণত কিছু ভিন্নতা আছে। ইয়াৰ গাঁও-চহৰ সকলোতে চাউল (বৰা চাউলৰ) পৰিমাণ বেছি। বৰা চাউল, সোণালী মগু মাহ, মাটি মাহ, বুট, বাদাম, আদা – এই উপকৰণসমূহ ধুই নিমখ সানি ৰ'দত শুকাই পিচত প্ৰতিবিধ বেলেগে বেলেগে ভাজে। পিচত আটাইবোৰ মিহলায়। কিছুমানে উপকৰণবোৰ ধুই ৰ'দাওঁতে নিমখ সানি লয়; কিছুমানে খাওঁতে নিমখ সানি খায়। আজৰি সময়ত মাঘ মাহৰ কোমল ৰ'দত বহি বহি মাহ কড়াই চোবায় আৰু কথাৰ মহলা মাৰে। ই বৰ উপাদেয় আৰু লোভনীয়। মাঘ বিহুত ঘৰে ঘৰে কড়াই কৰাটো নিয়মৰ দৰে। দাঁতৰ জোৰ নথকাবোৰে মাহ কড়াই খুন্দি গুড়ি কৰি হ'লেও খাবই।

ছাগলী, পহু, হাঁহ, পাৰ আদিৰ মাংস এই অঞ্চলৰ লোকে খায় যদিও পহুৰ মাংসক সদায় শ্ৰেষ্ঠ আসন দিয়ে। কিন্তু বৰ্তমান পহু বধ আইন বিৰুদ্ধ কথা। গাঁও অঞ্চলত পাৰ চৰাইৰ মাংস বৰ প্ৰিয়। আলু, অমিতা, মাটি মাহৰ দালি আদিৰে ৰন্ধা পাৰৰ মাংস বৰ জুতি লগা। কাছৰ মাংসও এওঁলোকে খাব আৰু খুৱাব পাৰিলে গৌৰৱবোধ কৰে। এতিয়া কাছৰ সংখ্যা কমি যোৱাত চৰকাৰে তাৰ বধ নিষিদ্ধ কৰিছে। আজিকালি কুকুৰাৰ মাংসও কিছুমান মানুহৰ ঘৰত প্ৰচলন হৈছে।

পানীয়ৰ ভিতৰত চাহ আৰু বিভিন্ন চৰ্বতৰ সমাবেশ ঘটিছে। অসমীয়া সমাজত চাহৰ প্ৰবেশ ইংৰাজসকলৰ আগমনৰ পিচত। তাৰ আগতে আলহী-অভ্যাগতক কোমল চাউলৰ এঠা দৈ-গুড়েৰে জলপান, লাড়ু-পিঠা, চিৰা-সান্দহ, বতৰৰ আম-কঠাল-জামু আদিৰেহে আপ্যায়িত কৰিছিল। পকা বেল, নেমু আদি চৰ্বতৰ প্ৰচলনো অতীতৰ পৰাই আছে।

ভাত, চাহ, জলপান আদি খোৱাৰ পিচত মুখুদি হিচাপে তামোলৰ ব্যৱহাৰ অপৰিহাৰ্য। ঘৰলৈ মানুহ আহিলেও প্ৰথমে তামোলকে যঁচা হয়। কিছুমানৰ যিকোনো সময়তে তামোল খোৱাটো অভ্যাস।



অসমীয়া মানুহৰ (বৰপেটা জিলাৰো) নাম-কীৰ্ত্তন, পূজা-পাৰ্বণ, বিহু-তিথি বা আন কোনো মাংগলিক অনুষ্ঠানত ইষ্ট দেৱতাৰ ওচৰত আগবঢ়োৱা নৈবেদ্যৰো এটা স্বকীয়ত্ব আছে। ভিজোৱা মগুমাহ, বুট, নাৰিকল, চাউল, আদা, কল, কুঁহিয়াৰ, পকা অমিতা, তিয়ঁহ আদিৰে নৈবেদ্য স্বৰূপে আগবঢ়োৱা প্ৰসাদ আমাৰ সকলোৰে অতি প্ৰিয়। কোনো কোনো উৎসৱত পিঠাগুড়ি, চেনি, নাৰিকল ৰোকা সানি কৰা লাড়ু আৰু পিঠাগুড়ি-গাখীৰ-চেনি-কল-ঘিৰে কৰা ভোগো প্ৰসাদৰ লগত দিয়া হয়।

খাদ্যৰ তালিকাখন যিমানে দীঘলীয়া বা চুটি নহওঁক কিয়, খোৱাত সন্তুষ্টি মানৰ চৰিত্ৰৰ বৈশিষ্ট্য বুলি অসমীয়া মানুহে ভাবে।

" শাকে শোকোতাই ভক্ষণ।
সৎ পুৰুষৰ লক্ষণ।।"

খাদ্য হিচাপে যি থাকে ৰান্ধনীগৰাকীয়ে সুন্দৰ পবিত্ৰ আৰু ভক্তিভাবেৰে তাকে পৰিবেশন কৰে, খাওঁতাইও নীৰবে, সন্তুষ্ট মনেৰে তাক গ্ৰহণ কৰে।

**বড়ো-কছাৰীসকলৰ খাদ্যাভ্যাস, ৰন্ধন-প্ৰকৰণ ঃ**

বড়ো-কছাৰীসকলৰ প্ৰধান আহাৰ ভাত; লগত উপ-আহাৰ মাছ-মাংস, শাক-পাচলি, দালি আদি নিজস্ব পদ্ধতিৰে ৰান্ধি খায়। গাহৰি, পহুৰ মাংসৰ উপৰিও মুৰ্গী, হাঁহ, পাৰৰ মাংসও তেওঁলোকে খায়। প্ৰায় সকলো ধৰণৰ মাছো তেওঁলোকৰ খাদ্য।

মাছ-মঙহ ৰান্ধি খোৱাৰ উপৰিও শুকাই সাঁচিও খায়। আহৰি সময়ত দল বান্ধি তেওঁলোকে হাবিত চিকাৰ কৰে বা খাল, বিল, নৈত মাছ মাৰে। তাকে একেবাৰতে নাখাই শুকাই সাঁচি বহুদিনলৈ খাই থাকে। লিখক-সাহিত্যিক ভবেন নাৰ্জ্জীদেৱে কৈছে – এই সাঁচি খোৱা পদ্ধতিৰ বাবে বড়ো-কছাৰীসকলৰ মাজত ভিক্ষাৰী নাই। ভিক্ষাক তেওঁলোকে লজ্জাকৰ কথা বুলি ভাবে। নাফাম (সিন্দল) পদ্ধতিৰে সাঁচি থোৱা শুকান মাছ দুই/তিনি বছৰলৈ তেওঁলোকে বৰ তৃপ্তিৰে খায় আৰু ই সকলোৰে বৰ প্ৰিয়।

**নাফাম (সিন্দল) ঃ**

২৫০ গ্ৰাম বগা কোমোৰা বা কচুৰ ঠাৰি এবেলা টান ৰ'দত দি

এক কেজি শুকান মাছৰ লগত ঢেঁকী বা উড়ালত খুন্দি বাঁহৰ চুঙাত ভৰাই কলপাতৰ সোপ দি থৈ দিয়ে। চুঙাৰ মুখত ফুটছাই দি থয়। — এয়ে নাফাম।

বড়ো-কছাৰীসকলে শাক-পাচলিও সাঁচি খায়। বাঁহ গাজ খুন্দি মাটিৰ কলহত বতাহ সোমাব নোৱাৰাকৈ বন্ধ কৰি থৈ দিয়ে। তিনি-চাৰিদিন পিচত উলিয়াই অলপ মিঠাতেল সানি মাজে সময়ে ৰ'দত দি বহুদিনলৈ খাই থাকে। তিনি-চাৰিদিন কলহত থকাৰ পিচত ই টেঙা হয়। - ই হ'ল খৰিছা। 'থুনথিনি' নামৰ এবিধ শাক খৰালি শুকাই থৈ জহকালি খায়। থেকেৰা টেঙাৰ শুঠি কৰি বহুদিনলৈ খোৱা পদ্ধতিও আছে।

ৰন্ধন-প্ৰকৰণত তেওঁলোকৰ নিজস্ব ৰুচিৰ পৰিচয় আছে। ভাদ মাহত বগা কোমোৰা নোখোৱা, ব'হাগত বেঙেনা-পানীলাউ নোখোৱা – এনে ধৰণৰ নীতি কিছু আছে।

বড়ো-কছাৰীসকলে আঞ্জাত বেছি জোল নৰখাকৈ ৰন্ধাটো ৰুচিকৰ বুলি গণ্য কৰে। পনীয়া জোলৰ আঞ্জা ৰন্ধা ৰান্ধনীক অপৈণত বুলি ভাবে। তেওঁলোকৰ এটা প্ৰবচন আছে—

ছোংনী ৰাংয়াব্লা য়াংথ্ৰিয়া জাগীন
ছাৰ্ল্লাও ছাৰথাও।
ছোংনী ৰাংব্লো এছেয়নী জাগীন গীথাও।

অৰ্থ — ৰান্ধিব নেজানিলে আঞ্জা হ'ব পনীয়া।
ৰান্ধিব জানিলে অলপে হ'ব সোৱাদ।

বড়ো-কছাৰীসকলৰ জনশ্ৰুতিত ওঠৰ প্ৰকাৰ ৰন্ধন প্ৰণালীৰ কথা পোৱা যায়। যেনে- (১) এওফ্ৰাম নায় (ভজা), (২) ফ্ৰাম ফ্ৰাম (শুকানকৈ ৰন্ধা আঞ্জা), (৩) স্বেৰ স্বেৰ (অলপ পানী ৰাখি ৰন্ধা আঞ্জা), (৪) জব্-জব্ (মাছ বা মঙহৰ অলপ পানী ৰাখি ৰন্ধা আঞ্জা), (৫) লাও-লাও (জোল ৰাখি ৰন্ধা আঞ্জা), (৬) মেনায় (পাতত দিয়া) ইত্যাদি।

কুচীয়া মাছৰ আঞ্জা আৰু ছাগলীৰ মাংসৰ আঞ্জাত 'বীৰমা' নামৰ তীব্ৰ গন্ধ থকা এবিধ তৃণৰ পাত ব্যৱহাৰ কৰে। আকৌ বীৰমা ধনীয়া নামৰ এবিধ গছৰ পাত মাটি মাহৰ দালি, কোমোৰা, জিকা, ভোল,



আলু আদিৰ আঞ্জাত মচলা হিচাপে খায়।

জহকালি লাউ, কোমোৰা, ভোল, জিকা, তিয়ঁহ, কেৰেলা, টেঙামাৰা, ধুন্দুলি, পটল, জলকীয়া, আদা, হালধি আৰু জাৰকালি ফুলকবি, বন্ধাকবি, ওলকবি, আলু, মূলা, পিয়াজ, নহৰু, ধনীয়া, বিলাহী, বেঙেনা, চুকা টেঙা, লাই, পালেং, মাটি মাহ, মাটি কলা, মচুৰ আদি খেতি কৰি খায়।

ইয়াৰ বাহিৰে হাবিত পোৱা বনৰীয়া শাক, কচু, তৰাৰ গজালি, বেতৰ আগ আদিও তেওঁলোকৰ প্ৰিয় খাদ্য। ইয়াৰ ভিতৰত কিছুমান শাক-পাচলি ঔষধীয় গুণ থকা বাবে তেওঁলোকে বিভিন্ন বেমাৰৰ নিৰাময়ৰ বাবে প্ৰতিষেধক হিচাপে খায়।

শুকান শাল মাছ পকা বিলাহীৰে ৰন্ধা আঞ্জা, শুকান পহুৰ মাংসৰ আঞ্জা পুৰণা কেকোৱা বাওঁধানৰ চাউলৰ ভাতৰ লগত খাব পোৱাটো ভাগ্যৰ কথা বুলি এই ঠাইৰ বড়ো-কছাৰীসকলে ভাবে। পঁইতা ভাত চেং মাছ পোৰা তেওঁলোকৰ প্ৰিয় খাদ্য। শুকান শাল মাছ বা গাহৰিৰ শুকান মঙহ, মাটি মাহৰ দালি, অলপ খাৰ, আদা, নহৰু দি ৰন্ধা আঞ্জাখন বড়ো-কছাৰীসকলৰ অতি হেঁপাহৰ, ৰুচিকৰ আহাৰ। মাছ বেছিকৈ খায় যদিও আলহীক মাংস নুখুৱালেই নহয়।

**লাওপানী (জুমায়, জৌ) ঃ**

লাওপানী (জুমায়, জৌ) বড়ো-কছাৰীসকলৰ প্ৰধান পানীয়। শ্ৰদ্ধেয় ভবেন নাৰ্জ্জীদেৱে লাওপানীক (জুমায়, জৌ) বড়ো-কছাৰীসকলৰ জাতীয় পানীয় বুলি অভিহিত কৰিছে। তেওঁলোকে জুমায় লাওপানীক জীৱৰ ৰক্ষাৰ বাবে সৃষ্টি হোৱা বুলি বিশ্বাস কৰে। তেওঁলোকৰ দৈনন্দিন জীৱনত জুমায় অপৰিহাৰ্য। পথাৰত বা আন কঠোৰ শাৰীৰিক পৰিশ্ৰমৰ সময়ত এবাতি জুমায় লাওপানী খাই গাত শক্তি পায়, দুখ-ভাগৰ আঁতৰে। শৌচ নহ'লে, পেচাব ৰঙা হ'লে, পনীয়া শৌচ হ'লে এবাতি জুমায় খালে নিৰাময় হয়।

জুমায় সাধাৰণ আৰৈ চাউল আৰু বৰা চাউল - দুয়োবিধেৰে তৈয়াৰ কৰে। ইয়াৰে বৰা চাউলৰ জুমায় বড়ো-কছাৰীসকলৰ বৰ প্ৰিয়। দুই তিনি মাহৰ জুমায়ৰ ৰস মৌৰ দৰে মিঠা সোৱাদৰ হয়। দেখাতো মৌ ৰস যেন হয়। বিহু, খেৰায় পূজা আদি উৎসৱত বৰা চাউলৰ

জুমায় লাওপানী অপৰিহাৰ্য অঙ্গ। আত্মীয়জনক মৰম, শ্ৰদ্ধেয়জনক শ্ৰদ্ধা যাচিবলৈ বৰা চাউলৰ জুমায় লাওপানী খুৱায়। তদুপৰি নিজৰ ঘৰতে তৈয়াৰ কৰা বৰা চাউলৰ জুমায় লাওপানী আলহী বা আন মানুহক খুৱাই মৰম-শ্ৰদ্ধাৰ উপৰিও উদাৰতাৰ পৰিচয়ও দিয়া হয়। হালোৱা গৰু দুৰ্বল হ'লে জুমায় বাখৰ খুৱাই বলবান কৰে।

**জুমায় তৈয়াৰ কৰা পদ্ধতি ঃ**

জুমায় বা লাওপানী তৈয়াৰ কৰিবৰ বাবে এমাও বা বাখৰ নামৰ এবিধ মচলাৰ দৰ্কাৰ আৰু তেওঁলোকে ইয়াক নিজে তলত উল্লেখ কৰা উপকৰণেৰে তৈয়াৰ কৰি লয়। উপকৰণ — এক কেজি আৰৈ বা অকাৰি চাউল, কুশবনৰ আগ বা ফুল ১২ টা এক তোলা পৰিমাণৰ বিছিমাও নামৰ ঔষধীয় গছৰ আলু, আগৰ চিথাৰ শিপা এক তোলামান, কলগছ বা আনাৰসৰ পাত ১২৫ গ্ৰাম পৰিমাণৰ।

প্ৰথমে, আৰৈ চাউলখিনি তিনি ঘণ্টামান তিয়াই থৈ পানীৰপৰা উঠাব লাগে। চাউলৰ পানী নিগৰি যোৱাৰ পাচত আন উপকৰণৰ লগত একেলগে গুড়ি কৰি লয়। এতিয়া গুড়িখিনি পানীৰে সানি সৰু সৰু লাড়ু কৰি তাক চেপেটা কৰি এখন কুলা বা চালনিত এটা এটাকৈ থ'ব লাগে। ইয়াৰ ওপৰত পুৰণা এমাও দুটা গুড়ি কৰি ছটিয়াই দিব লাগে। এতিয়া কিছু ধানখেৰ তাৰ ওপৰত ছটিয়াই দি থৈ দিব লাগে। চাৰি ৰাতিৰ পিচত এমাও প্ৰস্তুত হয়।

সাধাৰণতে আৰৈ চাউলেৰে জুমায় বা লাওপানী তৈয়াৰ কৰে। প্ৰথমে চাউলখিনি সিজাই ভাত বনাই লয়। ভাত কৰকৰীয়া টান হ'ব লাগে; পানী থকা, বেছি সিজা ভাতৰ লাওপানী নহয়। ভাতখিনিত গৰমে গৰমে এমাওৰ গুড়ি সানি চেঁচা হ'ব দিবা লাগে। চেঁচা ভাত ডাঙৰ কলহত ভৰাই থৈ দিয়ে। তিনি ৰাতিৰ পিচত জুমায় তৈয়াৰ হয়, খাব পৰা হয়। আঠ ন দিনলৈকে জুমায় খাই থাকিব পাৰে।

বৰা চাউলেৰেও জুমায় বনায়। ই বেচ্ সোৱাদযুক্ত আৰু মূল্যবান।

ওপৰত কোৱা খাদ্য বা ৰন্ধন-প্ৰকৰণবোৰে বড়ো-কছাৰী ভাইসকলৰ নিজস্ব সাংস্কৃতিক পৰিচয় দাঙি ধৰে। ইয়াৰ বাহিৰে বৰ্তমান সময়ৰ আন অসমীয়াসকলৰ খাদ্য-অভ্যাসৰ পৰিবৰ্তন হোৱাৰ দৰে আধুনিক শিক্ষাৰে শিক্ষিত বড়ো-কছাৰী ভাইসকলৰ খাদ্য-অভ্যাস বা ৰন্ধন-প্ৰকৰণত আধুনিক যুগৰ প্ৰভাৱ পৰিছে। গাঁও অঞ্চলত কিন্তু তেওঁলোকৰ স্বকীয় পৰিচয় এতিয়াও বিৰাজমান।



**থলুৱা মুছলমান ভাইসকলৰ খাদ্যাভ্যাস আৰু ৰন্ধন-প্ৰকৰণ ঃ**

আমাৰ থলুৱা অসমীয়া মুছলমান ভাইসকলৰ খাদ্যাভ্যাস আৰু ৰন্ধন-প্ৰকৰণ প্ৰায় থলুৱা হিন্দুসকলৰ দৰে। দৈনন্দিন সাধাৰণ আহাৰ, পিঠা-পনা আদিত মিল আছে। কিন্তু তথাপিও তেওঁলোকৰো নিজস্ব কিছু জুতি আছে; মাছ-মাংস ৰন্ধাৰ কিছু সুকীয়া পদ্ধতি আছে।

মাছ সাধাৰণতে তেওঁলোকে নভজাকৈ ৰান্ধে। কেতিয়াবা অৱশ্যে ডাঙৰ মাছৰ টুকুৰা অলপকৈ ভাজি ৰান্ধে। কেৰাহিত অলপকৈ তেল দি, গৰম হ'লে পিয়াজ, জিৰা, ধনীয়া, আদা, নহৰু বটা, হালধি, নিমখ আদি অলপকৈ ভাজি তাত অলপ পানী দিয়ে; পানী উতলিলে কেঁচা মাছ দি দিয়ে। পানী শুহিলে পুনৰ পানী দিয়ে; পিয়াজটো সিজি গলি থুপথুপীয়া নোহোৱালৈকে অলপ অলপকৈ পানী দি থাকে। পিয়াজ গলে মানে মাছো সিজে, আঞ্জাও হৈ যায়। এনে আঞ্জা বেছি পৰিমাণৰ কৰিবলৈ যদি পাচলি দিব লগা হয়, তেতিয়া আধা সিজাতে মাছখিনি উঠাই থৈ তাত কাটি থোৱা পাচলিখিনি দি দিয়ে। পাচলি সিজিলে পুনৰ মাছখিনি দি আঞ্জাত আকৌ জ্বাল দিয়ে। যেতিয়া মাছ সিজিব, আঞ্জা সোৱাদ হ'ব তেতিয়া নমাই ভাতৰ লগত পৰিবেশন কৰে। মাংস সাধাৰণতে ভাজি মচলা দি আমাৰ দৰেই ৰান্ধে যদিও পোলাওৰ লগত কোৰ্মাহে তেওঁলোকে বেছি পছন্দ কৰে।

ঈদ্ বা আন কোনো উৎসৱ-পাৰ্বণত তেওঁলোকে পোলাও, কোৰ্মা, চেৱেই ৰান্ধিবই। ধুই নিৰাই থোৱা চাউলখিনি ঘিউত পিয়াজৰ লগত ভাজি অলপকৈ পানী দি সিজিবলৈ দিয়ে। সিজাওঁতে জুই কমাই দিয়া হয়। চাউল আধা সিজা হ'লে তাত খিচমিচ্, বাদাম, ইলাচি, তেজপাত আদি দি ঢাকোন মাৰি পুনৰ সিজিব দিয়ে। চাউল সিজি যেতিয়া জৰজৰীয়া হ'ব তেতিয়া পোলাও তৈয়াৰ হয়। অৱশ্যে অভাৱী মানুহে সাধাৰণ ভাতকে গ্ৰহণ কৰে। কোৰ্মা ৰান্ধিবলৈও ঘিউ ব্যৱহাৰ কৰে। কেৰাহীত বেছি পৰিমাণে ঘিউ দি গৰম কৰিব লাগে। বেছি পৰিমাণৰ পিয়াজ কাটি গৰম ঘিউত অলপ ভাজি লৈ মাংস দিব লাগে। নিমখ, আদা-নহৰু বটা দি অলপকৈ ভাজি লৈ অলপ অলপকৈ পানী

দি সিজাব লাগে। মাজতে অলপ দৈ আৰু চেনি দ্বিব লাগে। কোৰ্মাত হালধি ব্যৱহাৰ নকৰে। মাংস সিজিলেই কোৰ্মা তৈয়াৰ হয়। ইয়াত জোল নাথাকে, কেৰাহীৰ তলত্হে সামান্য পৰিমাণৰ জোল পৰি থাকে। পোলাওৰ লগত তেওঁলোকে কোৰ্মাহে পচন্দ কৰে। চেৱেই ঘৰত বনাইও ল'ব পাৰি, বজাৰতো কিনিব পায়। চেৱেই ঘিউত ভাজি গৰম গাখীৰ আৰু চেনিৰ লগত খায়।

বক্ৰিদত তেওঁলোকে ধনী-দুখীয়া নিৰ্বিশেষে গো-মাংস খোৱাটো অপৰিহাৰ্য আৰু ই তেওঁলোকৰ প্ৰিয় খাদ্য। ঈদৰ বাহিৰে আন সময়তো গো-মাংস পালে তেওঁলোকে হেঁপাহেৰে খায়।

অতি মৰমৰ বা সন্মানৰ আলহী-অতিথিক আপ্যায়িত কৰিবলৈ তেওঁলোকে পোলাও-কোৰ্মাৰ জোগাৰ কৰে।

**চিন্নি (ভাত) ঃ**

থলুৱা মুছলমান ভাইসকলৰ মানত চিন্নি বিশেষ আৰু প্ৰিয় আহাৰ। তেওঁলোকে মছ্জিদলৈ চিন্নি মানস কৰি আগবঢ়ায় আৰু শুক্ৰবাৰৰ নামাজৰ পিচত ভক্ত ৰাইজক খুৱায়। তেওঁলোকৰ সামাজিক জীৱনত চিন্নিৰ বহুল প্ৰভাৱ। গাঁও অঞ্চলত বিয়াৰ 'চাইনা' (ৰভা) পতাৰ দিনা গধূলি গাঁৱৰ ল'ৰাহঁতক চিন্নি খুৱায়। আকৌ বিয়াৰ আগদিনা দিনত গাঁৱৰ ৰাইজক দুপৰীয়া পেট ভৰাই চিন্নি খুৱায়।

**চিন্নিৰ প্ৰস্তুতকৰণ ঃ**

চাউল আৰু মাংস তেল মচলা দি একেলগে ৰন্ধা হয়। মাংস সৰু সৰু টুকুৰা কৰি কাটি লয়। কেৰাহীত তেল গৰম কৰি পিয়াজ, জিৰা, ধনীয়া, আদা, নহৰু বটা, নিমখ, হালধি আদি দি ৰঙচুৱাকৈ ভাজিব লাগে। তেতিয়া তাত মাংস দি ভাজিব লাগে। মাংস ভজা হ'লে (সিজিলে) পানী দিব লাগে। পানী উতলিলে আগতে ধুই নিগৰাই থোৱা চাউলখিনি দি দিব। চাউল সিজি ভাত হ'লে নমাই থয়। অকণো পানী নথকাকৈ অৰ্থাৎ জৰ্জৰীয়াকৈ ভাতখিনি ৰান্ধিব লাগে। নমোৱাৰ পাচত গৰম মচলা দি লৰাই দি পৰিবেশন কৰিব পাৰে।

**ন-অসমীয়া মুছলমান ভাইসকলৰ খাদ্যাভ্যাস ঃ**

এওঁলোকৰ আহাৰৰ এটা প্ৰধান বিশেষত্ব জলকীয়াৰ ব্যৱহাৰ। যথেষ্ট জলকীয়া দিয়া অলপ আঞ্জাৰেই তেওঁলোকে ভাত খাব পাৰে।



মাছ, মাংস, পাচলি আদি যি আঞ্জাই নহওঁক তাত জোলৰ পৰিমাণ কম, জলকীয়াৰ পৰিমাণ বেছি। অলপ অলপকৈ জোল সানি ভাত কিছু শুকানকৈ খায়।

বৰপেটা জিলাৰ ন-অসমীয়াসকল বাস কৰা ঠাইবোৰত মাছ আৰু গাখীৰ উভৈনদী। গতিকে তেওঁলোকৰ খাদ্যত মাছ আৰু গাখীৰ থাকেই। দাইলৰ ব্যৱহাৰ অতি কম। মাছ-মাংস নাথাকিলে শাক-পাচলিৰ বিভিন্ন ব্যঞ্জনেৰেই তেওঁলোকে ভাত খায়।

তেওঁলোকৰ ৰন্ধনত তেলতকৈ মচলাৰ ব্যৱহাৰ বেছি। 'ৰান্ধনী' নামৰ এবিধ মচলাৰ (আমাৰ আইজং বোধহয়) ব্যৱহাৰ সকলো আঞ্জাতে কৰে। তাৰ বাহিৰেও জিৰা, ধনীয়া, আদা, নহৰু, পিয়াজ, কালজিৰা আদি মচলাৰ ব্যৱহাৰ যথেষ্ট কৰে। জলকীয়াৰ পৰিমাণ আটাইতকৈ বেছি। শুকান জলকীয়া বটি ৰঙা হোৱাকৈ আঞ্জাত দিয়ে। তেওঁলোকৰ মাজত জলকীয়া নোখোৱা মানুহ ব্যতিক্ৰম।

'মৰিচ বাটা' নামৰ এবিধ চাটনি তেওঁলোকৰ বৰ প্ৰিয় ব্যঞ্জন। অলপকৈ ভাজি লোৱা নহৰু, আদা, কালজিৰাৰ লগত শুকান জলকীয়া দি মিহিকৈ বটি নিমখ সানি ল'লেই 'মৰিচ বাটা' তৈয়াৰ হয়।

ঘৰুৱা ভাবে খেতি কৰি পোৱা বিভিন্ন শাক-পাচলিৰ উপৰিও বনৰীয়া শাক-পাচলিও তেওঁলোকৰ খাদ্যৰ তালিকাত আছে। যেনে- কলমৌ, ঢেঁকীয়া, বিভিন্ন কচু ইত্যাদি।

ভাহা পিঠা, খোলাচাপৰি পিঠা, ভজা পিঠা, মুৰি আদি তেওঁলোকৰ জলপান। কিন্তু ৰাতিপুৱা তেওঁলোকে চাহ-জলপান নেখায়। ৰাতিপুৱা, দুপৰীয়া, ৰাতি ভাতেই খায়। ৰাতিপুৱা ভাত খাই কামত লাগি যায়।

মাছ-মাংস ৰন্ধাতো বেলেগ বেলেগ পদ্ধতি অৱলম্বন কৰে। চৰুত অলপকৈ তেল দি, বাচি-ধুই মাছত নিমখ, হালধি সানি মাছ দি দিয়ে। তাতে মচলা বটা দি অলপ অলপকৈ পানী দি থাকে। মাছ সিজিলে অলপ জোলেৰে সৈতে আঞ্জা নমাই থয়। মাংসৰ কোৰ্মা, কোপ্তা, কাবাব আদি বনায়। আনহাতে বেছিকৈ জলকীয়া দি হিন্দু পদ্ধতিৰেও ৰান্ধে।

খাদ্য পৰিবেশন পদ্ধতিও কিছু ভিন্ন। আমাৰ দৰে কাঁহিত ভাত,

ভাজি, বাতিত বিভিন্ন ব্যঞ্জন একেলগে পৰিবেশন নকৰে। অলপ অলপকৈ ভাত দি থাকে, এপদ এপদকৈ আঞ্জা আনি থালত দি থাকে। এখন আঞ্জা খোৱা হোৱাৰ পাচত আন এখন আঞ্জা দিয়ে।

ঈদত ধনী-দুখীয়া সকলোৱে পোলাও, কোৰ্মা, চেঁৱৈই, পায়স ৰান্ধিবই। মাছো লগত থাকেই। গো-মাংস তেওঁলোকৰ প্ৰিয় খাদ্য। ঈদৰ বাহিৰে আন সময়তো গো-মাংস চলে।

'চিন্নি'ৰ প্ৰচলন এওঁলোকৰ মাজতো আছে। মছজিদত মানস কৰি সকলোকে খুৱায়। প্ৰস্তুত প্ৰণালীও একে। বিয়াতো ৰাইজক চিন্নি খুৱায়।

ন-অসমীয়া মুছলমানসকলৰ খাদ্যত তিতা, টেঙা, খাৰ অন্তৰ্ভুক্ত নহয়। নেমু টেঙা কাটি ভাতৰ লগত খায়; কিন্তু টেঙাৰ আঞ্জা নাখায়। তেনেকৈ তিতা বা খাৰৰ আঞ্জা নাৰান্ধেও, নাখায়ো।

'গোস্ত' ভাতেই তেওঁলোকৰ আটাইতকৈ প্ৰিয় খাদ্য। গো-মাংস, ছাগলীৰ মাংস, কুকুৰাৰ মাংসই প্ৰধান।

**হিন্দু-বঙালীসকলৰ খাদ্যাভ্যাস আৰু ৰন্ধন-প্ৰকৰণ ঃ**

এওঁলোকৰ খাদ্যাভ্যাসত অসমীয়াসকলৰ লগত মিল আছে যদিও ৰন্ধন-প্ৰকৰণ নিজস্ব। মচলাৰ ব্যৱহাৰ তুলনামূলকভাবে বেছি আৰু আঞ্জাত জোলৰ পৰিমাণ কম। শুকান জলকীয়া, জিৰা, ধনীয়া, চফগুটি, কালজিৰা, সৰিয়হ, তেজপাত, আফুগুটি আদি মচলা অলপকৈ ভাজি গুৰি কৰে বা বটি লৈ আঞ্জাত দিয়ে। আদা, নহৰু, পিয়াজো যথেষ্ট ব্যৱহাৰ কৰে। কেতিয়াবা কেঁচা জলকীয়াও সৰু সৰুকৈ কাটি উতলি থকা আঞ্জাত দি দিয়ে। তেলত 'সম্ভাৰ' নিদিয়াকৈ কেঁচা জলকীয়া, পিয়াজ কাটি অলপ কেঁচা তেল উতলি থকা দালিৰ আঞ্জাত দি খোৱাটো তেওঁলোকৰ ভিন্ন ৰুচি।

বঙালী ভাইসকলৰ মাজত মাছ অতি জনপ্ৰিয় খাদ্য। তাতে আকৌ বৰপেটা জিলাত প্ৰচুৰ পৰিমাণৰ মাছ। মাছ থাকিলে দালি খাব নোখোজে। মাছৰ দুই/তিনিখন ব্যঞ্জন ৰান্ধে, তাৰেই হৈ যায়। 'সৰসু দ্ৰিয়া মাছ ৰান্না' কৰা আৰু খোৱা বঙালীৰ বৰ প্ৰিয়। 'ইলিচ মাছেৰ পাতুৰি'ৰ (সৰিয়হ দি ইলিচ মাছ ৰন্ধা এবিধ ব্যঞ্জন) লোভ সম্বৰণ কৰাটো তেওঁলোকৰ পক্ষে সম্ভৱপৰ নহয়। 'শিংৰি মাছেৰ' বিভিন্ন



ধৰণে ৰন্ধা, ভজা বিভিন্ন ব্যঞ্জন এৰিব নোৱাৰে। আন এবিধ তেওঁলোকৰ সোৱাদৰ আঞ্জা হ'ল- 'শুকটি মাছেৰ বেগুন দিয়া' ৰন্ধা আঞ্জাখন। আদা, পিয়াজ, জলকীয়াৰে নভজাকৈ অলপ তেল দি ৰন্ধা সৰু মাছৰ আঞ্জাখন খালে তাৰ জুটি বহু দিনলৈ মনত থাকে। কাৱৈ মাছ, ৰৌ মাছ আদিৰ কালিয়াখনতো আছেই। চৰ্চৰি বা চৰ্চৰা তেওঁলোকৰ প্ৰিয় ব্যঞ্জন। মাছ, বিভিন্ন পাচলি বিশেষকৈ ডাঠা-সৰিয়হ, জলকীয়া, জিৰা, ধনীয়া, আদা, নহৰু আদি বটি দি ৰন্ধা চৰ্চৰি তেওঁলোকৰ ৰুচিকৰ খাদ্য।

'মুৰি' তেওঁলোকৰ থাকিবই। মুৰিৰ লাডু বনাইও খায় আৰু জলপান হিচাপেও খায়। কেঁচা জলকীয়া, পিয়াজ কাটি দি নিমখ-তেল সানি চোবাই খায়। কেতিয়াবা গৰম গাখীৰ, চেনিৰ লগতো মুৰি খায়।

বিভিন্ন প্ৰকাৰৰ আচাৰ, চালাড, চাটনি আছেই। 'মৰিচ বাটা' আৰু 'কাচুন্দি' (কাচন্দ) নামৰ চাটনি অপৰিহাৰ্য। এই দুবিধৰ এবিধ থাকিলে ভাতখিনি তৃপ্তিৰে খাব পাৰে। শুকান জলকীয়া, নহৰু, কালজিৰা সামান্য ভাজি বটি নিমখ সানিলেই 'মৰিচ বাটা' তৈয়াৰ হয়। ক'লা সৰিয়হ ধুই শুকাই, লগত কম পৰিমাণে শুকান জলকীয়া, জিৰা, ধনীয়া, জালুক, হালধি দি গুৰি কৰি উতলা পানীৰ লগত মিহলাব লাগে। সংৰক্ষণৰ বাবে ঘৰুৱাভাবে কেঁচা আম এবাতি তাত দি থয়; তাৰ পিচত গুচাই পেলায়। আধুনিকমতে ভিনেগাৰ দিয়ে অলপকৈ। সোৱাদ হোৱাকৈ নিমখ দিয়ে। বটলত ভৰাই ৰাখি বহু দিনলৈ খাব পাৰি। এয়া কাচন্দ বা কাচুন্দি।

ৰসগোল্লা, সন্দেশ, পায়স তেওঁলোকৰ খাদ্যৰ অন্তৰ্ভুক্ত। কুলি পিঠা, তেল পিঠা, 'পাতেৰ সাৰতা পিঠা', 'ভাহা' পিঠা, খোলাচাপৰি পিঠা, মুগৰ পুলি, সিদ্ধ পুলি, কল পিঠা, মালপোৱা ইত্যাদি তেওঁলোকৰ পিঠা-পনা।

দাইল বটি 'বৰি' তৈয়াৰ কৰি খোৱাটো তেওঁলোকৰ অন্যতম চখ। কচুৰ বিভিন্ন ব্যঞ্জন তেওঁলোকৰ বৰ ৰুচিকৰ খাদ্য। এওঁলোকৰ খাদ্য পৰিবেশন পদ্ধতিও বৰ সুন্দৰ আৰু পৰিস্কাৰ।

ৰাজস্থান, উত্তৰ প্ৰদেশ, পঞ্জাব, বিহাৰ আদি ভাৰতৰ অন্য ঠাইৰ

পৰা অহা, ৰুটি খোৱাত অভ্যস্ত লোকসকলৰো বৰ্তমান অভ্যাসৰ কিছু পৰিৱৰ্তন ঘটিছে। কিন্তু তথাপিও তেওঁলোকে পিঠা-পনাৰ ক্ষেত্ৰত আমাৰ দৰে পিঠা গুৰিৰ ওপৰত গুৰুত্ব নিদি আটা, ময়দা, চুজি, বেচনৰ ওপৰতহে বেছি গুৰুত্ব দিয়ে। আটা, ময়দা আদিৰে হৰেক ৰকমৰ মিঠা, নিমখীয়া খোৱা বস্তু তৈয়াৰ কৰে। তেওঁলোকৰ কিছুমান নিৰামিষাহাৰী, কিছু আমিষাহাৰী। নিৰামিষীসকলৰ খাদ্যত ঘিউ আৰু গাখীৰ নিয়মিত থাকে। ভাত আৰু ৰুটি তেওঁলোকে সমানে খায়।

আমাৰ ৰান্ধনীশালৰ আভাষ এটা নেথাকিলে বৰ্ণনা আধৰুৱা যেন লাগিব। গতিকে বৰপেটা জিলাৰ মানুহৰ ৰান্ধনীশাললৈ অলপ ভুমুকিয়াই চোৱা যাওঁক। দেখা যাব প্ৰত্যেকৰে ৰান্ধনীশালৰ প্ৰতিচ্ছবি ভিন্ন ৰূপৰ।

থলুৱা অসমীয়া হিন্দুসকলৰ ৰান্ধনীঘৰ গোঁসাইঘৰৰ তুল্য। ৰান্ধনীগৰাকীয়ে ৰাতিপুৱা গা-পা ধুই সম্পূৰ্ণ পবিত্ৰ হৈ ৰান্ধনীঘৰৰ সুকীয়া কাপোৰ সলাইহে পাগত সোমাব। প্ৰতিবাৰ (দিনত আৰু ৰাতি) ভাত ৰন্ধাৰ পিচত নিকা মাটিৰে পাকঘৰ মচি পৰিস্কাৰ কৰি থয়। চৌকাৰ পৰা দুই তিনি হাত দূৰৈত এটা সুকীয়া আলিৰে পাক কৰা ঠাইখিনি বেলেগাই ৰাখে। আন মানুহ তাৰ ভিতৰ সোমাব নোৱাৰে। ভগৱানৰ নাম লৈ ৰান্ধনীয়ে চৌকাত জুই ধৰি ৰন্ধা আৰম্ভ কৰিব। ধুতি-নীতিৰে ৰন্ধন কৰি সকলোকে খুৱাই, শেষত ৰান্ধনীগৰাকীয়ে খাই আজৰি হ'ব, পুনৰ গা ধুই বেলেগ কাপোৰ পিন্ধিব। এইখিনি সময়ৰ ভিতৰত ৰান্ধনীগৰাকীয়ে কাকো নোচোৱে। আজিকালি অৱশ্যে ৰান্ধনীশালৰ এই মন্দিৰ সদৃশ পবিত্ৰ ছবি গাঁও অঞ্চলত থাকিলেও চহৰ অঞ্চলত সলনি হৈছে। কেৰাচিন স্তোভ আৰু গেছ-স্তোভে পাকঘৰৰ ৰূপ সলনি কৰিছে।

বড়ো-কছাৰীসকলৰ ৰান্ধনীশাল থকা ঘৰৰ পৰা আচুতীয়াকৈ কৰে। ধনী-দুখীয়া লৈ কথা নাই, সামৰ্থ্য অনুযায়ী চোতালৰ একাষত পাকঘৰটো থাকে। এওঁলোকৰ সমাজতো ৰান্ধনীয়ে গা-পা ধুই চাফ-চিকুণ হৈ ৰন্ধাৰ নিয়ম। থলুৱা হিন্দুসকলৰ দৰে এওঁলোকেও কাঠ-বাঁহৰ খৰিকে ইন্ধন হিচাপে ব্যৱহাৰ কৰে।

থলুৱা অসমীয়া মুছলমান আৰু ন-অসমীয়া মুছলমানসকলৰো



পাকঘৰ আচুতীয়া। আচলতে অসমৰ জলবায়ুত ৰান্ধনীশাল থকা ঘৰৰ লগতে থাকিলে গৰম বেছি হ'ব বাবেই সকলো অসমবাসীৰে আচুতীয়া ৰান্ধনীশালৰ ব্যৱস্থা হয়তো অতীতৰ পৰা চলি আহিছে। মুছলমানৰ ইছলাম ধৰ্মৰ উৎপত্তিস্থল আৰব মৰুভূমি অঞ্চল। তাত পানীৰ নাটনিৰ বাবেই হয়তো তেওঁলোকৰ মাজত সম্পূৰ্ণ স্নানৰ ঠাইত 'গোচল' পদ্ধতিটোহে প্ৰচলিত। গতিকে হিন্দুসকলৰ ৰাতিপুৱাই গা ধুই পবিত্ৰ হোৱাৰ প্ৰথাৰ ঠাইত তেওঁলোকৰ 'গোচল' কৰি পবিত্ৰ হোৱাৰ প্ৰথা। পঞ্চইন্দ্ৰিয়ত পানী দি 'গোচল' কৰাৰ নিয়ম। কিন্তু গা-নোধোৱাকৈ থাকে বুলি কোৱা নাই; অসমৰ জলবায়ুত ঘামি-জামি কাম কৰি থকা মানুহে গা নোধোৱাকৈ থাকিব নোৱাৰে। মাত্ৰ কোৱা হৈছে যে 'ফজৰৰ গোচল' কৰিয়ে তেওঁলোকে নামাজ কৰা, ৰন্ধন কৰা আদি সকলো কাম কৰিব পাৰে।

থলুৱা মুছলমানসকলে কাঠ-বাঁহকে খৰি কৰে। কিন্তু ন-অসমীয়াসকলৰ মাজত গৰুৰ শুকান গোবৰ, গোবৰ সানি শুকাই লোৱা গছৰ সৰু ডাল, নাৰ, বাঁহৰ পাত আদি ইন্ধন হিচাপে ব্যৱহাৰ কৰে।

বঙালী হিন্দুসকলৰ মাজতো গৰুৰ শুকান গোবৰ ইন্ধন হিচাপে ব্যৱহাৰ কৰাৰ প্ৰথা আছে। এওঁলোকেও পাকঘৰ আচুতীয়াকৈ ৰাখে। স্নান কৰি পাৰিস্কাৰ হৈ ৰন্ধন কৰাৰ প্ৰথা এওঁলোকৰ মাজতো প্ৰচলিত।

বৰপেটা জিলাৰ সকলো অধিবাসীৰে ৰান্ধনীশালত মচলা পিহিবলৈ পটা আৰু পটাগুটি থাকিবই।

ৰন্ধন শালত নবাটে পটা।

.................................

বোলন্ত ডাকে পাঞ্চো বিড়ম্বনা।●

**কৃতজ্ঞতা জ্ঞাপন ঃ**


(১) *'অসমৰ লোক-সংস্কৃতি' — ড° বিৰিঞ্চি কুমাৰ বৰুৱা*

(২) *'বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি' — ভবেন নাৰ্জ্জী*

(৩) *'অসমৰ লোক-সংস্কৃতি' — ড° নিৰ্মলপ্ৰভা বৰদলৈ*

# প্ৰচলিত ভেষজ চিকিৎসা আৰু বেজালি

❑ ড° নিবেদিতা দাস

বৰপেটা জিলাৰ ভেষজ চিকিৎসা আৰু বেজ-বেজালি সম্পৰ্কে আলোকপাত কৰিলে আমি চতুৰ্থ-ষষ্ঠ শতিকাতে বৰপেটাত ভেষজ চিকিৎসাৰ উৎপত্তি বুলি ক'ব পাৰো। কিয়নো চতুৰ্থ-ষষ্ঠ শতিকাত বৰপেটাৰ 'লেহিডঙৰা' নামৰ ঠাইত ডাক পুৰুষৰ জন্ম হৈছিল।

" লেহিডঙৰা ডাকৰ গাঁও।
তিনিশ ষাঠিটা পুখুৰীৰ নাও।।" *(ডাক চৰিত্ৰ)*

এই লেহিডঙৰা নামেৰে গাঁও বৰপেটাৰ ৬/৭ মাইল দক্ষিণে দেখুৱায়। ১৮৯৭ৰ ভূঁইকঁপ কি তাৰ আগতে ই উচ্ছন্ন হোৱা বুলি পণ্ডিতসবে মত পোষণ কৰে। ডাকৰ জন্ম প্ৰসঙ্গত চতুৰ্থ-ষষ্ঠ শতিকাৰ বিক্ৰমাদিত্যৰ নৱৰত্নৰ অন্যতম ৰত্ন বৰাহমিহিৰৰ নাম উল্লেখ আছে–

" জন্ম-লগ্ন যাত্ৰা জোৰা।
বৰাহমিহিৰে নাপালে ওৰা।।" *(ডাক চৰিত্ৰ)*

সেয়েহে ডাক পুৰুষৰ জন্মকাল চতুৰ্থ-ষষ্ঠ শতিকাৰ ভিতৰতে সামৰি ল'লে ডাক পুৰুষক তেৰাৰ বচনসমূহৰ জৰিয়তে বৰপেটাই নহয়, সমগ্ৰ অসমৰ ভিতৰতে সৰ্বপ্ৰথম ভেষজ চিকিৎসক বুলি আমি নদি ক'ব পাৰো।

ডাকৰ বচনসমূহ প্ৰায় তেৰটামান বিষয় বা প্ৰকৰণত বিভক্ত কৰা হৈছে। 'জন্ম-প্ৰকৰণ'ত উল্লেখ আছে যে ডাক ভূমিষ্ঠ হোৱাৰ পিছত মাতৃয়ে অসুস্থা হৈ থকা অৱস্থাত দুজনী তিৰোতাই প্ৰসূতি আৰু শিশুটিৰ যতন ল'বলৈ আহিছিল। তেওঁলোকে জুই ধৰিবলৈ আহি ব্যৰ্থ হোৱাত নৱজাত ডাকে প্ৰসূতি আৰু শিশুৰ (ডাকৰ) কেনেদৰে যতন ল'ব লাগে সেই বিষয়ে দিহা দিলে এনেদৰে–

" হেন দেখি পাছে মাতিলা ডাক।
পোঁৱাতী ৰাখিয়া চা পুতাক।।



একে কাঠে লাড়ি চাৰি।
দুই কাঠে ফু মাৰি।।
তিনি কাঠে কৰি এক।
যেনে লাগে তেনে সেক।।
ধুৱাই খুৱাই কোলে লৈবে তেবে।
ভালে ভালে ফুল পৰিব যেবে।।
জয়ধ্বনি কৰি নাড়ী কাটিব।
দৃঢ় বুদ্ধি কৰি নাড়ী বান্ধিব।।
গোবৰ খুঁটী সচলু কাঠ।
সেকিলে নাড়ী নোহে অনাথ।।
লোণ-জালুকেৰে খুৱাব জাল।
তেবে স্তনৰস হৈবেক ভাল।।
কলীয়া তুলসী বেলৰ পাত।
মুঠায়ে সহি বটিয়া পটাত।।
তপত কৰিয়া জননী খাইব।
তেবেসে নাড়ীয়ে দৃঢ়ক পাইব।।
যেবে সূতিকাৰ ৰাখিব জীৱ।
যতন কৰিয়া ঔষধ দিব।।
বাসি জয়ন্তী পুষ্পক লব।
তাৰ ক্ষুদ্ৰ শিপা অল্প মিলাইব।।
অল্প বেঙেনা শিপা তাহাকো দিব।
ক্ষুধাত খুৱাইব তেবেসে জীৱ।।
অপৰাজিতাৰ একেটি ফুল।
জানি শুনি দিব দশৰ মূল।।"

- ইত্যাদি বৰ্ণনাৰ দ্বাৰা প্ৰসূতি আৰু শিশুৰ বাবে নানা তৰহৰ ভেষজ চিকিৎসা ডাক পুৰুষে আগবঢ়াইছে। বৰপেটা জিলাৰ ঠায়ে ঠায়ে এই ভেষজ চিকিৎসা আজিও সু-প্ৰচলিত হৈ আছে। 'দ্ৰব্য-গুণ' প্ৰকৰণতো ডাক পুৰুষে নানা ভেষজ চিকিৎসা বৰ্ণনা কৰিছে। তাৰে দুটামান তলত উল্লেখ কৰা হ'ল।

(১) চকুৰ দৃষ্টি বৃদ্ধিৰ বাবে –

" ত্ৰিফলা-দিয়া নিমৰ ছাল।
ছাগ দুগ্ধেৰে বটিব ভাল।।
নিশা ভাগে তাক নিয়ৰত থৈব।
প্ৰভাত সময়ে মাথাত লৈব।।
হাতে ঘহি ঘহি মাথে মাখিব।
সুখাইলে পাছে স্নান কৰিব।।
যিজনে কৰিব এহি প্ৰকাৰ।
ক্ৰোষেক পথলৈ দৃষ্টি তাহাৰ।।"

(২) বাত পিত্ত জ্বৰ নাশৰ বাবে –

" ধনিয়া পোৰোলা লতি তেজপাত।
সমভাগ কৰি বটিয়া পটাত।।
ক্কাথ কৰি খাইব ইহাৰ পানী।
বাত পিত্ত জ্বৰ হৰিব টানি।।"

তাৰোপৰি "কৰ্ণে কচু নাভিত তেল।
ডাকে বোলে বৈদ্য গেল ৰা নেগেল।।" ইত্যাদি

ডাক পুৰুষৰ পিছত ভেষজ চিকিৎসা সম্পৰ্কীয় পুথি আহোম যুগত সুকুমাৰ বৰকাথৰ সচিত্ৰ 'হস্তী বিদ্যাৰ্ণৱ (১৭৩৪খৃঃ), 'ঘোঁৰা-নিদান' (১৭৪০খৃঃ) ৰচিত হয়। এই গ্ৰন্থ আহোম ৰজা শিৱসিংহ আৰু ৰাণী অম্বিকাদেৱীৰ আদেশত ৰচনা কৰা হৈছিল। 'হস্তী বিদ্যাৰ্ণৱ' পুথিখনত হাতীৰ শ্ৰেণী, প্ৰকৃতি, বেমাৰ আৰু ঔষধ আদিৰ বহুমূলীয়া বিৱৰণ সৰল কথিত ভাষাত দিয়া হৈছে। একেদৰেই 'ঘোঁৰানিদান'ত ঘোঁৰাৰ জাতি, লক্ষণ, বেমাৰ আৰু প্ৰতিকাৰ বৰ্ণনা কৰা হৈছে।

বৰপেটা জিলা হৈছে প্ৰাকৃতিক সম্পদৰাজিৰে পূৰ্ণ। ইয়াৰ আশে-পাশে বিভিন্ন জান-জুৰি, নৈ আছে। ধেনুখন্দাজান, ৰঙিয়াজান, কোটোজান, হাৰিজান, গয়াজান, খট্‌খটিৰ জান আদিৰ উপৰিও বিভিন্ন নৈ যেনে- পল্লা, ন-খন্দা, চাউলখোৱা, কালদিয়া আদিয়ে বৰপেটা জিলাক সঞ্জীৱিত কৰি আহিছে। বৰপেটাৰ ভৌগোলিক বৰ্ণনাৰ পৰা সহজে অনুমান কৰিব পাৰি যে ইয়াৰ সৰহভাগ ঠাই বন্যাবিটৌত জলাহভূমি। সেয়েহে এসময়ত ইয়াৰ লোকসকলে নৌকা ভ্ৰমণ কৰিছিল। সেয়েহে হয়তো বৰপেটাৰ 'নাও খেল' অসমৰ লোক-



সংস্কৃতিৰ এক অমূল্য অনুষ্ঠানৰূপে চিহ্নিত হৈ আছে।

অতীজৰে পৰা এই অঞ্চলৰ লোকসকলে হঠাৎ কোনো ৰোগ নাইবা আকস্মিক দুৰ্ঘটনাত পতিত হ'লে ভেষজ চিকিৎসাৰ নিশ্চয় আশ্ৰয় লৈছিল। সম্ভৱতঃ বন্যাবিটৌত এই জলাহভূমি অঞ্চলৰ লোকে আৰ্থিক অনাটন, যাতায়তৰ দুৰাৱস্থা, চিকিৎসালয়ৰ অভাৱৰ হেতুকে 'ভেষজ চিকিৎসা'ৰ ব্যৱস্থা কৰিছিল।

তাৰোপৰি প্ৰকৃতিৰ গছ-লতা আদিৰে সৈতেও এইসকল লোকৰ নিবিড় সম্পৰ্ক আছিল। ৰামচৰণ ঠাকুৰৰ 'গুৰু-চৰিত'তো বৰপেটাৰ প্ৰাকৃতিক বৰ্ণনা এনেদৰে আছে–

" গয়াজান এৰাই বৰপেটা বিল পাইলা।।২৪৯৪
পৰম শোভন বিল দেখিতে বহল।
পক্ষীসৱ চৰিয়া কৰয় কুতুহল।।
মৎস্য কচ্ছপ লতা পতা আছিল বিস্তৰ।।"

'অভাৱেই আৱিষ্কাৰৰ মূল।' বিভিন্ন অভাৱগ্ৰস্ত লোকে সময়ে সময়ে হয়তো এই বিস্তৰ লতা-পতাকে বিভিন্ন ৰেমাৰ-আজাৰত প্ৰয়োগ কৰিছিল।

চৰ অঞ্চলসমূহকে ধৰি বৰপেটা জিলাৰ বিভিন্ন ভাষা-ভাষী আৰু বিভিন্ন সম্প্ৰদায়ৰ মাজত প্ৰচলিত ভেষজ আৰু বেজ-বেজালি সম্পৰ্কে তলত আলোকপাত কৰা হ'ল।

**আন্ধেৰি লগা ঃ**

কেচুৱাই অত্যন্ত কান্দি থাকিলে আৰু শুকাই-ক্ষীণাই ক'লা পৰি যোৱাকে 'আন্ধেৰি লগা' বুলি কোৱা হয়। ইয়াৰ প্ৰতিবিধান স্বৰূপে প্ৰসূতিয়ে শনি অথবা মঙ্গলবাৰে সন্ধিয়াপৰত এন্ধাৰত ঘৰৰ ভিতৰত দুৱাৰমুখত বহি কেচুৱাটিক মিঠাতেলেৰে জুইত সেকি মালিচ কৰিলে এই 'আন্ধেৰি লগা' ৰোগ নাইকিয়া হয়।

**পিঠা লগা ঃ**

কোনো ক্ষেত্ৰত কেচুৱা ল'ৰা-ছোৱালীয়ে শুকাই-ক্ষীণাই গৈ মাকৰ গাখীৰ নোখোৱা হৈ একেবাৰে চেপেটা লাগি যোৱাকে 'পিঠা লগা' বুলি কোৱা হয়। এনে ক্ষেত্ৰত প্ৰসূতিয়ে সন্তানৰ গাৰুৰ তলত 'পিঠা জাপি'ৰ পৰা কাঠি তিনিডাল আনি থ'লে 'পিঠা লগা' ৰোগৰ

উপশম হয়। 'পিঠা জাপি' হ'ল মূৰ আৰু পিঠি ঢকা দীঘল জাপি। বিশ্বাস যে প্ৰসূতিয়ে শিশুৰ পিনে পিঠি দি শুই থাকিলে শিশুটিৰ এনে ৰোগ হয়। সেয়েহে সদায় শিশুৰ পিনে মুখৈ প্ৰসূতিয়ে শোৱা উচিত।

**ফুল নপৰা ঃ**

কোনো কোনো প্ৰসূতিৰ সন্তান জন্ম দিয়াৰ পিছত প্ৰয়োজনতকৈ অধিক সময় ধৰি ফুল নপৰে। তেনে ক্ষেত্ৰত নিলাজী লতাৰ (লাজেতি লতা) দক্ষিণ ফালৰ শিপা আনি ৰোগীৰ বাওঁহাতৰ কেঞ্চা আঙুলীৰ তিনি পাব জুখি লৈ এৰা সূঁতাৰে বাওঁহাতৰ বাহুত কবচ বান্ধি দিলে প্ৰসূতিৰ ফুল সোনকালে পৰে। অথবা বাগিচাৰ ফুলি থকা গছজোপা জোকাৰি থাকিলেও প্ৰসূতিৰ সোনকালে ফুল পৰে বুলি বিশ্বাস।

**বাঘিনী পৰসূতা (সূতিকা ৰোগ) ঃ**

কোনো কোনো প্ৰসূতিয়ে সন্তান জন্ম দিয়াৰ পিছতে সম্ভৱতঃ অতিশয় দুৰ্বলতাৰ হেতুকেই হওঁক বা অন্য কোনো কাৰণতেই হওঁক বাঘিনীৰ নিচিনাকৈ গোজৰণি মাৰি খেদি আহে। এনে ক্ষেত্ৰত পুৰুষেহে সেই প্ৰসূতিগৰাকীক আঁকোৱালি ধৰি উদ্ধাৰ কৰিবলৈ সক্ষম হয়। সেয়েহে এনে ৰোগীক সাহসী পুৰুষৰ দ্বাৰা সাৱটি ধৰিবলৈ দিয়া হয়। উল্লেখযোগ্য যে এই ৰোগীৰ চুলি মাটিত পৰিবলৈ দিয়া নহয় আৰু ৰোগীয়ে 'পানী-পানী' বুলি পিয়াহত আৰ্তনাদ কৰিলেও পানী খাবলৈ দিয়া অনুচিত। কাৰণ এনে প্ৰসূতিৰ চুলি মাটিত পৰিলে আৰু প্ৰসূতিয়ে পানী খালে মৃত্যু অনিবাৰ্য্য। 'বাঘিনী পৰসূতা' ৰোগত আক্ৰান্ত হোৱা প্ৰসূতিক মৃত বাঘিনীৰ যোনি পানীত তিয়াই থৈ পানীখিনি খুৱালে লগে লগে ৰোগীয়ে সুস্থ হৈ পৰে। কোনো কোনো প্ৰসূতিক সেয়েহে সন্তান প্ৰসৱ কৰাৰ আগমুহূৰ্তত বাঘিনীৰ যোনিৰ মাদুলী ল'বলৈ দিয়া হয়।

**প্ৰসূতিৰ শিৰ্‌কোব্‌ ঃ**

কেতিয়াবা কোনো প্ৰসূতিৰ অত্যধিক গাখীৰ বৃদ্ধি হোৱা দেখা যায়। গাখীৰৰ ভৰত প্ৰসূতিৰ স্তনৰ বিষ অত্যধিক হয়, শিৰবিলাক সেউজীয়া হৈ পৰে, কোবাবলৈ ধৰে। ইয়াকে প্ৰসূতিৰ 'শিৰকোব্' বোলা হয়। এই বেমাৰৰ পৰা ত্ৰাণ পাবলৈ হ'লে বন তুলসীৰ দক্ষিণ ফালৰ শিপা এডাল ৰোগীৰ বাওঁহাতৰ কেঞ্চা আঙুলীৰ তিনি পাব



ৰাখি বাকীখিনি পেলাই দিব লাগে। তিনি ৰঙৰ সূঁতা (ক'লা, ৰঙা, বগা) ন-গুণ কৰি বাওঁহতীয়া পাক দি জৰী বটি সেই শিপাত বাওঁহাতেৰে গাঁঠি প্ৰসূতিৰ ডিঙিত বুকুত পৰাকৈ কবচ কৰি ল'ব লাগে। এই কবচ সন্তান ভূমিষ্ঠ হোৱাৰ পিছত পাচদিনাৰ দিনালৈ এঘাৰ দিনত পেলাই দিব লাগে। অথবা ঘৰৰ মজিয়া মচি উঠি (দুৱাৰ মুখৰ পৰা ওভোটাকৈ) লেচাখনেৰে (ঘৰ মচা কাপোৰ) প্ৰসূতিৰ বুকুখন মচি দিলে প্ৰসূতিৰ শিৰ্‌কোব্ প্ৰশমিত হয়।

**গাৰহদ যোৱা ঃ**

কোনো কাৰণত তিৰোতাৰ অত্যধিক ৰক্তস্ৰাৱ যোৱাকে 'গাৰহদ' (গাৰ ৰস) যোৱা বুলি কয়। ইয়াৰ প্ৰতিবিধান স্বৰূপে তিনি পাহ ৰঙা জবা ফুল আনি ভিতৰৰ পুংদণ্ডডাল পেলাই দি পঁইতা ভাতৰ পানী অথবা উখোৱা চাউল তিয়াই থৈ তাৰ পানীৰে দাব্‌চা বনৰ শিপা আৰু জবা ফুল কেইপাহ বটি একেলগে মিহলি কৰি দিনে তিনিবাৰকৈ খালে দুই-তিনি দিনতে ৰক্তস্ৰাৱ বন্ধ হয়। তাৰোপৰি কলগছত সন্ধিয়া পৰত বেজী মাৰি থৈ ৱাহেকীয়াৰ দিন পিচুৱাই নিয়া প্ৰথাও জীয়াৰী-বোৱাৰীসকলৰ মাজত প্ৰচলন আছে।

**গেৰ্ (ফোঁহা) ঃ**

সাধাৰণতে গৰমৰ দিনত শৰীৰত 'গেৰ' বা ফোঁহা উঠে; ডাঙৰ গেৰবোৰ অত্যন্ত বিষায়, সহজে নপকে। তেনে ক্ষেত্ৰত গেৰ্‌টোৰ চাৰিওফালে পাৰ চৰাইৰ লাদ আৰু কালাৰ দালি (খেচাৰি দাইল) বটি লেপি দিলে গেৰ পকি ফাটি যায় আৰু দূষিত তেজ-পুঁজ বাহিৰলৈ ওলাই আহে, বিষ কমে, লাহে লাহে শুকাবলৈ ধৰে অথবা খুতুৰা শাকৰ শিপা থেতেলিয়াই গেৰ্‌টোৰ ওপৰত দি তাৰ পিছত পাৰ চৰাইৰ লাদেৰে ভৰণ দিলেও গেৰ্ পকে। অথবা টোকোমা গুটি কিছু সময় পানীত তিয়াই থৈ পিছত সেই টোকোমাখিনি গেৰৰ মুখত দিলে, পুৰণি ঘিউ গৰম কৰি গেৰত দিলে, শালধুনা আৰু কালাৰ দালি বটিও গেৰত ভৰণ দিলে অচিৰেই গেৰ্ পকি ফাটি গৈ দূষিত তেজ-পুঁজ নিৰ্গত কৰি ৰোগৰ উপশম ঘটায়।

**মুখ লগা ঃ**

কোনো কোনো ক্ষেত্ৰত দেখনিয়াৰ ল'ৰা-ছোৱালীৰ খোৱা-

বোৱাত অৰুচি হ'লে অথবা কোনো কাৰণত আনৰ হা-হুমুনিয়াহ লগাকে 'মুখ লগা' বা 'মাত লগা' বোলে। সাধাৰণতে বেজে এই ৰোগ নিৰ্ণয় কৰিবৰ বাবে এখিলা গছৰ পাণ অথবা শুকান জলকীয়া এটি মিঠাতেলেৰে ভালদৰে সানি ৰোগীৰ নামটো তিনিবাৰ কাঢ়ি নাভিৰ ওপৰত ঘহি ঘহি শেষত জুইত পুৰিলে একো গোন্ধ নোলায়। আনকি জলকীয়াটো পুৰিলেও যদি একো গোন্ধ নোলায়, তেন্তে মুখ লগা বুলি বিশ্বাস কৰি চিকিৎসাৰ ব্যৱস্থা লয়। 'মাত লগা'ৰ আন এটি প্ৰমাণ হৈছে ৰোগীৰ শৰীৰৰ দৈৰ্ঘ্য অনুযায়ী এৰা সুঁতা এদাল ভৰিৰ পৰা মূৰলৈকে জুখিলে সুঁতাডালত শুকান জলকীয়া এটা বান্ধি জুইত পুৰিলে জলকীয়াৰ গন্ধ নোলায় আৰু সুঁতাডালো নুপুৰে। মুখ লগা ৰোগীক আদা জাৰি খাবলৈ, পানী জাৰি গা ধুবলৈ দিয়া হয়। খেতি পথাৰত ছোঁ দিয়া, তাঁতশালত চুণৰ ফোঁট দি থোৱা, শিশুক ক'লাকৈ কাজলৰ ফোঁট দিয়া, কোনো কোনো অঞ্চলত কেচুৱাক নিজৰ বিষ্ঠাৰ ফোঁট দিয়া, ক'ৰবালৈ শিশুক ফুৰাবলৈ নিবলগীয়া হ'লে মাকে শিশুটিক কোলাত লৈ ঘৰৰ দুৱাৰ মুখৰ পৰা মাটিত খোজ দিয়া ঠাইত অকণমান থুই পেলাই দি সেই থুইখিনিৰে মাটি অকণমান মচি কোলাৰ শিশুটিৰ কপালত ফোঁট আঁকি দিয়া আদি প্ৰথাও 'মুখ লগা' বা 'মাত লগা' নিৰ্মূল কৰাৰে মহৌষধ।

**কাউৰী ফাটা (কোৱাৰি ফটা) ঃ**

শীতকালত প্ৰায় সৰহভাগ লোকৰে বিশেষকৈ কুমলীয়া তামোল খোৱা লোকৰ কোৱাৰি ফাটে। কোৱাৰি ফাটিলে খোৱা বস্তু আৰামকৈ খাব নোৱাৰি, বিষায়। এই যন্ত্ৰণাৰ পৰা হাত সাৰিবলৈ হ'লে দামুৰিয়ে মাকৰ গাখীৰ খাই থকা অৱস্থাত দামুৰিৰ মুখৰ গাখীৰৰ ফেনখিনি আনি ফটা কোৱাৰিত লগালে কোৱাৰি ফটা ঘা লগে লগে শুকায়।

**টাক্ পৰা ঃ**

কিছুমান লোকৰ মূৰৰ মাজ তালুৰ চুলি সৰি হঠাতে ঠাইখিনি উকা হৈ পৰে। ইয়াকে 'টাক্ পৰা' বোলে। এনেদৰে মূৰত টাক্ পৰিলে সেই টাক্ পৰা ঠাইত পিয়াজ থেতেলিয়াই ঘহি ঘহি সেই পিয়াজখিনিৰে ভৰণ দিলে অতি কম সময়ৰ ভিতৰতে চুলিখিনি পুনৰ গজি উঠে। অথবা হাতীৰ দাঁতৰ গুড়িৰ লগত নাৰিকল তেল সানি থ'লেও টাক্



পৰা ঠাইত চুলি আহে।

**শিয়াল গালা (মাম্‌চ্) ঃ**

'শিয়াল গালা' ৰোগ হ'লে গাল দুখন বিষায়, অতিপাত ফুলি উঠে। এই ৰোগ নিৰাময়ৰ বাবে ৰোগীয়ে সন্ধিয়া পৰত ঘৰৰ এচুকত বহি খোলাচাপৰি পিঠা তিনিখনেৰে গাল আৰু ডিঙি আদি সেকি উঠি পিঠা কেইখন শিয়াল অহা-যোৱা বাটত অথবা পদুলিমুখত পেলাই দিব লাগে। লোক-বিশ্বাস যে অমাৱস্যা-পূৰ্ণিমা আদি তিথিত শিয়ালে হোৱা দিয়াৰ লগে লগে শিয়ালক অনুকৰণ কৰি হোৱা দিলে 'শিয়াল গালা' ৰোগ হয়।

**আঙা (আঁৱা) ঃ**

মাজে সময়ে ল'ৰা-ছোৱালীৰ অথবা ডাঙৰজনৰো হঠাতে নাকেৰে তেজ ওলায়। তাকে 'আঙা ভাঙা' বুলি কোৱা হয়। চৰ্দি লাগি থাকিলে অথবা অধিক সময় তলমূৰকৈ থাকিলেও এই আঙা ভাঙা অৰ্থাৎ নাকেৰে হোলোকা হোলোকে তেজ যায়। তেনে ক্ষেত্ৰত ৰোগীক ওপৰলৈ মূৰ কৰি বিচনাত শুৱাব লাগে আৰু ডালিম ফুলৰ পাহিৰ ৰস নাকেৰে ৩-৪ টোপমান দিলে তেজ বন্ধ হয়।

**জ্বৰ ঃ**

অতিমাত্ৰা জ্বৰ উঠিলে ৰোগীৰ মূৰত পানী ঢালিব লাগে, কপালত পানী অথবা নেমু টেঙাৰ ৰস পাতল কাপোৰেৰে জলপটি দিলে জ্বৰ নাইকিয়া হয়।

**কাঁহ ঃ**

অতিপাত কাঁহ হ'লে মৌ আৰু তুলসীৰ পাতৰ ৰস মিহলি কৰি খালে কাঁহ উপশম হয়। তাৰোপৰি বাহক তিতাৰ ফুল ভাজি খালে, পাতৰ ৰস খালে অথবা বাহক তিতাৰ শুকান পাত মেৰিয়াই বিড়ি কৰি ধোঁৱা খালে কাঁহ ভাল হয়, ডিঙিৰ সুৰসুৰণি বন্ধ হয়।

**পানী লাগা ঃ**

'পানী লাগা' অথবা 'চৰ্দি' হ'লে ৰোগীৰ ভৰিৰ তলুৱা, বুকু, পিঠি আদিত নহৰু তেল ভাজি মালিচ কৰিলে নিৰাময় হয়। কেতিয়াবা কেতিয়াবা পানী লাগি ৰোগীৰ মাত বহি যায়। তেনে ক্ষেত্ৰত নহৰু ভাজি অৱশিষ্ট তেল এচামুচ খালে ৰোগীৰ মাত ফুটি ওলায় অথবা

কলা খাৰ, নহৰু, পিয়াজ, আদা, শুকান জলকীয়াৰে ভাত ভাজি(পোলাওৰ দৰে) খালে পানী লগা জ্বৰ শীঘ্ৰে উপশম হয়। পানী লাগি নাক সোপা মাৰি বন্ধ হৈ থাকিলে নাকৰ ভিতৰত দোৰোণ শাকৰ ৰস এটোপাকৈ দিলে সুফল পায়।

**কৃমি ঃ**

কৃমিৰ পৰা হাত সাৰিবলৈ ৰোগীক আনাৰসৰ কুঁহিপাত বটি লৈ ৰসখিনি নিমখেৰে সানি ৰাতিপুৱা খালি পেটত খাবলৈ দিব লাগে। অথবা খালি পেটত ৰাতিপুৱা কেঁচা হালধিৰ ৰস অথবা চুণৰ পানী খালেও কৃমিৰ উৎপাতৰ পৰা হাত সাৰিব পাৰি। কৃমিৰ বাবে বমি ভাৱ হ'লে ৰোগীক কেৰাচিন তেল শুঙিব দিব লাগে।

**পেট কামোৰণি ঃ**

সাধাৰণতে গৰমৰ দিনত পেট কামোৰণি বেচি হয়। অত্যধিক পৰিমাণে পেটত গৰম সোমালে পেট কামোৰণি হয়। এনে ক্ষেত্ৰত ক'লা জামুৰ কুঁহিপাত বটি ৰসখিনি ছাগলীৰ গাখীৰেৰে খুৱালে পেট কামোৰণি ভাল হয় অথবা ডালিমৰ কলি পুৰি ৰসখিনি ছাগলীৰ গাখীৰেৰে খুৱালেও পেট কামোৰণিৰ পৰা ৰক্ষা পাব পাৰি। কাট্‌লা পানীত তিয়াই থোৱা পানী, বুট তিয়াই থোৱা পানী, দাব নাৰিকলৰ পানী, তৰমুজ, আঠীয়া কলৰ চৰবত আদি পেট কামোৰণিৰ মহৌষধ।

**পেটৰ অসুখ ঃ**

কেইবাবাৰো অত্যন্ত পাতল শৌচ হোৱাকে পেটৰ অসুখ বোলা হয়। এনে ক্ষেত্ৰত আঠীয়া কলগছৰ গা-গছডাল কাটি তাৰ ৰসখিনি (এঠা) অকণমান নিমখেৰে ৰোগীয়ে খালে পেটৰ অসুখ অনতিপলমে ভাল হয়। পূৱাকল সিদ্ধও এই ৰোগৰ অন্যতম মহৌষধ।

**বদ্‌হজম ঃ**

খোৱা বস্তু হজম নহ'লে কলাখাৰ খাব লাগে অথবা শিলিখা, সন্ধ্যা লবণ আদি খালেও বদ্‌হজম (অজীৰ্ণ) নাশ হয়।

**টন্‌চিল ঃ**

এই ৰোগ সাধাৰণতে ডিঙিত হয়, ডিঙি বিষায়, আহাৰ খালে কষ্ট পায়। এই ৰোগ নিৰাময়ৰ বাবে কুমাৰিণী পোকৰ বাহবন্ধা মাটি নাৰিকল তেলৰ সৈতে সানি ডিঙিৰ বাহিৰেদি লেপ দি থ'ব লাগে।



**জুইয়ে পোৰা ঃ**

জুইয়ে পোৰা ঠাইত আলু থেতেলিয়াই সানি থ'ব লাগে অথবা নাৰিকলৰ তেল আৰু চুণৰ পানী সানিলেও জুইয়ে পোৰা ভাল হয়। কোনো কোনোৱে মাটিত মিঠাতেল সানি পোৰা ঠাইত লেপি থৈ জুইয়ে পোৰা নিৰাময় কৰে।

**আজিনা উঠা ঃ**

আজিনা সাধাৰণতে চকুত উঠে। আজিনা উঠিলে চকু বিষায়, খচ্‌খচ্ কৰে। আজিনা চকুত এবাৰ উঠিলে একেৰাহে কেইবাৰমান উঠিয়ে থাকে। এনে যন্ত্ৰণাৰ পৰা হাত সাৰিবলৈ হ'লে ৰাতিপুৱাই সূৰ্য্যোদয়ৰ লগে লগেই সাতোটা বগৰীৰ কোমল পাত একেৰাহে একে উশাহে সাতবাৰ এটা এটাকৈ সূৰ্য্যৰ ফালে চাই আজিনাৰ ওপৰত সেকি দিলে আজিনা ভাল হয়।

**মামৰে ধৰা লোৰ অস্ত্ৰই কাটা ঃ**

মামৰে ধৰা অস্ত্ৰ-শস্ত্ৰই অথবা গজাল আদিয়ে বিন্ধিলে বা কাটিলে সেই ঠাইখিনিত লগে লগে মিঠাতেল উতলাই ২-৩ টোপমান পাণৰ ঠাৰিৰে অথবা শলিতাৰ আগেৰে টোপ পেলাই দিলে ধনুষ্টঙ্কাৰ ৰোগৰ পৰা হাত সাৰিব পাৰি। মন কৰিবলগীয়া কথা এয়ে যে এইআকস্মিক ঘটনা ঘটাৰ ২৪ ঘণ্টাৰ ভিতৰত প্ৰতিবিধানটি ল'ব লাগে। ই সাইলাখ A.T.S.ৰ কাম কৰে।

**হাঁড় ভগা ঃ**

হাত বা ভৰিৰ হাঁড় ভাঙিলে হাঁড় জোৰা লগা লতা এডাল আৰু এক কিলোগ্ৰাম পিয়াজ, এক কিলোগ্ৰাম আদা আৰু এক কিলোগ্ৰাম নিমখ আনি প্ৰথমতে আদাখিনি থেতেলিয়াই হাঁড় ভগা ঠাইত লেপি দি তাৰ ওপৰত এক কিলো পিয়াজ বটি তাৰ ওপৰত দি লতা ডালেৰে মেৰিয়াই শেষত এক কিলো নিমখ দি এসপ্তাহ ৰাখিলে ভগা হাঁড় জোৰা লাগে।

**ডিঙিত মাছৰ কাঁইট লগা ঃ**

কেতিয়াবা হঠাতে মাছ খাই থকা অৱস্থাত ডিঙিত কাঁইট লাগি ইফালে-সিফালে লৰচৰ কৰিব নোৱাৰা হয়। তেতিয়া সেই ব্যক্তিক পকা কল খাবলৈ দিলে কাঁইট পিছলি তললৈ যায় অথবা শুদা ভাতৰ

লাডু এটা খাবলৈ দিলেও কাঁইটডাল ডিঙিৰ তললৈ পিছলি যায়।

**বাত্ বিষ ঃ**

বাত্ বিষ থকা ৰোগীয়ে শনিবাৰ অথবা মঙ্গলবাৰে নেউল মাৰি তাৰ তেল মালিচ কৰিলে বাত্ বিষৰ উপশম হয় অথবা গাহৰি নাইবা শিহুৰ তেলও ইয়াৰ বাবে উপকাৰী।

**বহুমূত্ৰ ঃ**

বহুমূত্ৰ ৰোগীয়ে ৰাতিপুৱা খালি পেটত এচামুচ মিঠিৰ গুড়ি পানীৰে খাব লাগে। ক'লা জামুৰ গুটিৰ গুড়ি, বগা নয়নতৰা ফুলৰ পাত, পাতে গাজা, তিয়ঁহ, যিকোনো তিতা আদি এই ৰোগৰ বাবে মহৌষধ।

**খৰ ঃ**

খৰ এবিধ চৰ্ম ৰোগ। তুলসী পাতৰ ৰস, চুৰা পাতনিৰ ভাত আৰু চুণ মিহলি কৰি সানিলে খৰ ভাল হয়।

**শালমইনা ঃ**

সাধাৰণতে গালত শালমইনা উঠে। ই বেচিঁকৈ ওলালে খজুৱায়, কেতিয়াবা কেতিয়াবা ঘাঁও হয়। কেঁচা হালধিৰ ৰস গালত একেৰাহে এসপ্তাহ সানিলে শালমইনা নাইকিয়া হয়।

**চৰতে ডাকা (চোৰাট্) ঃ**

চোৰাট্ গছৰ পাতে ডাকিলে অশেষ যন্ত্ৰণা পোৱা যায়। গতিকে এই যন্ত্ৰণাৰ হাত সাৰিবলৈ হ'লে নাৰিকলৰ বাকলিৰে বালি লৈ ডাকি থোৱা ঠাইখিনি জোৰকৈ ঘঁহিব লাগে; ফলত চোৰাট্ৰ পাতৰ শুংবোৰ ওলাই আহে অথবা কেঁচা গোবৰৰ ভৰণ দি থ'লেও যন্ত্ৰণাৰ পৰা উপশম পাব পাৰি। ডাকা ঠাইত পানী লগোৱা একেবাৰে নিষেধ।

**গৰুৰ জল পৰা ঃ**

গাই গৰুৱে পোৱালী দিয়াৰ পিছত জল পৰাত পলম হ'লে কাউৰীয়ে বিষ্ঠা কৰা কলপাত গাইজনীক খুৱালে জল সোনকালে পৰে অথবা ঢেঁকীৰ থুৰা এটা গাইজনীৰ ডিঙিত আৰি দিলেও জল সোনকালে পৰে অথবা ৰেলৰ টিকট এটা জৰীৰে গাইজনীৰ ডিঙিত লকেট কৰি আৰি দিলেও জল সোনকালে পৰে বুলি লোক-বিশ্বাস আছে।



**দামুৰীৰ নজৰ লগা ঃ**

সদ্যজাত দামুৰীৰ ডিঙিত সৰিয়হ, মজিয়াৰ মাটি, নহৰু তিনি চকল ৰঙা কাপোৰেৰে বান্ধি দিলে অইনৰ নজৰ নালাগে। গাইজনীৰো কপালত চূণৰ ফোঁট দি নজৰ লগাৰ পৰা বিৰত ৰখা হয়।

**ছাগলীৰ পেট কামোৰণি ঃ**

ছাগলীৰ পেট কামোৰণি হ'লে ঘৰৰ এলান্ধু পানীত তিয়াই থৈ নিমখেৰে খুৱালে পেট কামোৰণি ভাল হয়।

**গৰুৰ চবকা ৰোগ ঃ**

গৰুৰ চবকা ৰোগত খুড়াবোৰ ভালকৈ ধুই কেঁচা হালধিৰ ৰস পানীৰ সৈতে মিহলাই লৈ দিনে তিনিবাৰকৈ পিচ্‌কাৰিৰে খুড়াবোৰত মাৰিলে চবকা ৰোগ ভাল হয়।

ওপৰত বৰপেটা জিলাৰ বিভিন্ন অঞ্চলত প্ৰচলিত ভেষজ চিকিৎসাৰ বিষয়ে উল্লেখ কৰা হৈছে। সাম্প্ৰতিক যুগৰ পৰিবৰ্তনৰ লগে লগে সামাজিক, অৰ্থনৈতিকশিক্ষা ব্যৱস্থা, যাতায়ত ব্যৱস্থা আদিৰ দ্ৰুত উন্নয়ন, দুৰদৰ্শন, অনাতাঁৰ কেন্দ্ৰ, ৰাতৰি কাকত আদিত প্ৰচাৰিত বিজ্ঞাপন আদিৰ সু-প্ৰচাৰৰ বাবেই হয়তো ভেষজ চিকিৎসাৰ কোনো কোনো ক্ষেত্ৰত জনপ্ৰিয়তা হ্ৰাস পাইছে যদিও এই ভেষজ চিকিৎসা আজিও বৰপেটা জিলাৰ বিভিন্ন অঞ্চলৰ চুকে-কোণে প্ৰচলিত হৈ আছে।

ভেষজ চিকিৎসাৰ উপৰিও বৰপেটা জিলাৰ বিভিন্ন অঞ্চলত বেজ-বেজালিৰো প্ৰচলন আছে। প্ৰাচীন কামৰূপ-কামাখ্যা তন্ত্ৰ-মন্ত্ৰ, যাদুবিদ্যাৰ দেশ বুলি খ্যাত আছিল। প্ৰাচীন কালৰে পৰা চলি অহা এই তন্ত্ৰ-মন্ত্ৰসমূহনো কি বস্তু, কেনেদৰে প্ৰয়োগ অথবা ব্যৱহৃত হয় তাৰ সমিধান বিচাৰিলে পোৱা যায় যে দেৱতা-অপদেৱতা, ভুত-প্ৰেত, ডাইনী-যখিনীৰ কু-দৃষ্টিৰ ফলত হোৱা বেমাৰ-আজাৰ, শত্ৰু বৃদ্ধি, ধন নাশ, সেইবোৰক বশ কৰা অথবা নিৰ্মুল কৰাৰ উদ্দেশ্যে সাধাৰণতে তন্ত্ৰ-মন্ত্ৰৰ প্ৰয়োগ কৰা হয়। এই তন্ত্ৰ-মন্ত্ৰ প্ৰয়োগ কৰা বিধিসমূহো সুকীয়া। ঠিকনা চোৱা, নখত তেল জাৰি দি 'নখ-দৰ্পণ' চোৱা, বেত জাৰি, বাতি জাৰি দি চোৰ ধৰা, ধুলি জাৰি দি চোৰ প্ৰবেশ কৰিব নোৱাৰা কৰা, বিষ ঢেঁকীয়াৰে জাৰি বিষ উপশম কৰা, কটলা পছুৰ

কাঁইটেৰে বিন্ধি (জাৰি) বিষ নমোৱা, চাউল, কড়ি, পানী, তেল, আদা, ধূপ ইত্যাদি জাৰি দিয়া বিভিন্ন বেজালি বৰপেটা জিলাত অদ্যাপি প্ৰচলিত হৈ আছে। তাৰোপৰি বিশেষকৈ বিবাহ আদিত বেজে এৰাসুঁতা জাৰি দি দৰা-কইনা, আত্মীয়-স্বজনক শত্ৰুৰে অনিষ্ট কৰাৰ পৰা ৰক্ষা কৰে। তন্ত্ৰ-মন্ত্ৰই মানুহৰ উপকাৰ-অপকাৰ আদি উভয়কে কৰিব পাৰে। 'ধৰণী-মন্ত্ৰ'ৰে জাৰি বেজে সাপে খোৱাজনৰ যেনেদৰে জীৱন ৰক্ষা কৰিব পাৰে, একেদৰেই বেজে বীৰা অথবা ভূত লম্ভাই দি মানুহৰ জীৱন নাশও কৰিব পাৰে। এনে ক্ষেত্ৰত অইন বেজে 'ওভোটা বাণ' মাৰি 'ওভোটা মন্ত্ৰে'ৰে ৰোগীক বিপদৰ পৰা ৰক্ষা কৰে। 'ঠিকনা চোৱা' মন্ত্ৰৰ জৰিয়তেই হেৰোৱা বস্তু বিচাৰি পোৱা যায়। তাৰোপৰি ডাঙৰ অসুখ হ'লে আৰোগ্য হ'বনে নাই, বিয়া হ'বনে নহয়, পৰীক্ষাৰ্থীয়ে পৰীক্ষাত উত্তীৰ্ণ হ'ব নে নহয় ইত্যাদি বিভিন্নজনৰ মনৰ খুদুৰনি এই ঠিকনাৰ জৰিয়তে চোৱা হয়। হেৰোৱা বস্তু অথবা চোৰে চুৰ কৰা বস্তুৰ সঠিক নিৰ্ণয় কৰিবলৈ হ'লে বেজে (ওজা) নখত তেল জাৰি দি 'নখ-দৰ্পণ'ত চোৰক ধৰা পেলোৱা হয়। অৱশ্যে তুলা ৰাশিৰ মানুহৰ নখতহে হেনো 'নখ-দৰ্পণ' উঠে। প্ৰকৃত চোৰ ধৰিবলৈ বেজে বেত জাৰি দিয়ে। ফলত বেতৰ কোবত ৰ'ব নোৱাৰি চোৰে আত্মসমৰ্পণ কৰে। একেদৰেই চোৰে কোন বাটেৰে বস্তু চুৰ কৰি ক'লৈ নিছে, তাৰে সম্ভেদ দিয়ে। নিদ্ৰা বাণ মাৰি চোৰে গৃহস্থৰ ঘৰত সহজে প্ৰবেশ কৰিব পাৰে। শত্ৰুৰে বেজৰ কু-মন্ত্ৰৰ দ্বাৰা মানুহক বলিয়াও কৰিব পাৰে। এনে ধৰণৰ কু-মন্ত্ৰৰ বাবে বেজে শ্মশানত থকা বস্তু, এঙাৰ, মানুহৰ চুলি, বাঢ়নী, ঘৰ মচা লেচা, পিন্ধি থকা কাপোৰৰ সুঁতা (অনাকটা বস্ত্ৰ), ভৰিৰ ধুলি, প্ৰস্ৰাৱ আদি কিছুমান বস্তু সংগ্ৰহ কৰে। কু-মন্ত্ৰৰ দ্বাৰা হোৱা ৰোগ অইন বেজেহে আৰোগ্য কৰিব পাৰে। সন্দেহযুক্ত লোকে খোৱা বস্তু দিলে শুঙি খাবলৈ বেজে প্ৰতিবিধান দিয়ে।

তলত বৰপেটা জিলাত প্ৰচলিত কিছু বেজ-বেজালিৰ বৰ্ণনা দাঙি ধৰা হ'ল—

**পিঠা ভঙা মন্ত্ৰ ঃ**

সাধাৰণতে বৰা চাউলৰ পিঠা বনাওতে এই মন্ত্ৰ প্ৰয়োগ কৰা হয়। কিয়নো বৰা চাউলৰ পিঠা পুৰিলে সহজতে পিঠাসমূহ নুঠে।



সাধাৰণতে ধেমালিৰ ছলেৰে অথবা কোনো কোনো ক্ষেত্ৰত ঈৰ্ষা-অসূয়াৰ বাবেও কোনো কোনোৱে তলত উল্লেখ কৰা মন্ত্ৰটি পাঠ কৰি পিঠাবোৰ ভাঙি গুড়ি কৰি পেলায়, পিঠা নুঠে।

" হেকেনা গছৰ বেকেনা থুৰা
মায়েক জীয়েকে কুটে গুৱা
হীৰাৰ পাক কুমাৰৰ চাক
যেনে আৰু তেনে থাক" ............ ইত্যাদি

**মুড়ি ভাজিলে পুৰি ছাই হোৱা ঃ**

সাধাৰণতে চৰ অঞ্চলত এই প্ৰথাটো অধিক প্ৰচলিত হয়। কোনো লোকে মুড়ি ভাজিলে আন এজনে 'পাটাৰ কাই' (মৰাপাটৰ শুকান ঠাৰি) চাৰি আঙুলি জুখি মুড়ি ভাজা ঘৰৰ বেৰত খুচি থ'ব লাগে আৰু অন্তৰেৰে সৈতে ভাবিব লাগে যে ভাজি থকা মুড়িখিনি পুৰি ক'লা পৰি যাওক। তেনে কৰিলে ভাজি থকা মুড়িখিনি পুৰি এঙাৰ হয়।

**প্ৰসূতিৰ স্তনৰ গাখীৰ বৃদ্ধি ঃ**

কেতিয়াবা প্ৰসূতিৰ স্তনৰ গাখীৰ সমূলি নোলায়। তেনে অৱস্থাত নিম্নলিখিত মন্ত্ৰটি তিনিবাৰকৈ মাতি বুকুখনি মালিচ কৰিলে প্ৰসূতিৰ স্তনৰ গাখীৰ বৃদ্ধি হয়—

" আকাশ কাচু বিকাশ কাচু পাতিলু
যমৰ দূত, আন্ধাৰ ৰাতি কাচ কাচিলু
মই কালিকাৰ পু, মনত আছে ভূত,
পানীত আছে কুবিৰ, এই তিনি ভাই
লঙ্কাক যাই। ঐৰালত বান্ধিলু বাঘৰ
বাঘিনী, পাতালত বান্ধিলু নাগ-নাগিনী
জলত বান্ধিলু জলকুঁৱৰী, থলত বান্ধিলু
থল কুঁৱৰী, ডাইনীক বান্ধিলু, ভুতুনীক বান্ধিলু,
পিশাচ-পিশাচিনীক বান্ধিলু, বান্ধিলু হাতীৰ হাঙাৰ,
মোৰ ৰোগীৰ ঘৰ-বাৰী নাহিবি সীমা সঞ্চাৰি,
আহা যদি ব্ৰহ্মাৰ চকৰত পৰি মৰিবি উজান চাৰি
ভাঠি যাবি, মহাদেৱ-পাৰ্বতীৰ মাথা খাবি" ................. ইত্যাদি

শিশুৱে মাতৃদুগ্ধ খাবলৈ নাপাই কৰা আমনিও (ঘাচি) এই মন্ত্ৰৰ দ্বাৰা

নাশ হয়।

**ডিঙিত মাছৰ কাঁইট লগা মন্ত্ৰ ঃ**

ডিঙিত মাছৰ কাঁইট লাগিলে তলৰ মন্ত্ৰটি গালে কাঁইট পিছলি তললৈ যায়—

" উটৰ গলক ভাটি মুখে যা
উটৰ গলক ভাটি মুখে যা
উটৰ গলক ভাটি মুখে যা .........." ইত্যাদি

চৰ অঞ্চলত ডিঙিত মাছৰ কাঁইট লাগিলে এই আয়াতটি মাতে-

" বালা গাতুল হুলকুম ওৰা
আনতুম্ হিনা-ইজিন তান জুৰুণ.........."

তাৰ পিছত অলপ শুদা ভাত মুখত লৈ ডিঙিটো পিহি দিব লাগে। ফলত ডিঙিত লাগি থকা মাছৰ কাঁইট নাইকিয়া হয়।

**শিৰ বাগৰা মন্ত্ৰ ঃ**

দেহৰ কোনো অংশত বিশেষতঃ হাত, ভৰি অথবা ককাল আদিত আকস্মিকভাবে শিৰ বাগৰি গৈ বিষায়। তেনে ক্ষেত্ৰত তলৰ মন্ত্ৰৰ দ্বাৰা তিনিবাৰ সেই ঠাইখিনিত মিঠাতেলেৰে মালিচ কৰিলে ৰোগ নিৰাময় হয়।

"ভাঙা জাৰু, ছিঙা জাৰু, শিৰ বাগৰা জাৰু মাটিৰ তলৰ কেছে, কুমন্তি ৰাম ৰজাৰ পতি পুত্ৰ হাত জাৰু, পাত জাৰু ঐং অং ধন্বন্তৰি কামাখ্যা মা ................" ইত্যাদি।

**'ওপ্ৰাই ধৰা' (অপদেৱতা) মন্ত্ৰ ঃ**

'ওপ্ৰাই ধৰা' মানে দেও-ভূত আদি অপদেৱতা। এনে অপদেৱতাৰ পাক্চক্ৰত পৰিলে ৰোগীক এই মন্ত্ৰটো একে উশাহে তিনিবাৰ মাতি কাণত তিনিবাৰ জোৰকৈ ফুৰাই দিব লাগে।

" অং উং হং ক্ৰিং ক্ৰিং ৰুদ্ৰায় নমঃ
বিছমাল্লা বিছমাল্লা হুপি হুপি হুংকাৰ
কাৰাকৰম ভূত-প্ৰেত দুনিয়াল্ল
অং ভং ভং ফতচাহা ............." ইত্যাদি।

তাৰোপৰি শোৱা পাটীৰ তলত অস্ত্ৰ-শস্ত্ৰ, সৰিয়হ, জুইশলা আদি থ'লেও অপদেৱতাই অন্যায় কৰিব নোৱাৰে। বেজে তাবিজ (মাদ্‌লী), কবচ আদিৰ দ্বাৰাও এই অপদেৱতাৰ কু-প্ৰভাৱ নিৰ্মূল কৰে।



মাছ মাৰিবলৈ গ'লে (বিশেষকৈ ৰাতি) বিভিন্ন অপদেৱতাই ধৰে বুলি বিশ্বাস অতীজৰে পৰা চলি আহিছে। ইয়াৰ প্ৰতিবিধান স্বৰূপে মাছমৰীয়াই লগত অস্ত্ৰ-শস্ত্ৰ, পোহৰ, সৰিয়হ আৰু দেহত কবচ আদি পিন্ধি যায়। বৰপেটা জিলাৰ চৰ অঞ্চলৰ লোকে ৰাতি মাছ মাৰিবলৈ যোৱা নিয়মটো অলপ সুকীয়া। তেওঁলোকৰ কোনোজনে মাছ মাৰিবলৈ গ'লে পিছফালৰ পৰা গধূৰ লাঠী এডাল মাছ মাৰিবলৈ যোৱাজনক লক্ষ্য কৰি মাৰি পঠিয়ালে অধিক মাছ পায় বুলি বিশ্বাস কৰাৰ লগতে অপদেৱতায়ো আসে নাপায় বুলি বিশ্বাস কৰে। তাৰোপৰি বৰশী বাবলৈ গ'লে তলত উল্লেখ কৰা মন্ত্ৰটি মাতি বৰশীৰ চিপ্‌ডালেৰে পানীখিনি জোকাৰি কোবাই কোবাই গালে মাছ সৰহকৈ পায় বুলি লোক-বিশ্বাস আছে —

" অইনেৰ বৰশী বগা ক'লা
মোৰ বৰশী মালভোগ কলা
সোনকালে গিলি পেলা ..........." ইত্যাদি।

**অনাবৃষ্টিৰ মন্ত্ৰ ঃ**

একেৰাহে অনাবৃষ্টি হ'লে 'ভেকুলী বিয়া' পাতি বৰষুণ অনা প্ৰথা অদ্যাপি বৰপেটা জিলাৰ ভালেমান ঠাইত প্ৰচলন আছে। ইয়াৰ চৰ অঞ্চলতো 'ভেকুলী বিয়া' প্ৰচলিত আছে যদিও নিয়মটো সুকীয়া। তেওঁলোকৰ মতে ওৱে নিশা গীত গাই গাই অনাবৃষ্টিত বৰষুণৰ কামনা কৰে এই মন্ত্ৰেৰে—

"আল্লা মেঘ দে ছায়া দে পানী দে ৰে আল্লা ........" ইত্যাদি।

**আদা জাৰা মন্ত্ৰ ঃ**

খোৱা-বোৱাত অৰুচি হ'লে, পেট ফুলি থাকিলে ৰোগীয়ে কোনো বস্তু খাই থকা অৱস্থাত অইনৰ নজৰ অথবা লোভ লগা বুলি আদা জাৰি খাবলৈ দিয়া হয় এই মন্ত্ৰেৰে—

" হিৰ আদা বিৰ আদা আদা মহান জাতি
মই কবিৰাজে আদা জাৰিলো মাৰিবি ভাতি।
আত পুৰু, দাঁত পুৰু, পুৰিলুং পেটৰ বিকাৰ,
লাগ বিদ্দা লাগ, যদি বিদ্দা নালাগিবি
ঈশ্বৰ মহাদেৱৰ মাথা খাবি" ইত্যাদি।

**ধূলা জাৰা মন্ত্ৰ ঃ**

এই মন্ত্ৰৰ দ্বাৰা ৰাতি চোৰে গৃহস্থৰ ঘৰত প্ৰৱেশ কৰিব নোৱাৰা কৰে।

" হিল্লা দিল্লা দিদাৰণ
চোৰ ডাকু নিবাৰণ
দিলদৰীয়া গাজি বৰে
চোৰ ডাকু ঘূৰি মৰে" ইত্যাদি।

এই মন্ত্ৰটি হাতত এমুঠি ধূলি লৈ সাতবাৰ মাতি ৰাতি শোৱাৰ আগতে ঘৰৰ চাৰিসীমাত ছটিয়াই দিলে চোৰে ঘৰৰ চৌহদত প্ৰৱেশ কৰিব নোৱাৰে। যদিহে এই মন্ত্ৰ জাৰি দিয়াৰ আগেয়ে ঘৰত চোৰে মনে মনে প্ৰৱেশ কৰে, তেন্তে ধূলি জাৰি দিয়াৰ পিছত চোৰে গৃহস্থৰ ঘৰৰ পৰা ওলাব নোৱাৰা হয়, ধৰা পৰে। ৰাতিপুৱা গৃহস্থই চোৰক মাতিলেহে চোৰে চৌহদ পাৰ হ'ব পাৰে।

**মুখ লগা মন্ত্ৰ ঃ**

নজৰ বা মুখ লাগিলে তলৰ মন্ত্ৰটি একেৰাহে তিনিবাৰ মাতে। সাধাৰণতে তাঁতশালত আহি কোনো কোনোৱে ফুল বচা আৰ্হি আদি দেখি শিপিনীৰ সমুখতে অতি প্ৰশংসা কৰিলে সূঁতা ছিঙি থাকে, ফুল তোলাত নানা আহুকাল আদি হ'লে–

" দাঁতিনীৰ দাঁত
ভূতুনীৰ ভূত
যাৰ যেনি মাত লাগ্‌ছে
কৈঠা বাহ্‌নীৰ কোব" ......... বুলি

বাঢ়নীৰে তিনিবাৰ শালখনত কোবায়। তাৰোপৰি তাঁতশালত ডাঙৰকৈ চূণৰ ফোঁট, কাজলৰ ফোঁট আদিও নজৰ নালাগিবলৈ দিয়া হয়।

**মোহিনী মন্ত্ৰ ঃ**

মোহিনী মন্ত্ৰৰ দ্বাৰা বশীকৰণ কৰা হয়। বৈষ্ণৱ যুগৰ কবি ৰামসৰস্বতীৰ ৰচনাত উল্লেখ আছে যে বনবাসৰ অন্তত দ্ৰৌপদীক সত্যভামাই প্ৰশ্ন কৰিছিল কি ঔষধৰ বলত দ্ৰৌপদীয়ে পঞ্চপতিক বশ কৰিব পাৰিছিল। সেই বশীকৰণ মন্ত্ৰ তেওঁক গুপুতে শিকাব লাগে; কিয়নো তেওঁলোকে একেজন মাত্ৰ পতিকে মন ভোলাবলৈ



অক্ষম।

" আমি চাটু কৰি পুৰুষতো বুদ্ধি হাৰো।
একলা স্বামীক বৈশ্য কৰিতে নাপাৰো।।২৬
তুমি পূৰ্ণ অধীন কৰিছা পাঞ্চ স্বামী।
এতেকে তোমাক বৰ প্ৰশংসহো আমি।।
মোক সূয়া দামোদৰে বোলয় মুখত।
অন্তশত কোনে পাৱে পুৰুষৰ মত।।২৭
তুমিসে পৰম সুৱা জগতে বখানি।
ভজনত পাঞ্চ স্বামী নুগুচে তোমা বিনি।।
কিবা মন্ত্ৰ জানা তুমি অশুধৰ বলে।
গোপ্য কৰি সখি মোত কহিয়ো সকলে।।"২৮(সাবিত্ৰী উপাখ্যান)

ইয়াৰ পৰা সহজেই অনুমান কৰিব পাৰি যে বৈষ্ণৱ যুগতো আনকি 'ঔষধ কৰা মন্ত্ৰ' (মোহিনী মন্ত্ৰ) আৰু বেজ-বেজালিৰ প্ৰচলন আছিল। তলত বৰপেটা অঞ্চলত প্ৰচলিত এটি 'মোহিনী মন্ত্ৰ'ৰ কেইফাঁকিমান দিয়া হ'ল–

" সোণৰ কাঁকৈ ৰূপৰ খাটি
মই মোৰ চোছু দোভাগ ৰাতি
আজুৰি পিজুৰি বান্ধিলো খোপা
অমুকৰ মুখত দিলো সোপা
লাগ ভেলেকি লাগ
চকুই মুখে লাগ
থাক ভেলেকি চাই
অমুকা অমুকিৰ মুখৰ পিনে
চাই চক লাগি যাই
সিদ্ধ গুৰুৰ পাৱ
ৰক্ষা কৰা কামৰূপৰ কামাখ্যা মাৱ।।"

এনে ধৰণৰ 'বশীকৰণ মন্ত্ৰ'ৰ দ্বাৰা হাবিত বনৰীয়া হাতীকো মাউতে বশ কৰে।

**গাই গৰু বশীকৰণ ঃ**

কেতিয়াবা কিছুমান গাই গৰুৱে গাখীৰ খীৰোৱাৰ সময়ত বৰ

উত্তগুালি কৰে, লঠিয়ায়, ঘূৰি থাকে, গাখীৰ খীৰাবলৈ নিদিয়ে। তেনে ক্ষেত্ৰত গোৱালজনে কাকো মুখেৰে একো নমতাকৈ গৈ চতিয়না গছৰ আগ ঠানি এটা দাৰে একে ঘাপে কাটি আনি গাই খীৰোৱা ঠাইত ভৰিৰ তলত লৈ সম্পূৰ্ণ মৌন হৈ গাই খীৰাবলৈ বহিলে গৰুৱে অতি সহজে বশ মানে, গাখীৰ দিয়ে। এনেদৰে একেৰাহে তিনিদিন নিয়ম পালন কৰিলে উদণ্ড গাইজনী একেবাৰে শান্ত প্ৰকৃতিৰ হৈ পৰে। কিন্তু মনত ৰখা একান্তই আৱশ্যক যে গোৱালে মুখেৰে কোনো শব্দই উচ্চাৰণ কৰিব নোৱাৰিব।

বৰপেটাৰ চৰ অঞ্চলৰ লোকসকলৰ মাজত গাইগৰু বশ কৰা আন এটি প্ৰথা আছে। সেয়া হ'ল- 'চিট্‌কি' গছৰ (সৰু সৰু ক'লা ক'লা গুটি বিশিষ্ট দীঘল পাত) সৰু ঠানি এটা কাটি আনি গাখীৰ খীৰাব নিদিয়া গাইজনীৰ মূৰৰ পৰা পিঠিৰ ওপৰেদি নেজলৈকে মালিচ কৰি আনি তাৰ পিছত ঠানিটো ভৰিৰ তলত থৈ গাই খীৰালে গাখীৰ দিয়ে, গাই গৰু বশ হয়।

**কুকুৰে কামুৰিব নোৱাৰা মন্ত্ৰ ঃ**

তলত দিয়া মন্ত্ৰটো পাঠ কৰিলে বলিয়া কুকুৰ আদিয়ে কামুৰিব নোৱাৰে। আঁতৰি যায় বুলি চৰ অঞ্চলৰ লোকে বিশ্বাস কৰে।

"ছুম মুম বুক মুন ওম ইয়ুণ ফাহুম লাইয়াৰ জিউন ....." ইত্যাদি। বমি, পাতল শৌচ আৰু মূৰ ঘূৰণি হ'লে বৰপেটাৰ চৰ অঞ্চলৰ ইছলামধৰ্মী লোকে সাপৰ বতাহ লগা বুলি বিশ্বাস কৰি তুলা ৰাশিৰ মানুহৰ হতুৱাই তলৰ মন্ত্ৰটি পাঠ কৰিলে সেই ব্যক্তিৰ হাতখন ৰোগীৰ মূৰৰ ওপৰলৈ উঠি যায়। তাৰ পিছতহে প্ৰকৃত ৰোগৰ চিকিৎসা কৰে। মন্ত্ৰটো হ'ল–

"ওৱাল আছৰি, ইয়াল ইনছানা লাফি খুছাৰিণ
ইল্লাল লাজিনা আমানু ওৱা তামিলুছ ছলে হাতি
ওতাওৱা ছাউবিল হাক্কি।
ওতাওৱা ছাউবিছ ছাবৰি ........................." ইত্যাদি।

**জুইয়ে পোৰা ঃ**

বৰপেটা অঞ্চলৰ মাধৱপুৰ, ধুমাৰকুৰ, পুৰণ ভৱানীপুৰ আদি বঙালী বসতি প্ৰধান অঞ্চলতো বেজ-বেজালিৰ প্ৰচলন আছে। তলত জুইয়ে পুৰিলে কেনেকৈ এই মন্ত্ৰৰ দ্বাৰা জাৰি ৰোগীক আৰোগ্য কৰা হয় তাক উল্লেখ কৰা হ'ল–



" পোড়ে হনুমান স্মরে সীতা
মুখের ভাপে অগ্নি করিলাম তিতা।।
আগুণ বারোম্ আগুণ খাম।
ফুঁতে আগুণ পানী করিলাম।।
সীতা স্মরণে মুখের ভাপে।
ফুঁতে আগুণ ডরে কাঁপে।।
অমুকের অঙ্গে জ্বালা পোরা।
ভাপের গুণে পলায় তারা।।"
............................................ ইত্যাদি।

**আদা ঝাৰা ঃ**

বৰপেটা জিলাৰ অসমীয়া সমাজত প্ৰচলিত থকা সদৃশে ইয়াৰ বঙালী বসতি অঞ্চলতো 'আদা ঝাৰা' মন্ত্ৰৰে বিষ জাৰা হয়। যেনে–

" বর বর আদার সরু সরু আঁশ।
বর বর বিষের গলায় তুলে দিনু ফাক।।
আমার এই আদা লড়া যদি লংঘে।
ঈশ্বর মহাদেৱ পঞ্চমুণ্ডের বাম পদে ঠেকে।।
কার আজ্ঞে মা মনসা দেৱীর আজ্ঞে।
কার আজ্ঞে বিষহরি মায়ের আজ্ঞে" ইত্যাদি।

**এন্দুৰে কামোৰা ঃ**

সাধাৰণতে বিভিন্ন জীৱ-জন্তু, পোক-পতঙ্গ আদিয়ে কামুৰিলেও মন্ত্ৰৰ দ্বাৰা জাৰি ৰোগীৰ বিষ উপশম কৰা হয়। তলত বৰপেটা জিলাৰ বঙালী বসতি প্ৰধান অঞ্চলত প্ৰচলিত কেইবিধমান তেনে মন্ত্ৰ উল্লেখ কৰা হ'ল–

" সট্ পট্ চলে গেল বিষহরির মা।
ঝট্ পট্ ঝ'রে গেল কাল কুটলা।।
ত্বরিতে উঠ্‌লো ছমক বা অমুকী।
নাই বিষ মা বিষহরির হুকুম।।"

এন্দুৰে কামোৰা ঠাইত এই মন্ত্ৰ ১৭বাৰ জাৰি ফু মাৰি প্ৰতিবাৰতে 'জয়

জয় বিষহৰি' বুলি প্ৰণাম কৰিব লাগে।

**কুকুৰে কামোৰা ঃ**

" আকাট চারা ব্ৰহ্মার পৈরা।
পোরম্ তোমার কাঁয়।।
বাঘ ভাল্লুক শেয়াল-কুক্কুর।
গুয়া আকার আঞ্জিনার বিষ।।
করিয়া আনি কয়
সিদ্ধি গুরু শ্ৰীরামেশ্বরের আজ্ঞা
রাঢ়ের কালিকা চণ্ডীর বর।"

এই মন্ত্ৰ ৯ বাৰ পানী জাৰি মাতি কুকুৰে কামোৰা ঠাই ভালদৰে ধুব লাগে।

**চিকাই কামোৰা ঃ**

" তপকাৰে জঙ্গলমে যোগী মছন্দৰ।
কাটলিয়া একদিন জাকে ছুছুন্দৰ।।
শ্ৰাপ দিয়া যোগীণে দুখুমে বিষায়।
যোগীকে শ্ৰাপ যে ছুছুন্দৰ বসায়।।
দোহায় কামাক্ষ্যাকী দয়া কৰো মাঈ।
মহিমা অপাৰ বিষ জায়ে বিলাঈ।।
ওঁ নমঃ যোগীশ্বৰায় ওঁ নমঃ
কামাক্ষ্যায় হ্ৰীং হ্ৰীং হ্ৰীং হ্ৰীং
ক্ৰীং ক্ৰীং ক্ৰীং ক্ৰীং ফট্ স্বাহা।।"

চিকাই কামুৰিলে উক্ত মন্ত্ৰেৰে ২১বাৰ জাৰি কামোৰা ঠাইত প্ৰতি বাৰতে ফু মাৰিব লাগে।

**নিগনিয়ে কামোৰা ঃ**

" জয় গণেশ মুদ মঙ্গলকাৰী।
জয় গণপতি ত্ৰিভুবন সুখকাৰী।।
চুহা দেৱ তুমহাৰা বাহন।
বিনা অপৰাধ কিয়া হ্যা দংশন।।
জহৰ নলাগে দো বৰদান।
কামাক্ষ্যাকো মন্ত্ৰ মহান।।"

এই মন্ত্ৰৰে ২১বাৰ বাঢ়নীৰ কাঠীৰে কামোৰা ঠাইত জাৰিব লাগে।



ওপৰত উল্লেখ কৰা মন্ত্ৰসমূহত বিভিন্ন দেৱ-দেৱীৰ প্ৰশস্তি গোৱা হৈছে। মন্ত্ৰসমূহত ৰচকৰ নাম নাই। মন্ত্ৰ পুথিবোৰ গোপনীয় কৰি ৰখা হয়। মন্ত্ৰবোৰৰ শুদ্ধ পাঠৰ ওপৰত আৰু নীতি-নিয়মৰ ওপৰতহে গুণাগুণ নিৰ্ভৰ কৰে। সাধাৰণতে বেজসকলে সম্পূৰ্ণ উপবাসে থাকি বেজালি প্ৰয়োগ কৰিলে সুফল পোৱা যায়। ৰোগীৰ ঘৰত বেজে ভোজন কৰা নিষেধ, মাননী (টকা-পইচা) দাবী কৰাও নিষেধ। ইয়াৰ বিপৰীতে মন্ত্ৰই কাম নকৰে, বেজ অভিশপ্ত হয়। সেয়েহে গৃহস্থই তামোল-পাণ, বস্ত্ৰ আদিৰে বেজক মাননী আগবঢ়াব লাগে। অশুভ অথবা কু-মন্ত্ৰৰ ফল যেনেদৰে মন্ত্ৰকৰ্তাৰ ধ্বংসকাৰী একেদৰে শুভ কৰ্মৰ ফলকৰ্তাৰ মঙ্গলকাৰী। সেয়েহে এই ক্ষণস্থায়ী কু-মন্ত্ৰৰ দ্বাৰা নিজৰ সৰ্বস্ব নাশ নকৰাটোৱে শ্ৰেয়ঃ।

বৰপেটা জিলাতে মহাপুৰুষ আৰু ভকতসবে 'ভুত-প্ৰেত' খেদিছিল একমাত্ৰ 'ৰাম' নাম মুখত লৈ। 'কথা গুৰু চৰিত'ত আছে যে এবাৰ শ্ৰীৰাম আতাই বাহিৰ ফুৰিবলৈ দুৰৈৰ হাবিৰ কাষলৈ যোৱাত তাৰে ওচৰৰ হোলা এটাত অনেক যক্ষই বিচৰণ কৰি আছিল। তাকে দেখি শ্ৰীৰাম আতাই 'ৰাম' বুলি উচ্চাৰণ কৰাৰ লগে লগে সেই যক্ষসমূহে "গিৰ্ গিৰ্ কৰে তৰা-নৰা এৰি বিলত পৈল।" তাৰ পিছত আতাই লুইতত স্নান কৰি উঠি গুৰুৰ ওচৰলৈ গৈ যক্ষৰ ইতিবৃত্ত জনোৱাত "তেহে পাচদিনা গুৰুজনে বাউসীৰ, গণকুচিৰ, বাৰাদিৰ, তান্তিকুচিৰ, ডাঙ্গৰিকুচিৰ, মুলাজাতৰ সবাকে জনালে, আহি দিনে-নিশা হৰি কীৰ্তন পাতিলে সাদিনলৈ।" এনেদৰেই মহাপুৰুষ মাধৱদেৱ গুৰুজনাই নামঘোষাৰ জৰিয়তে সৰ্বসাধাৰণক সকিয়াই দিছে—

" ৰামকৃষ্ণ নাম কীৰ্তন বাড়ৱ
অগণিৰ শিখা লাগি।
অসুৰ ৰাক্ষস পাষণ্ড পিশাচ
পলায় দশোদিশ ভাগি।।"●

# বৰপেটা জিলাৰ লোকাচাৰ ঃ নাৰীৰ ভূমিকা

❑ ফুলকুমাৰী কলিতা

লোক-সংস্কৃতি মানুহৰ চিন্তা-চৰ্চা আৰু চেতনাৰ ফলশ্ৰুতি। মানৱ সমাজৰ বাস্তৱ আৰু ভাৱ জগতৰ বহুবিধ সম্পদ লোক-সংস্কৃতিৰ মাজত লুকাই থাকে। ই যেন জীৱন সম্পদৰ বৰপেৰা। ভৌগলিক, প্ৰাকৃতিক প্ৰভাৱ, ঐতিহাসিক সামাজিক পটভূমি, অৰ্থনৈতিক ৰাজনৈতিক গতি প্ৰকৃতি আৰু সামগ্ৰিকভাৱে জীৱন-যাপন পদ্ধতিক কেন্দ্ৰ কৰি লোক-সংস্কৃতিৰ প্ৰকৃত মূল্য থাকিলেও ইয়াৰ প্ৰকৃতি নিৰ্দ্ধাৰিত হয় সামাজিক প্ৰয়োজন অনুসাৰে। প্ৰয়োজনৰ মূল্য অবিহনে কোনো বিষয়ৰে বিষয়গত গুৰুত্ব সুপ্ৰতিষ্ঠিত নহয়।

লোক-সংস্কৃতি সম্পৰ্কে চিন্তা-চৰ্চা কৰা, ইয়াৰ প্ৰণালীবদ্ধ অধ্যয়ন আৰম্ভ কৰা বৰ বেছি দিন হোৱা নাই। এই ক্ষেত্ৰত পাশ্চাত্য পণ্ডিত জেকব গ্ৰীম, উইলিয়াম জেকব, হেৰল্ড থমচন, জে.টেলৰ, ফ্ৰেজাৰ আদি আমাৰ পথ প্ৰদৰ্শক। পাশ্চাত্যৰ সমাজ বিজ্ঞানীসকলৰ মতকে সমৰ্থন জনাই অসমৰ লোক-সংস্কৃতি বিশেষজ্ঞ ডঃ নবীন চন্দ্ৰ শৰ্মাদেৱে প্ৰণালীবদ্ধ অধ্যয়নৰ সুবিধাৰ্থে অসমীয়া লোক-সংস্কৃতিকো চাৰিটা ভাগত ভাগ কৰিছে। যেনে ঃ— (১) মৌখিক লোক বিদ্যা বা লোক-সংস্কৃতি, (২) সামাজিক লোক প্ৰথা বা লোকাচাৰ, (৩) ভৌতিক সংস্কৃতি আৰু (৪) লোক কলা।

"বৰপেটা জিলাৰ লোকাচাৰ ঃ নাৰীৰ ভূমিকা"ৰ বিষয়ে আলোচনা কৰিবলৈ যোৱা মানে অপাৰ সমুদ্ৰত সাতুৰিবলৈ দুঃসাহস কৰা কথা। কাৰণ অসমৰ অন্যান্য প্ৰান্তত যুগৰ বতাহে কিছু পৰিবৰ্তন আনিলেও, বৰপেটা অঞ্চলৰ মানুহে নিজৰ কৃষ্টি-সংস্কৃতিক মুঠা বান্ধি ধৰি থাকে বুলি বহুতে বু-বা কৰে। এই ক্ষেত্ৰত বৰপেটীয়া নাৰী সমাজ আৰু এখোপ চৰা। তেওঁলোকৰ মনত "অনাচাৰে অধোগতি" বোলা



কথাষাৰ শিলৰ ৰেখা। পুৰণি ৰীতি-নীতিত আইনৰ শক্তি আছে বাবেই আমাৰ সমাজত "লোকাচাৰেই আইন" বোলা কথাষাৰ বহুতে মানি চলে। পণ্ডিতসকলেও কৈছে যে লোকধৰ্ম বেদতকৈ পুৰণি। লোকাচাৰৰ সমুদ্ৰ মন্থন কষ্টকৰ হ'লেও "বলে নোৱাৰা শিলক পৰি নমস্কাৰ" কৰোতে কৰোতে সেয়া অভ্যাসত পৰিণত হৈ, পিছলৈ ভাতৰ লগত পানী খোৱাৰ নিচিনা সহজ হৈ পৰে। অৱশ্যে মানিলে ধান নামানিলে পতান। তাত্বিক দিশত শাস্ত্ৰাচাৰ আৰু দেশাচাৰে লোকাচাৰ নিয়ন্ত্ৰিত কৰে। সামাজিক লোকপ্ৰথা বা লোকাচাৰ বুলি ক'লে (ক) উৎসৱ অনুষ্ঠান (খ) খেল-ধেমালি (গ) লোক ঔষধ আৰু (ঘ) লোক ধৰ্ম এই চাৰিটাকে প্ৰধান ভাৱে সামৰি ল'ব পাৰি। উৎসৱ মানে উৎপাদন। উৎসৱ মানে আনন্দ। বৰপেটা অঞ্চলত উৎসৱ বুলি ক'লে সাধাৰণতে জন্ম, মৃত্যু, বিবাহ এই তিনিটাকে আগস্থান দিয়ে। এই অঞ্চলত অধিক সংখ্যক মানুহ কৃষিজীৱী কাৰণে ইয়াত কৃষিভিত্তিক অলেখ উৎসৱ পালন কৰা হয়। যেনে- বিহু, ভঠেলি, অম্বুবাচী, জেউঠা খোৱা, ধানৰ গোছ লোৱা, গোছ উঠা, ধানৰ আগ অনা বা লখিমী আদৰা, ন খোৱা ইত্যাদি। বৰপেটা জিলাত থকা নামঘৰ আৰু মঠ-মন্দিৰ সমূহো বিভিন্ন উৎসৱৰ উৎস। বৈষ্ণৱ ধৰ্মৰ লগতে শৈৱ, শক্তি ধৰ্মৰ কিছু প্ৰভাৱ থকা বজালী আৰু বৰনগৰ অঞ্চলত "বাৰ মাহত তেৰ পূজা", আনহাতে নৱবৈষ্ণৱ ধৰ্ম প্ৰভাৱিত বৰপেটা আৰু ইয়াৰ লগতে লাগি থকা গাওঁবোৰত "বাৰ মাহত তেৰ তিথি"। ইয়াৰ উপৰিও ঘৰ বন্ধা, ঘৰ লোৱা, বিদ্যাৰম্ভ, সৰু ল'ৰা-ছোৱালীৰ জন্ম উৎসৱ আদিতো আছেই। সকলোবোৰ উৎসৱৰ মেৰুদণ্ড হ'ল নাৰী।

বৰপেটা জিলাত জন্মভিত্তিক উৎসৱ বুলি ক'লে মাতৃগৰ্ভত সন্তান স্থিতিৰ উমান পোৱাৰ লগে লগে, তিনি মাহত গৰ্ভাধান, পাঁচ মাহত পঞ্চামৃত, ব্ৰাহ্মণ সমাজত আঠ মাহত পুহন বিয়া, ন মাহত জেউৰা, ছয়দিনীয়া ৰখা, পাচতি, অশৌচ যোৱা নাম, গণনি, লথ্ৰি মুখত দিয়া, অন্নপ্ৰাসন, কাণবিন্ধনী আদি অনুষ্ঠানকে সামৰি ল'ব পাৰি। ব্ৰাহ্মণ সমাজতো চুড়াকৰণ, উপনয়ন বা লগুণ দিয়নী আদি বহুতো উৎসৱ পালন কৰা হয়।

এফালে নাৰী জীৱন সাৰ্থক কৰি তোলা মাতৃত্বৰ আহ্বান আৰু

আনফালে "নাৰী মৰে বিয়নে" বোলা অঘাসুৰীয় ভয়ঙ্কৰ পৰিস্থিতিৰ পৰা পৰিত্ৰাণৰ প্ৰস্তুতি পৰ্বত, বৰপেটাৰ নাৰী সমাজে বিশেষ আচাৰ নীতি পালন কৰা দেখা যায়। প্ৰথম গৰ্ভাৱস্থাত নাৰী "আতোল তোল তেতেলীৰ জোল"। এই সময়ত নাৰী সমাজে সকলো "কোল কপট" দলিয়াই গৰ্ভৱতীয়ে যাতে কাঁথিৰ কুকুৰে বতৰা নোপোৱাকৈ "গা সাৰিব" পাৰে তাৰ কাৰণে ভগৱানক প্ৰাৰ্থনা জনায়। গৰ্ভৱতীৰ সাৰা লক্ষণ দেখা দিয়াৰ লগে লগে ঘৰৰ দুৱাৰ, দুৱাৰ দলি আৰু সন্মানীয় সকলোকে সেৱা কৰে। ডাক্তৰ-কবিৰাজ নোহোৱা দিনত গৰ্ভৱতীৰ প্ৰধান আশ্ৰয় আছিল এগৰাকী "আশ্ৰেণী"। বৰপেটা জিলাৰ অঞ্চল বিশেষে এতিয়াও আশ্ৰেণীৰ আশ্ৰয় নল'লে নচলে। সন্তান জন্মৰ সময়ত গৰ্ভৱতীৰ গাৰ কবচ, মাদুলি আদিৰ সকলো বান্ধোন খুলি দিয়া, ককাল আৰু পেটত, জৰা মিঠাতেল মালিচ কৰা, কেঁচুৱাৰ নাড়ী কৰ্ত্তন কৰা, উৰুলি জোকাৰে বেৰত কোবোৱা, কেঁচুৱাক কলপাতত শুৱাই কুহুমীয়া গানীৰে গা ধুওৱা, মুখৰ বিজল কাঢ়া, মুখত জ্বলা মৌ দিয়া, কেঁচুৱাটিক আক্‌লেৰে মেৰিয়াই মাকৰ কোলাত দিয়া, গৰ্ভ ফুলৰ (Placenta) লগতে লেতেৰা কাপোৰ-কানি খান্দি পুতি থোৱা, সন্তান জন্মৰ পিছত মাকক ৰঙা চাহ খাবলৈ দিয়া, ঘৰৰ দুৱাৰ মুখত কাঁইটীয়া জেং আঁৰি দিয়া, প্ৰসূতিৰ ওচৰত দিনে ৰাতি একুৰা তুহঁৰ জুই জ্বলাই ৰখা আদি বিধি ব্যৱস্থাসমূহ নাৰী সমাজৰ একচেতীয়া সম্পত্তি। জুইকেন্দ্ৰিক লোকাচাৰসমূহ প্ৰাচীন যুগৰ অগ্নিপূজাৰ স্মৃতি বহন কৰাৰ লগতে প্ৰদূষণ নিয়ন্ত্ৰণৰ বিজ্ঞান সন্মত আহিলা হিচাপে ব্যৱহৃত হৈ আছে। প্ৰসূতিয়ে কেঁচুৱাক তেল মালিচ কৰা, গৰম ইটাত তেল সনা কলপাতৰ ওপৰত বহি মাকে নিজৰ যত্ন লোৱা, কেঁচুৱাৰ কাপোৰ-কানি জুইত সেকি ভিতৰ সুমুওৱা, নিজেও হাত ভৰি সেকি ঘৰৰ ভিতৰ সোমোৱা, কেঁচুৱাক কোলাত লৈ ভাত খোৱা, ভাত খাই উঠি ধোৱা হাতেৰে কেঁচুৱাৰ মূৰৰ পৰা ভৰিলৈ মোহাৰি দিয়া, "পিঠা" নালাগিবলৈ কেঁচুৱাৰ ফালে পিঠি দি শোৱা বহা নকৰা আদি হেজাৰটা লোকাচাৰ আছে বাবেই প্ৰসূতি গৃহ যেন লোকাচাৰৰ "মেৰঘৰ" য'ত কোনো ছিদ্ৰ থাকিব নোৱাৰে।

জন্মৰ পিছতেই আহে বিবাহ। পাশ্চাত্যৰ বিখ্যাত "Religious writer" বুলি খ্যাত জে, টেলৰে (Juremy Taylor) কৈছে যে— "Marriage is the mother of world" বিবাহ পৃথিৱীৰ মাতৃ। বিবাহ অনুষ্ঠানত নাৰীয়েই "হৰ্ত্তা কৰ্ত্তা বিধাতা"। বিয়া বুলি ক'লে নাৰী 'উঠি ৰজা বহি ৰজা'। খাটাৰ ভাৰ দি বিয়া খাটাং কৰাৰ লগে লগে বিয়া ঘৰত ঘদম্‌দম্ লাগি পৰে। সুৱাগৰ ধান বন্ধাৰে পৰা আৰম্ভ কৰি জোৰণ দিয়া, পানী তোলা, দৰা-কইনাৰ মূৰত পানী চতিওৱা, নান্দীমুখ শ্ৰাদ্ধৰ সময়ত দৰা-কইনাৰ মূৰত পাট্‌কু ধৰা, গা ধুওৱা, সুৱাগ তোলা, সুৱাগ জাৰা বৰ বৰি নিয়া, লগুণ গাঁঠি বন্ধা, আগ দিয়া, নেওতা দিয়া আদি বিবাহৰ বিচিত্ৰ লোকাচাৰৰ গোবৰ্দ্ধন ভাৰ নাৰী সমাজেই বহন কৰে। বিয়াৰ প্ৰাণ শক্তি বিয়াগীত। বিয়াৰ আৰম্ভণিৰ পৰা শেষলৈকে মোটামুটিভাৱে পয়চল্লিছটা পৰ্য্যায়ত ভাগ কৰিব পৰা বিয়াগীতবোৰতেই "মুখ মেলিলেই গৰ্ভ দেখা" কথাষাৰৰ সত্যতা প্ৰমাণ কৰিব পাৰি। বিয়া সমাপ্ত হোৱাৰ পিছত পুৱতি নিশা বা ৰাতিপুৱা "ঘৰ চত্‌কা" অনাকটা কাপোৰৰ ওপৰত সজাই থোৱা চৰিয়া আৰু লোটা ভৰিৰে ঠেলি ন কইনাই স্বামী গৃহত প্ৰৱেশ কৰে। ন কইনাই স্বামী গৃহৰ চাৰিওফালে "সমাহ" (চাউল আৰু মাহৰ সংমিশ্ৰণ) দলিওৱা, শাহুয়েকে দৰা-কইনাৰ কাণত "সা দিয়া", মাটিত পাটী পাৰি বহা, ভৰা কলহৰ ভিতৰত হাত ভৰাই সোণ-ৰূপ বিচাৰি অনা, দৰাক গা ধুবলৈ পানী আৰু সলাবলৈ অনাকটা "তেলছ" (আঢ়ৈ হাত বা তিনিহাত দীঘল পখৰা গামোছা) দিয়া, দৰা ঘৰৰ মানুহক মান ধৰা আদি লোকাচাৰ পালন কৰে। পিতৃ গৃহৰ অমঙ্গল হয় বুলি কইনাই "বিয়াৰ ভাত" নিদিয়া পৰ্য্যন্ত স্বামী গৃহত ভাত নাখায়। বিয়াৰ পাছদিনা বজালী আৰু বৰনগৰ অঞ্চলত আইসকলে "বাইহানাম" ধৰে। এইখিনিতে উল্লেখযোগ্য যে বঙালী সমাজৰ নিচিনা অসমীয়া সমাজত বাহী বিয়াৰ প্ৰচলন নাই। তিথি, নক্ষত্ৰ, দিন-বাৰ চাই দৰা-কইনাক "ঘৰ দিয়ে"। নাৰী জীৱনৰ ছন্দোময় স্বৰ্ণালী মুহূৰ্ত্ত ফুলশয্যাৰ নিশাটিও তাৎপৰ্য্যপূৰ্ণ আচাৰ-নীতিৰে পৰিপূৰ্ণ। মুৰ শিতানত দুণি (বেতৰ দোণ বা খৰাহীত আঢ়ৈ চাউল ভৰাই তাৰে ওপৰত পকা কল এক আখি দি ৰখা মাংগলিক যতন) এটি ৰাখি, চাকি-বন্তি জ্বলাই ধূপ-ধূনাৰ গোন্ধেৰে আমোদিত কৰি ৰখা পৰিৱেশত কইনাই নিজ হাতেৰে দৰাৰ ভৰি ধুৱাই দিয়ে।

মূৰৰ চুলিৰে ভৰি মচি, পতি পৰম গুৰুৰ চৰণত সেৱা জনাই, স্বামী দেৱতাক এগিলাচ গাখীৰ, তামোল-পাণ, লং-এলাচি যাচি বোৱাৰী জীৱনৰ পাতনি মেলে— “জীয়াৰী হ'বলৈ লাগে ক'ত বেলি, বোৱাৰী ব'বলৈ টান” বোলা কথাষাৰৰ সত্যতা প্ৰমাণৰ পথত অগ্ৰসৰ হয়। বিয়াৰ পিছত দৰাক আঠ মঙলা দিয়া, দৰা ঘৰৰ মহিলাই কইনাক “সংলা দিয়া” (বিয়াৰ পিছত দৰা ঘৰৰ কেইজনীমান বেজুৰীয়া মহিলাই চুবুৰীয়াৰ পৰা বিচাৰি অনা চাউলৰ স'তে কল, মিঠাই, গাখীৰ, তামোল-পাণ আদি লৈ গৈ কইনাজনীক ঠিক জোৰোণৰ নিচিনা তেল সিন্দুৰ পিন্ধাই দ্বিতীয় বাৰৰ বাবে দৰা ঘৰলৈ কইনা অনা অনুষ্ঠান) আদি অনুষ্ঠানো নানা লোকাচাৰ সন্নিবিষ্ট। বিয়া বুলি ক'লে ভেকুলী বিয়া, পুতলা বিয়া, পুহন বিয়া, শান্তি বিয়া (ধুৱেনী) ইত্যাদিকো আঙুলিয়াব পাৰি।

মৃত্যু সম্পৰ্কে ইংৰাজীত এষাৰ কথা আছে — “So little does, so much to do” জন্মৰ সহযাত্ৰী মৃত্যু। মৃত্যু অবাঞ্চনীয়, অসহনীয় হ'লেও হেজাৰ বছৰ আগতে হিন্দু ধৰ্মই দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰা আত্মাৰ অমৰত্বৰ ওপৰত অবিচলিত আস্থা ৰাখি, মৃতকৰ আত্মাৰ মুক্তিৰ বাবে আৰু পৰিয়াল-পৰিজনৰ দুখ-শোক নিবৃত্তিৰ বাবে নানা ক্ৰিয়া-কৰ্ম অনুষ্ঠিত কৰে। বৰপেটা জিলাত এক শৰণীয় সমাজৰ বাহিৰে বাকী সকলোৱে বৈদিক আৰু লৌকিক নীতি-নিয়মেৰে পালন কৰি অহা তেৰাত্ৰি, চতুৰ্থা দহাকৰ্ম, শুদ্ধি, সপিণ্ডন, মৎস্যস্পৰ্শ আদি প্ৰতিটো অনুষ্ঠান পুৰুষ প্ৰধান হ'লেও এই ক্ষেত্ৰত নাৰীয়ে অংশ গ্ৰহণ নকৰাকৈ নাথাকে। কাৰণ এইটো সৰ্বজন স্বীকৃত কথা যে যিকোনো ঠাইৰ নাৰী সমাজতহে লুকাই থাকে লোক-সংস্কৃতিৰ প্ৰকৃত ৰূপ। পিতৃ, মাতৃ, শাহু, শহুৰ, ভাইশহুৰ, সখী, মিত্ৰ, ভাগিন আদিৰ মৃত্যুত নাৰী সমাজে নানা প্ৰকাৰে ব্ৰত উপবাসেৰে নিজৰ দায়িত্ব আৰু কৰ্তব্য পালন কৰে। কিন্তু আ-অলংকাৰেৰে বিভূষিতা, কপালত দগ্‌মগীয়া ৰঙা সিন্দুৰৰ ফোঁট লৈ অপেশ্বৰী হৈ থকা মানুহজনী বিধবা হ'লে স্বামীয়ে হেনো ৰূপটো লৈ যায়। প্ৰকৃতাৰ্থত বিধবাই পালন কৰা লোকাচাৰসমূহ সংযম আৰু সহনশীলতাৰ আখৰা যদিও কেতিয়াবা লোকাচাৰৰ অতিচাৰে “এনেয়ে মৰে ঋষিৰ শাপত তাতে ধানৰ ভাপত দিয়া”ৰ নিচিনা অৱস্থা



হয়। বিশেষকৈ অতীতৰ ব্ৰাহ্মণ, কায়স্থৰ বিধবা “জীয়ন্ততে মৰা”। ব্ৰাহ্মণৰ বিধবাই সম্পূৰ্ণ এবছৰলৈ মাটিত শুই, এসন্ধ্যা হবিশ কৰি, বছৰেকীয়া শ্ৰাদ্ধৰ অন্তত 'বিধবা মতা ভোজ'ত এসাজ খাইহে উদ্ধাৰ পৰাচিত হোৱা, এবছৰলৈ নৈ পাৰ নোহোৱা, চিৰজীৱনৰ বাবে মাছ-মাংস, মহৰ গাখীৰ আদি পৰিত্যাগ কৰা, কোনো মাংগলিক অনুষ্ঠানতে আগভাগ নোলোৱা, ফুলাম কাপোৰ বা গহনা-গাঁঠৰি নিপিন্ধা, ডাঙৰকৈ হাঁহি-মাতি কথা নোকোৱা, দোমাহী, একাদশী, অমাৱস্যা, পূৰ্ণিমা, অম্বুবাচী আদি তিথিসমূহ নিষ্ঠাৰে পালন কৰাৰ উপৰিও “বাৰ মাহত তেৰটা লেঠা”ৰ পৰা হাত সাৰিব নোৱাৰে। জন্ম, মৃত্যু আৰু বিবাহৰ পিছতেই নাৰীয়ে সক্ৰিয় অংশ গ্ৰহণ কৰা কৃষিভিত্তিক উৎসৱ হ'ল বিহু। বৰপেটীয়া ভাষাত দম্হী। বহাগ বিহু, মাঘ বিহু আৰু কাতি বিহু এই তিন দম্হী। অসমৰ অন্যান্য ঠাইৰ নিচিনা বৰপেটা জিলাৰ নাৰীয়েও বহাগ বিহুত বিহুৱান বোৱা আৰু দিয়া, মূৰত মাহৰ ভৰণ লোৱা, গাত মাহ-হালধি ঘঁহা, সাতশাক খোৱা আদি অনুষ্ঠানসমূহ পালন কৰে। কিন্তু এই অঞ্চলৰ নাৰীয়ে 'দাৰু ভজা খোৱা' (বহাগৰ মানুহ বিহুৰ দিনা দোকমোকালিতে বাৰীত থকা সকলো প্ৰকাৰ গছ-গছনিৰ কুঁহিপাত আনি ঔষধ প্ৰমাণে প্ৰস্তুত কৰা অলপমান শাক ভজা) সাতশাক তোলা বা “সাথেক তোলা”, “জ্বাল খোৱা” (জালুক, জলকীয়া, মিঠি, কালজীৰা, ধনিয়া আদা, পিয়াজ, নহৰু, আফুগুটি, গৰম মছলা, তেজপাত, তিল, মাটি মাহ, আঢ়ৈ চাউল, গন্ধ চানা, মানি মুনি, ভেদাইলতা আদি পটাত পিহি প্ৰস্তুত কৰা বিশেষ ধৰণৰ জোল) আদি কিছুমান আচাৰ নীতি বিশেষ বৈশিষ্ট্যপূৰ্ণ আৰু সম্পূৰ্ণ সুকীয়া। বৰপেটাৰ কৈৱৰ্ত্ত সমাজৰ নাৰীয়ে বহাগৰ প্ৰথম দোমাহীৰ দিনা দিন দুপৰতে মুকলি পথাৰত পালন কৰা “সাথেক তোলা” বিহুত কিছুমান অশ্লীল গীত গায়। বৰপেটা জিলাৰ কৃষিজীৱী সমাজৰ নাৰীয়ে কৃষিভিত্তিক বিভিন্ন উৎসৱৰ অনুষ্ঠানত বিভিন্ন লোকাচাৰ পালন কৰে।

কৃষি পদ্ধতি নাৰীৰেই অৱিস্কাৰ বুলি স্বীকাৰ কৰি ল'লেও নাৰীয়ে কৃষি কৰ্মত সক্ৰিয় সহযোগ কৰাত কিছুমান বাধা নিষেধ আছে। এই বাধা নিষেধৰ মূলতে পাৰ্বতী পৰম্পৰাত বিশ্বাসী নাৰীয়ে আজিও ধানেৰে উপচি থকা সোণালী পথাৰ চাই আচাং বিচাং নকৰে। নাৰীয়ে

ৰোৱা কটা কৰিলেও পথাৰৰ পকা ধান চাবলৈ যোৱা মানা। তথাপি গোচ লোৱা, নাঙল ধোৱা, ধানৰ আগ অনা এই সকলোবোৰ উৎসৱ লখিমীৰ লখিমী হাতৰ পৰশতহে সুন্দৰ হৈ উঠে। বিভিন্ন উৎসৱ-অনুষ্ঠানত বিভিন্ন সা-সামগ্ৰী যা-যোগাৰ কৰি বিভিন্ন নীতি-নিয়মৰ মাজেৰে পৰিৱেশন কৰিলেহে উৎসৱ সাৰ্থক হয়। মুঠতে উৎসৱ বুলি ক'লে নাৰী আৰু লোকাচাৰ, টকাটোৰ যেন ইপিঠি-সিপিঠি।

লোক-সংস্কৃতি বিজ্ঞান সন্মত আৰু পদ্ধতিগত অধ্যয়নৰ প্ৰক্ৰিয়া অনুসৰি লোক প্ৰথা বা লোকাচাৰৰ অন্য এটি বিভাগ হ'ল খেল-ধেমালি। অসমৰ লোক-সংস্কৃতিৰ পথ প্ৰদৰ্শক ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে খেল-ধেমালি সম্পৰ্কে কৈছে যে "খেল-ধেমালিৰ ধৰণ-কৰণৰ পৰা জাতিৰ শক্তি, সাহস, বীৰত্ব, কৰ্ম শক্তি আৰু আমোদ-প্ৰমোদৰ বিষয়ে জানিব পাৰি।" (অসমৰ লোক-সংস্কৃতি, পৃঃ২৪) খেল-ধেমালি অৱসৰ বিনোদনৰ উত্তম আহিলা। প্ৰকৃতাৰ্থত ল'ৰাবোৰৰ মাজতহে খেলৰ প্ৰচলন বেছি। কৈশোৰ আৰু যৌৱনৰ সময়ছোৱা যেন ধেমালিৰ সোণালী ক্ষণ। বৰপেটা জিলাৰ নাৰী বিশেষকৈ অতীতৰ মহিলা সমাজ খেল-ধেমালীৰ ৰং-ৰহইচৰ পৰা বহু নিলগত আছিল। এগৰাকী পাশ্চাত্য পণ্ডিতে দুখ কৰি কৈছে যে ভাৰতীয় নাৰীয়ে কেঁচুৱাৰ পৰা বোৱাৰীলৈ লং জাম্প মাৰে — "Again in India, we have no girls or young ladies. We meet in India with female children and wives, as the Indian woman passes at once from being a child to being a wife." (Tamil Proverbs by Harman Jensen)

বৰপেটা জিলাৰ নাৰীয়েও খেল খেলাৰ বাবে শৈশৱ, কৈশোৰ আৰু যৌৱনত, ধেমালিৰ সোণালী ক্ষণত, মুক্ত বিহগীৰ স্বাধীনতা নেপায়। "ইফালে নাযাবি ৰজাৰ ঘাট, সিফালে নাযাবি বজাৰ ঘাট" বোলা এশ এটা বাধা নিষেধৰ পলু লেটাত আৱদ্ধ হৈ পৰে। অৱশ্যে খেলৰ ক্ষেত্ৰত থকা বাধা নিষেধৰ সামাজিক, ৰাজনৈতিক, শাৰীৰিক বহুতো কাৰণ নোহোৱা নহয়। বৰপেটা জিলাৰ নাৰী সমাজত বৰ্ত্তি থকা লোক খেল-ধেমালিসমূহ হ'ল — ফেচুদোলা, অকণিৰ ৰন্ধা-বঢ়া খেল, পুতলাৰ দৰা-কইনাৰ খেল, হাপিত কা (হেতালি) বা লাচ খেল, হাউ খেল, লুকোট্ কোট্ (লুকা ভাকু), লেকচুটি, ঘিলা খেল, কড়ি খেল, ৰজা ৰাণী খেল, কপালত টুকুৰিওৱা খেল, ছাগল দানী খেল, সাঁতোৰ, জাখে কুকি খেল, কোমৰা টনা খেল, গছ কটা খেল, ভাকুট কুটোৱা খেল, আকো মাকো খেল, চিৎ চিৎ পখিলা খেল ইত্যাদি। নাৰীৰ মাজত প্ৰচলিত খেলবোৰৰ বিশেষত্ব হ'ল প্ৰায়বোৰ খেল সুৰীয়া আৰু সমূহীয়া। সমাজ বিজ্ঞানীৰ দৃষ্টিত সামুহিক খেলবোৰ বেছি পুৰণি। কাৰণ প্ৰাচীন যুগত ঐক্যবদ্ধতাই আছিল সমাজৰ ভেঁটি। এই আটাইবোৰ খেলৰ ভিতৰত ছোৱালীসকলৰ প্ৰিয় খেল হেতালি আৰু হাউখেল। ৰোৱনী-দাৱনীৰ কেঁচুৱা ৰাখিবলৈ যোৱা অকণিহঁতে আজৰি পৰত পথাৰৰ দাঁতিত থকা গছৰ ছাঁত, কাৰোবাৰ গোহালি বা ঢেঁকীশালত গীত গাই গাই হেতালি কৰে —

ও লাচ তো লাচ
বাপে আন্‌চে বৰ লাচ
লাচকে লৌছ্লু
পকা কল কৌটলু।

আমি জনাত খেল-ধেমালিৰ অন্য গীততকৈ হাউখেলৰ অসংখ্য গীতে বৰপেটা অঞ্চলত এই খেলৰ জনপ্ৰিয়তাৰ ইংগিত দিয়ে। বৰপেটা অঞ্চলত প্ৰচলিত হাউখেলৰ এটি জনপ্ৰিয় গীত হ'ল —

কুটৰে কুটো সান্দাহ কুটো
খাওঁ কি নাখং
অলপ মেন ভিজো
অলপ মেন ভিজো।

পৃথিৱীৰ সকলো অকণিয়ে লুকাভাকু খেলে। বৰপেটা জিলাতো লুকাভাকু খেলোতে ছোৱালীবিলাকে গায়, "ৰাতি পোল পোল মাইতাবাৰ জেকে হাগিবা গোল"। ইয়াৰ বাহিৰেও কিছুমান খেল আছে যিবিলাক খেলত হাৰা জিকাৰ প্ৰশ্ন নাই। মাত্ৰ ইজনে সিজনক জব্দ কৰে, নাইবা জোকায়। যেনে- এজনক টিপু চুলতান বুলিব দি, টিপু চুলতান বোলাৰ লগে লগে গাত টিপি, চুলিত টানি দৌৰ মাৰে। কেতিয়াবা আকৌ কাৰোবাৰ শাৰীৰিক অসংগতি লৈ ভেঙুচালি কৰিও ৰং-ৰহইচ কৰে। যেনে-

লাউ টক্ৰি ঘুণে খাইতি
খৈলাহ মাছৰ জুল,
লাউ টক্ৰি খালত পৰছে
চুলিত ধৰি তুল।
❖ ❖ ❖ ❖ ❖ ❖ ❖
চৈইত মাইহা পকা বেলস

পিৰ্কা কাণি চোক্ষু মেল ইত্যাদি। এনেকৈ জব্দ কৰা খেল বঙালী সমাজতো প্ৰচলিত। যেনে- "তোৰ নাম কি? আমৰা। কাছা গুৰে কাম্ৰা"। "সিমুখোৰ দেখি চাইলি কিয়, গল মত্কা খালি কিয়, কচুৰ পাতত হাগি থৈছিলু, নু তেলেদি খালি কিয়?" নাইবা আগে মাতা আগে মাতা কিয়া গৰু খাই, পাছে মাতা পাছে মাতা গংগাক যাই", "ছাঁ কৰাকৰি মায়েক মৰা মৰি", "ফুলেশ্বৰী আই তোৰ ফুলোৰ তলোত ঘৰ, লালে আইহ্লি কবি আই পানী লাগাজ্বৰ" ইত্যাদি কিমান যে জব্দ কৰা গীত আছে তাৰ সীমা সংখ্যা নাই। ছোৱালীবিলাকে চোতালত আঁচ টানি লৈ জপিয়াই জপিয়াই লেক চুটি খেল খেলিবলৈ ভাল পায় যদিও, চোতালত আঁচ টানিলে ধাৰ লাগে বুলি গৃহস্থই চকু থিয় কৰি ৰাখে। উল্লেখযোগ্য যে অষ্ট্ৰেলিয়াৰ আদিবাসী সমাজত পিতৃয়ে চিকাৰলৈ গ'লে ল'ৰা-ছোৱালীবিলাকে দেউতাকক অৰণ্যত বাট হেৰুৱাব বুলি ঘৰত একো আঁক-বাঁক নাটানে।

ছোৱালী পুষ্পিতা হোৱাৰ লগে লগে খেল-ধেমালিৰ পথাৰত লক্ষণ-ৰেখা পৰে। খোজে প্ৰতি - "ছোৱালী মানুহ" বোলা সাঁকিয়নী মন্ত্ৰৰ প্ৰভাৱত খেল-ধেমালিৰ লগত সম্পৰ্ক ছেদ কৰি বৰপেটাৰ ছোৱালীয়ে কাম বনত হাত দিয়ে। উল্লেখযোগ্য যে খেল-ধেমালিৰ মাজত সমাজ জীৱনৰ বহুতো তাৎপৰ্য্যপূৰ্ণ কথাৰ ইংগিতৰ লগতে নানা নীতি-নিয়ম নিহিত হৈ আছে। লোক-সংস্কৃতিৰ দ্বিতীয় পৰ্য্যায় সামাজিক লোকাচাৰ বা লোক প্ৰথাৰ অন্য এটি ভাগ হ'ল লোক ঔষধ। বৰপেটা জিলাৰ নাৰীয়ে লোক ঔষধ ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত "খেৰৰ কুটা বেৰাৰ মাটি" বুলি বিনয় বচন মাতে যদিও এওঁলোকৰ অভিজ্ঞতাৰ তুলনা নাই। শিশুৰ বাবে মাকেই ডাক্তৰ, নাৰ্চ সকলো। "ওঁজাই ৰজাই সমান" বুলি বেজক স্বীকৃতি দিয়া অসমীয়া সমাজত অতীতৰে পৰা বেজেনীৰ অৰ্থাৎ আমাৰ ভাষাত "অজেনী"ৰ সন্মানেই সুকীয়া। অৱশ্যে কেতিয়াবা অজেনীক ভয়তহে ভজে। অজেনীসকলে পুৰ্ব পৰম্পৰা ৰক্ষা কৰি চলে। বৰপেটা জিলাৰ প্ৰতিজনী নাৰীয়ে কম বেছি পৰিমাণে লোক ঔষধ তৈয়াৰ আৰু ব্যৱহাৰৰ প্ৰক্ৰিয়া জানে। বহুতো বেমাৰ-আজাৰ নিৰাময়ৰ কাৰণে নাৰী সমাজে 'ডাকৰ বচন বেদৰ বাণী' বুলি মানি চলে। নাৰী সমাজে লোক ঔষধ তৈয়াৰ কৰোঁতে তন্ত্ৰ-মন্ত্ৰ আৰু যাদু বিদ্যাৰ আশ্ৰয় লয়। তন্ত্ৰ-মন্ত্ৰৰ বাহিৰেও বিভিন্ন দেৱী-দেৱতা, গ্ৰহ, নক্ষত্ৰ, ভূত, প্ৰেতে জাপি দিয়া বেমাৰ আৰোগ্যৰ বাবে "গহে ইচ্ছাই পূজা" দিয়ে। মন্ত্ৰৰ অধিস্থাত্ৰী দেৱী "কামৰূপে কামাখ্যা" থকাৰ বাবেও বৰপেটা অঞ্চলত মন্ত্ৰৰ প্ৰভাৱ বেছি। আজিও বহুতো পৰিয়ালে পুৰণি সম্পদ বুলি মন্ত্ৰ পুথিসমুহ নানান নীতি নিয়মৰ মাজেদি সংৰক্ষণ কৰি ৰাখি থৈছে। তাহানিৰ চিত্ৰলেখাৰ মোহিনী বিদ্যাৰ প্ৰভাৱতে আজিও পুৰুষ-মহিলাই পৰস্পৰে পৰস্পৰক আকৰ্ষণ কৰিবলৈ মন্ত্ৰৰ লগতে নানা যাদু বিদ্যাৰ আশ্ৰয় লয়। কেঁচুৱাই পায়খানা নকৰিলে পাণৰ ঠাৰি দিয়া, কেঁচুৱাৰ চকুৰ অসুখ হ'লে চকুত মাকৰ গাখীৰ চেপি দিয়া, গছ-গছনিত ভইভৰ দি ফল লাগিবলৈ দৌলত ভঙা বাঁহৰ চোত মেৰিয়াই দিয়া, বহাগ বিহুত লাগ লাগ বুলি গছত ধান খেৰ বান্ধি দিয়া, বন্ধ্যা নাৰীক 'দধি মথন'ত কৃষ্ণই ভঙা কলহৰ খোলা খাবলৈ দিয়া, সন্তান কামনাৰে বিশেষকৈ বৰপেটাৰ গণককুছি সত্ৰত থকা ৰঙিয়াল ফুলৰ তলত অনাকাটা কাপোৰ পাৰি থোৱা, মাকৰ চুলিৰে কেঁচুৱাৰ জিভাৰ জাৰি গুচোৱা, কেঁচুৱাক ক'লা ফোট দিয়া, কেঁচুৱাৰ ডিঙি হাতে ককাঁলে ভৰিয়ে নানা ধৰণৰ তাবিজ কবচৰ লগতে নানা পশু-পক্ষীৰ দাত, নখ আদি আঁৰি দিয়া, মূৰত নানা ৰকমৰ ভৰণ দিয়া, দাঁত গজাৰ বাবে ঘন চিৰিকাই ওমলা গাঁতৰ ধূলি দাঁতৰ আলুত ঘঁহি দিয়া, চুলি বঢ়া ঔষধ, হাড়-মুৰ জোৰা লগা ঔষধ, পেটৰ অসুখ, চকুৰ অসুখ, বসন্ত ৰোগ, জ্বৰ, পানী লগা, জুয়ে পোৰা, কটা-চিঙা ঘাঁ - ফোহা ইত্যাদিৰ বাবে মহিলাসকলে ক'তযে লোক ঔষধ প্ৰস্তুত কৰে তাৰ লেখ-জোখ নাই। বৰপেটা জিলাৰ বিয়াত দৰা-কইনাক যাতে কোনেও আহুদি কৰিব নোৱাৰে তাৰ বাবে মাকে সুৱাগ তোলা দৌল বা পুখুৰী আৰু গা ধুওৱা কলৰ গুৰিত গোপণে প্ৰস্ৰাৱ কৰে। বৰপেটা

জিলাৰ নাৰীয়ে কেৱল ভাল কৰা ঔষধেই নহয়, 'ভেল কৰা' ঔষধো জানে। অনাকাটা কাপোৰৰ দহি, মূৰৰ চুলি, প্ৰস্ৰাৱ কৰা ঠাইৰ মাটি, নখ আদি চুৰ কৰি নি কু-মন্ত্ৰ কৰি গা সলনি দিয়ে, টেকেলি জাৰি পানীত পেলাই দি নাইবা ঔষধ কৰি মৃত্যু মুখলৈ ঠেলি দিবও পাৰে। বিয়াৰ "সোৰ মালা"ৰ জাপ চাকিৰ মাজৰ তামোল-পাণ জোৰ নিও দৰা-কইনাৰ অনিষ্ট কৰিব পাৰে। দৰাৰ ভৰি ধুওৱা পানীখিনি কুকুৰৰ গাত ঢালি দিলে দৰাই চিৰ জীৱন শাহু-শহুৰৰ কুকুৰ হৈ থকা, কইনাই স্বামী গৃহত নাদত "সমাহ" পেলাই দৰাঘৰৰ মানুহক পানী হেন কৰি ৰখা আদি লোক বিশ্বাসে যাদু মন্ত্ৰৰ কাম কৰে। লোক ঔষধ অৰ্থাৎ ৰোগাৰোগ্যৰ সকলোবিলাক বিধি-ব্যৱস্থাত বৈজ্ঞানিক সত্যতা নাই যদিও এটা সময়ত এই বিলাকৰ প্ৰতি মানুহৰ আস্থা আছিল গভীৰ যাৰ বাবে বিশ্বাসে আদি মূল হৈ ঔষধ আৰু মন্ত্ৰই কাম দিছিল। আঙৰ জ্বৰত তিয়ঁহৰ ভৰণ, জ্বৰৰ ঔষধ খৰত যঁহা আদি ফকৰা যোজনাই লোক ঔষধৰ অভিজ্ঞতাৰ কথা সোঁৱৰায়। মৰাৰ আগে আগে অইনক মন্ত্ৰ শিকাই থৈ নগ'লে চিতাৰ জুয়ে অজেনীৰ মুখ নোপোৰে বুলি জনবিশ্বাস এটি থকা স্বত্বেও যাকে তাকে মন্ত্ৰ নিদিয়ে। কাৰণ নিয়ম-নীতি নাথাকিলে মন্ত্ৰ নাফাকে। কেতিয়াবা আকৌ ভালে কাল হয়।

বৰপেটা জিলাৰ নাৰীয়ে ঠিক্‌না চায়ো ভূত-ভৱিষ্যতৰ কথা কোৱাৰ লগতে ৰোগ নিৰ্ণয় কৰিব পাৰে। বৰপেটাৰ কোনো কোনো অঞ্চলত জক্ উঠা তিৰোতা আছে। তেওঁলোকৰ পৰাও ৰোগাৰোগ্যৰ নানা বিধি ব্যৱস্থা পাব পাৰি। এইখিনিতে এটা উল্লেখযোগ্য কথা যে সাপৰ মন্ত্ৰৰ ক্ষেত্ৰত নাৰীৰ হাত নাই। আনকি সৰ্পই দংশন কৰা মানুহক নাৰীয়ে স্পৰ্শও নকৰে। যি কি নহওঁক ডাক্তৰ, কবিৰাজ নথকা দিনত এইবোৰ লোক ঔষধৰ গন্ধমাদনতেই নাৰী সমাজে বিশল্যকৰণীৰ সন্ধান পাইছিল।

সামাজিক লোকপ্ৰথাৰ অন্য এটি বিভাগ হ'ল লোক ধৰ্ম বা লোক বিশ্বাস। ধৰ্ম বুলি ক'লে সাধাৰণতে আমাৰ মনত ভাঁহি উঠে এনে এখন ছবি, য'ত থাকে প্ৰাৰ্থনা, অৰ্চনা অথবা সেৱা পূজাৰ বিচিত্ৰ সম্ভাৰ। কিন্তু লোক ধৰ্ম এনেকুৱা আনুষ্ঠানিক ক্ৰিয়াৰ লগত জড়িত নহয়। ই সম্পূৰ্ণ মানুহৰ আন্তৰিক বিশ্বাস, আন্তৰিক উপলব্ধি। লোক



ধৰ্ম বা লোক বিশ্বাসৰ ইংৰাজী প্ৰতিশব্দ Superstition ৰ অৰ্থ হ'ল Superstition in common performance, designates the sum beliefs and practices shared by other people, in so far as they differ from our own. What we belief and practice ourselves is, of course, Religion [Alexander H. Krappe, The Science and Folklore, P.2-3, Newyork, 1964] লোক ধৰ্ম বা লোক বিশ্বাস সম্পৰ্কে ডঃ নবীন চন্দ্ৰ শৰ্মাদেৱে কৈছে- "লোক জীৱনত জগত জীৱন সম্পৰ্কে বিভিন্ন বিশ্বাস চলি আছে। এনে বিশ্বাসৰ ওপৰতে ধৰ্মীয় বুনিয়াদ ৰচনা কৰা হয়।" অকল অসমতে নহয়, সমগ্ৰ পৃথিৱীৰ মানুহে বৈচিত্ৰপূৰ্ণ লোক ধৰ্ম পালন কৰে। লোক ধৰ্ম বা লোক বিশ্বাসৰ দাপোনত সমাজ এখনৰগতিবিধি, ৰীতি-নীতি, চাল-চলন, ধৰণ-কৰণ আদি স্পষ্ট ৰূপত প্ৰতিভাত হয়। লোক ধৰ্মৰ অনুশাসনে মানুহক নীতি বহিৰ্ভুত কৰ্মৰ পৰা আঁতৰাই ৰাখে। প্ৰকৃতাৰ্থত লোক ধৰ্ম সুশৃংখল সমাজৰ বাঘজৰী। বৰপেটা অঞ্চলৰ নাৰীৰ লোক ধৰ্ম বা লোক বিশ্বাসৰ অন্তৰালত আছে শাস্ত্ৰ নিৰ্দ্ধাৰিত আৰু শাস্ত্ৰ বহিৰ্ভূত কিছুমান নীতি-নিয়ম, যিবোৰ নীতি-নিয়মে এই জগতৰ জড় আৰু চেতন সকলোকে সামৰি লোৱা দেখা যায়। লোক ধৰ্ম বা লোক বিশ্বাসৰ ইতিবাচক আৰু নেতিবাচক এই দুটা দিশ থাকিলেও, নেতি বাচক দিশটো বেছি শক্তিশালী। কাৰণ অমংগলসূচক কথাবোৰৰ পৰা পৰিত্ৰাণৰ পথ বিচৰা প্ৰতিজন মানুহৰে জন্মগত স্বভাৱ।

লোক ধৰ্ম বা লোক বিশ্বাসে পুৰুষ নাৰী উভয়কে স্পৰ্শ কৰে যদিও, নাপায়-পায় কথাবোৰ নাৰীৰ গাতহে বেছিকৈ লাগে। লোক-ধৰ্ম বা লোক-বিশ্বাসৰ ইতিবাচক আৰু নেতিবাচক দুয়োটা দিশ থাকিলেও, নেতিবাচক বিশ্বাসৰ সংখ্যাই অধিক।

বৰপেটাৰ নাৰী সমাজৰ লোক-ধৰ্ম বা লোক-বিশ্বাসে এই জগতৰ জড়-চেতন সকলোকে সামৰি লোৱা দেখা যায়। তথাপি তাৰে মাজতে সহজে চকুত পৰা লোক ধৰ্ম বা লোক বিশ্বাসসমূহ হ'ল- প্ৰকৃতিকেন্দ্ৰিক, কৃষিকেন্দ্ৰিক, মানৱকেন্দ্ৰিক, ভৌতিক সংস্কৃতি (বাচন বৰ্তন, ঘৰ দুৱাৰ, আ-অলংকাৰ, স্থপতি বিদ্যা, ৰন্ধন প্ৰণালী, চিত্ৰকলা আদি) কেন্দ্ৰিক,

লগতে আত্মা-প্ৰেতাত্মা, ভূত-পিশাচকেন্দ্ৰিক অগণ্তি লোক বিশ্বাস নাৰী সমাজত প্ৰচলিত।

আদিম মানৱৰ প্ৰকৃতি ভীতি আৰু প্ৰকৃতি প্ৰীতিৰ আঁত ধৰিয়েই গঢ়ি উঠিছে প্ৰকৃতিকেন্দ্ৰিক অসংখ্য লোক বিশ্বাস প্ৰকৃতিৰ লগত মানুহৰ আত্মীক সম্পৰ্ক লক্ষ্য কৰিয়েই স্পিনোজাই কৈছে যে প্ৰকৃতিয়েই ঈশ্বৰ। প্ৰকৃতিকেন্দ্ৰিক লোক বিশ্বাসৰ আঁৰত আছে প্ৰকৃতিক তুষ্ট আৰু আয়ত্বাধীন কৰি লোৱাৰ আদিম মানসিকতা। প্ৰকৃতি বুলি ক'লে হাতীৰ পৰা চাহীটোলৈ সামৰি ল'ব লগাত পৰে যদিও, মানৱৰ সহ অৱস্থানৰ সংগী বিশেষকৈ পোহনীয়া জীৱ-জন্তু হাতী, ঘোঁৰা, হাঁহ, পাৰ, ফেঁচা, হাপা, হুদু, শগুণ, শিয়াল, কাউৰী, চিলনী, বাদুলি, জেঠী, মকৰা, পখিলা লগতে নৈ, নিজৰা, পৰ্বত-পাহাৰ, গছ-গছনি, মাটি, শিল ভিত্তিক অসংখ্য লোক ধৰ্মই নাৰী সমাজে নিয়ন্ত্ৰণ কৰি আছে।

কাউৰী সংক্ৰান্ত লোক ধৰ্মৰ সংবিধান "কাক চৰিত্ৰ"। কাউৰীলৈ সোণৰ কাড় নালাগে বুলি কাউৰীক উপলুঙা কৰিলেও মানুহৰ সকলো প্ৰকাৰৰ শুভাশুভ নিৰ্ণয়ত কাউৰী বিনা পইচাৰ দৈবজ্ঞ। বৰপেটা অঞ্চলৰ মহিলাই আগ চোতালত ভাল বেয়া আৰু অতিথিৰ নামত তিনি ভাগ চাউল দি কাউৰীৰ হতুৱাই ভৱিষ্যতৰ বতৰা লয়। কাউৰীয়ে কল্‌কলালে অতিথি অহা, কৃষ্ণ পক্ষত ঘৰৰ মূধত উত্তৰ মুৱাকৈ বহি কা কা কৰিলে, মূৰৰ ওপৰত ঘূৰি ঘূৰি চিঞৰিলে, কাউৰী মিলিত হোৱা দৃশ্য দেখিলে গৃহস্থৰ অমংগল হ'ব পাৰে বুলি নাৰী সমাজে বিশ্বাস কৰে। ঘৰৰ চালে বেৰাই বগাই ফুৰা জেঠীয়েও হয়ত হয়ভৰ দিয়ে- "ঠিক্ ঠিক্ ঠিক্" বুলি। বৰ্ত্তমান গাঁৱৰ শিয়ালে গৈ ৰতনপুৰ পালেও সূৰ্য্য অস্ত যোৱাৰ আগতে শিয়ালে চিঞৰিলে বৰষুণ আহিব পাৰে বুলি নাৰী সমাজে বিশ্বাস কৰে। শিয়ালৰ মুখে মুখে চিঞৰিলে সৰু ল'ৰা-ছোৱালীৰ গাল মুখ ফুলি ঔ যেন হোৱা - বিশ্বাসৰ আঁৰত আছে - ল'ৰা-ছোৱালীৰ কু-অভ্যাস পৰিত্যাগৰ অনুশাসন। কুকুৰে পানী খালে অতিথি অহা, দিন দুপৰতে ওপৰলৈ মূৰ তুলি সুৰ ধৰি চিঞৰিলে দেশৰ অমংগল হোৱা, কুকুৰে চুলে পাগ চুৱা হোৱা, থিয়ৈ থিয়ৈ বস্তু খালে কুকুৰৰ পেটলৈ যোৱা ইত্যাদি কুকুৰকেন্দ্ৰিক লোক বিশ্বাসে পাকে-প্ৰকাৰে মানুহক প্ৰদুষণ মুক্ত কৰি ৰখাত সহায় কৰে বুলি ভাবিবৰ



থল আছে। কুকুৰ, শগুণ, কাউৰী আদিয়ে মানুহৰ শৰীৰত মল-মূত্ৰ ত্যাগ কৰিলে মানুহেও গা পা ধুই পৱিত্ৰ হয়। বৰপেটা অঞ্চলত প্ৰচলিত "আইলা পচু আইলা ভাত, কুকুৰে মুতে ৰাহী গাত" বোলা ফকৰাটি নাৰী সমাজত প্ৰচলিত। মেকুৰীয়ে হাতোৰাৰে মুখ খজুৱালে অতিথি অহা, যান-বাহনৰ আগেৰে মেকুৰী পাৰ হৈ গ'লে অমংগল হোৱা, মেকুৰী বধ কৰিলে যম ৰজাক সোণৰ মেকুৰী দিবলগাত পৰে, মেকুৰী আৰু গৰু অপঘাতে মৰিলে গৃহস্থই প্ৰায়চিত্ত হ'বলগা আদি মেকুৰী সংক্ৰান্ত লোক বিশ্বাসৰ বাবেই হয়তো কোচ ৰজাৰ ৰাণী এগৰাকীয়ে, মেকুৰী বধৰ প্ৰায়শ্চিত্ত কৰিবলৈ কোচ বিহাৰৰ অনাথ নাথ শিৱ মন্দিৰৰ বেৰত মেকুৰীৰ মূৰ্ত্তি সাজি দিছিল। যাৰ বাবে পিছলৈ সেই অঞ্চলটোৰ নামেই হ'ল মেকৃৰীগঞ্জ। ফেঁচাই উৰুলি দিলে বিয়া, নিউ নিউ কৈ মাতিলে মৃত্যু, হুদুই 'হুদু ভিঠেলী খুন্দো' বুলি গদং গদং কৈ মাতিলে ভেঁটি উছন্ন হোৱা, পখিলা গাত পৰি বিয়াৰ বতৰা দিয়া, মকৰাই গাত উৰি নতুন কাপোৰ পোৱাৰ আগজাননী দিয়া, মকৰা মাৰিলে বোৱন-কাটনত 'অভৌটা অকাটন' হোৱা, চোতালৰ আগত শালিকীৰ কাজিয়া লাগিলে ঘৰতো কাজিয়া পেচাল লগা, এটা শালিকী দেখিলে দুখ, দুটাত সুখ আৰু তিনিটাৰ চিঠি এইবিলাক লোক বিশ্বাসো নাৰী সমাজৰ হাড়ে-হিমজুৰে লগা। কপৌয়ে ঘৰৰ মূধত পৰি ৰুণ্ দিলে অমংগল, পাৰ চৰাই ঘৰৰ পৰা অইন ঠাইলৈ উৰি আহিলে ঘৰলৈ লখিমী অহা বিশ্বাসো নাৰী সমাজত প্ৰচলিত। কুকুৰ, শিয়াল, শগুণ, কাউৰী আদিৰ লগত আমাৰ মৃত্যু ভীতি জড়িত হৈ থকাৰ তাত্বিক কাৰণ হ'ল, এইবোৰ প্ৰাণীয়ে মৰাশ খায়।

হিন্দু সমাজৰ "গো মাতা" গৰুকেন্দ্ৰিক লোক-বিশ্বাস অলেখ। গৰুৱে আগ ঠেঙেৰে নিজৰ বুকুলৈ মাতি মাৰিলে গৃহস্থৰ মঙ্গল। গৰুৱে চকু পানী টুকিলে, গৃহস্থইও গৰু মৰা শোকত চকু পানী টুকিলে অমঙ্গল, গো-বধীয়াৰ নৰক গমন, গাই খিৰালে প্ৰথমে বসুমতীক অৰ্পণ, মাঘ বিহুত, বহাগ বিহুত গৰুক সেৱা-পূজা, পূণ্য লাভাৰ্থে শিৱৰ নামত ধৰ্মীয় অনুষ্ঠানত ষাঁড় গৰু দান ইত্যাদি গৰুকেন্দ্ৰিক লোক-বিশ্বাসৰ আঁৰত আছে কৃষিজীৱী সমাজৰ কৃষিৰ বাবে অপৰিহাৰ্য্য গৰুৰ প্ৰতি লখিমী জ্ঞান। 'খায় বন হাগে সুৱন' বোলা কথাষাৰ সমৰ্থ কৰা নাৰী

সমাজত, লক্ষ্মীৰ অধিষ্ঠান বাবে গৰুৰ গোবৰ আৰু 'খিচ্' অতি পবিত্ৰ। মহাভাৰতত আছে, গৰুৱে হেনো চঞ্চলা লক্ষ্মীক গোবৰ আৰু মূত্ৰত অধিষ্ঠান কৰিবলৈ প্ৰাৰ্থনা জনাইছিল। হিন্দুৰ সকলো প্ৰকাৰ পূজা, সেৱা, মাঙ্গলিক অনুষ্ঠানত গোবৰ অপৰিহাৰ্য্য। গোবৰ শুকুৱাই ইন্ধন হিচাপে ব্যৱহাৰ কৰিলে গৃহস্থৰ অমংগল হয় বুলি নাৰী সমাজে বিশ্বাস কৰে।

পোহনীয়া জীৱ-জন্তুৰ গাত পোক লাগিলে তিনি বা পাঁচজন সুদখোৰৰ নাম লিখা কাগজ এখন ৰঙা কাপোৰত টোপোলা বান্ধি জন্তুটোৰ ডিঙিত আঁৰি দিলে পোক মৰা লোক-বিশ্বাসৰ আঁৰত আছে দুখীয়া জনগণৰ তেজপিয়া সুদখোৰৰ প্ৰতি বিতৃষ্ণা আৰু ঘৃণাৰ বহিঃপ্ৰকাশ। তুৰ্কী আৰু আৰবৰ মানুহেও গৃহপালিত জন্তুৰ ডিঙিত মন্ত্ৰপুত বস্ত্ৰ আঁৰি দিয়ে। বঙ্গদেশ, বিহাৰ, ৰাজস্থান আদিতো অনুৰূপ লোক-বিশ্বাসৰ প্ৰচলন আছে।

চোতালৰ আগৰ তুলসী জোপা হিন্দু সমাজৰ মঙ্গলময়ী মাতৃ। চোতালত ডালিম গছ থাকিলে, বহাগ বিহুত নাহৰৰ পাতত মন্ত্ৰ লিখি ঘৰৰ চালতগুজি থ'লে বজ্ৰ ভয় নাথাকে বুলি মানুহে বিশ্বাস কৰে। বড়ো সমাজত সিজু পবিত্ৰ গছ - বুঢ়া বাথৌৰ প্ৰতীক। 'আগফালে তেতেলি পাছফালে ঔ সেই ঘৰৰ গৃহস্থ মৰিল নে নৌ' বোলা লোক-বিশ্বাসৰ বাবেও ঘৰৰ আগে-পাছে তেতেলি আৰু ঔ ৰোৱাৰ বিপক্ষে মহিলাসকলে মাত মাতে। 'ডাকে ফেঁচা ফুলে বাঁহ সেই গিৰি নিটিকে ছয়মাহ' বোলা কথাযাৰেও বাঁহকেন্দ্ৰিক লোক-বিশ্বাসৰ আভাস দিয়ে। ইউৰোপৰ প্ৰসিদ্ধ May Tree উৎসৱৰ দৰে নামনি অসমৰ বাঁহ পূজাৰ অন্তৰালত আছে অনাৰ্য্যৰ লিঙ্গ পূজাৰ সংকেত লগতে আদিম মানৱৰ জীৱনৰ প্ৰয়োজনীয় সম্পদৰ ওপৰত দেৱত্ব আৰোপৰ মানসিকতা। 'বাৰীৰে পাছৰে জাতি বাঁহ এজুপি সিও মোৰ সোদৰৰ ভাই' বোলা লোকগীতটিয়ে অসমৰ জন-জীৱনত বাঁহৰ স্থান নিৰ্ণয় কৰে। গছত ফল নালাগিলে 'লাগ্ লাগ্' বুলি গছত কোবোৱা, মেখেলা আঁৰি দিয়া ইত্যাদি স্পৰ্শজনিত লোক-বিশ্বাসৰ আঁৰত আছে শাস্ত্ৰীয় আৰু লৌকিক প্ৰভাৱ। সংস্কৃত কাব্য নাটকত নায়িকাৰ পদ স্পৰ্শত নুফুলা ফুল ফুলে। আমাৰ ফুলকোঁৱৰৰ স্পৰ্শতো মালিনী বাইৰ ফুলনিত শুকান ডালে



কুঁহি মেলে—

ভৰিৰে মাৰিলো টিপা  
সেউতী মালতী তগৰ গুটি মালী  
সবেও মেলিলে শিপা।

অসম আপুৰুগীয়া ঔষধি গছৰ স্বৰ্গ ৰাজ্য। যন্ত্ৰ সভ্যতাৰ মোহ স্পৰ্শত আৱদ্ধ মানৱে বৰ্তমান প্ৰকৃতিৰ পৰা এফলীয়া হৈ থাকিলেও, অতীতত বহুতো প্ৰকৃতিকেন্দ্ৰিক লোক-বিশ্বাসৰ আঁৰতেই মানুহৰ জীৱনী শক্তি লুকাই আছে বুলি সমাজ বিজ্ঞানেও স্বীকাৰ কৰিছে। বৰপেটাত বসন্ত ৰোগৰ প্ৰতিষেধক হিচাপে বিচনাৰ তলত নিমপাত আৰু ঔ টেঙা ৰাখে। শ্মশানৰ পৰা অহা মানুহক শোকোতা, নিমপাত জুইত দি সেই জুইৰে হাত ভৰি সেকিবলৈ দিয়ে। মাৰ্গাৰিক এচিডযুক্ত নিমপাতত থকা বীজাণু নাশক শক্তিৰ কথা উপলব্ধি নকৰি এটা বা দুটা নিমপাত দাঁতত দি নিয়ম ৰক্ষা কৰা কাৰ্য্যটো বৰপেটীয়া ফকৰাত "দেখাক দেখি মেইৰলি পাটা, ভাল কোল্গি বাপেৰ বেটা" যেন নিৰৰ্থক। অশোকাষ্টমীত শোক নিবাৰণাৰ্থে অশোক ফুলৰ আঠোটা কলি খোৱা, বৰপেটাৰ গণককুছি সত্ৰৰ ৰঙিয়াল ফুলৰ তলত অনাকাটা কাপোৰ পাৰি সন্তান কামনা কৰা, ঘৰৰ চৌহদত পাৰিজাত ফুল আৰু খোকন গছ থাকিলে, ঘৰত দিনে ৰাতি খকা খুন্দা লাগি থকা বিশ্বাসবোৰৰ আঁৰত সৰ্বজন বিদিত শাস্ত্ৰীয় কাহিনীৰ প্ৰভাৱ পৰা দেখা যায়। ভাগৱতত থকা — "কল্পতৰু বৃক্ষডাল সবাতো সমান, মাগন্তাজনক দেই ফলদান" বোলা কথাষাৰৰ লগতে পুৰীৰ জগন্নাথ ক্ষেত্ৰত 'কল্পতৰা' বৃক্ষৰ তলত বন্ধ্যা নাৰীয়ে আঁচল পাতি দিনৰ দিনটো বহি থকা কথাইও দুখুনী নাৰীক গছৰ গুৰিত কান্দিবলৈ প্ৰেৰণা যোগায়। দুঃস্বপ্ন দেখিলেও নাৰীয়ে গছ আৰু পানীৰ আগতহে সেই কথা ব্যক্ত কৰে। দুৰ্গাদেৱীয়ে চকুৰ পানীৰে গছ-গছনিৰ জীৱন দান কৰি শাকম্ভৰী ৰূপ লোৱা, শঙ্খচূড়ৰ পত্নীয়ে বিষ্ণুৰ শাপত তুলসী ৰূপ লোৱা, লক্ষ্মীয়ে শিৱ তপস্যাৰ বাবে বেলগছ ৰূপে জন্ম লাভ কৰা আদি পৌৰাণিক কাহিনীয়েও নাৰী মনৰ বিশ্বাস সৃষ্টিত অৰিহণা যোগাই আহিছে। তুলসীৰ গাত মেখেলা নলগোৱা, নখেৰে আঘাত কৰি তুলসী নিচিঙা, তুলসী তলৰ মাটিৰে কপালত ফোঁট দিয়া, মৃতজনৰ দুচকু তুলসীৰ

পাতেৰে ঢাকি দিয়া, মৃতকৰ সমাধি কাষত তুলসী ৰোৱা ইত্যাদি কিছুমান লোক-বিশ্বাসৰ আঁৰত তুলসীৰ ঔষধি গুণ আৰু তুলসী গছ সংৰক্ষণৰ মানসিকতাইও পাকে প্ৰকাৰে প্ৰভাৱ বিস্তাৰ কৰে।

আঁহত গছৰ পাতত ভাত খুৱালে কেঁচুৱাৰ সোনকালে মাত ফুটা, বেল গছ জুইত নোপোৰা, লাগন আম গছৰ পাত-ঠানীহে মাঙ্গলিক কামত ব্যৱহাৰ কৰা, শিলিখা গছৰ খৰিৰে মাহ কৰাই ভাজিলে দাঁত ভালে থকা আদি অসংখ্য গছকেন্দ্ৰিক লোক-বিশ্বাস নাৰী সমাজৰ অতি চিনাকি।

সমগ্ৰ পৃথিৱীতে লোক মন আকৃষ্ট কৰি ৰখা বতাহ আৰু বৰষুণকেন্দ্ৰিক আশ্চৰ্য্য অদ্ভুত লোক-বিশ্বাসেইও বৰপেটাৰ নাৰী মন আকৰ্ষণ নকৰাকৈ থকা নাই। পিয়াহৰ পানী টুপি জীৱৰ জীৱন। গতিকে খৰাং হ'লেও মৰণ। বানপানী হ'লেও মৰণ। বতাহ-বৰষুণক আয়ত্বাধীন কৰি ল'বলৈ আজিও নাৰী সমাজে অতীতৰ আদিম মানৱৰ মেজিক প্ৰক্ৰিয়াৰ আশ্ৰয় লয়। মানৱৰ আশা-আকাংক্ষানুযায়ী যেন তেন প্ৰকাৰেণ ফলপ্ৰাপ্তিৰ কামনা মেজিককেন্দ্ৰিক বিশ্বাসৰ আদি মূল— "In short, Magic is a Spwious system of natural law as well as fallacious guide of conduct. It is a false science as well as abortive art." [Sir James Frazer, The Golden Bongh] খৰাং বতৰত মহিলাসকলে পানীৰ আশাৰে ভেকুলী বিয়া পাতে, নাম-কীৰ্ত্তন কৰে। কাতি সতা ধৰিলে বাঢ়নীৰ কাঠি এডালৰ মূৰত ৰঙা জলকীয়াৰ টুপি পিন্ধাই পুতি থ'লে, বৰষুণত তিতি জোকৰ পিঠি যেন হৈ থকা চোতালত পিছল খাই পৰাৰ লগে লগে, ওপৰলৈ মূৰ তুলি চালে বৰষুণ এৰে বুলি নাৰী সমাজৰ বিশ্বাস। হো-হোৱাই হিলদল ভাঙি 'চাচি বতাহ' আহিলে নাৰীয়ে বেৰৰ ফুটা বা দুৱাৰৰ ফাঁকেৰে জুমি চোৱা নিষেধ। চোতালৰ মাজত বৰপীৰা পাৰি তাতে আৰ্চি-ফণি, তেল, সিন্দুৰ থৈ মূৰ মেলাবলৈ দিলে মাকৰ ঘৰলৈ অহা বাউলী বৰদৈচিলাই হেনো দুখীয়াৰ পঁজা ভাঙি থৈ নাযায়। নৈ পাৰ হ'বলৈ হ'লে নৈত তামোল-পাণ আৰু পইচা আগবঢ়োৱা, গঙ্গাস্নানে নৈৰ পানী মূৰত লোৱা, নৈৰ পানীত নিজৰ প্ৰতিবিম্ব দৰ্শন নকৰা, নৈ বা পুখুৰীত মল-মূত্ৰ ত্যাগ নকৰা লোক-বিশ্বাসে নাৰী সমাজক পানীৰ



পৰা হ'ব পৰা কিছুমান সাম্ভাব্য বিপদৰ সংকেত দি সচেতন কৰি ৰাখে।

আদিম মানৱৰ বিস্ময় আৰু আৰ্য্য সমাজৰ ধৰ্ম সাধনাৰ সৰ্বোৎকৃষ্ট মাধ্যম 'যজ্ঞ হবি'ৰ মঙ্গলময় ৰূপে নাৰী মনত প্ৰভাৱ বিস্তাৰ কৰি আছে বাবেই আজিও বৰপেটাৰ নাৰী সমাজে প্ৰস্তুত কৰা খাদ্য দ্ৰব্যৰে সামান্য জুইত অৰ্পণ কৰে।

জুইৰ ওপৰত ভৰি সেকা, থু পেলোৱা, বাঢ়নী জুইত পোৰা, একেখন মজিয়াতে দুগচি চাকি জ্বলোৱা, অইনৰ মজিয়াৰে নিজৰ ঘৰলৈ জুই নিয়া ইত্যাদি অমঙ্গলজনক কাম বুলি নাৰী সমাজৰ বিশ্বাস।

বৰপেটা অঞ্চলত আই বসুমতী অৰ্থাৎ মাটিকেন্দ্ৰিক লোক-বিশ্বাসো অলেখ। অম্বুবাচীৰ সময়ত মাটিত কোৰ-খন্তি নলগোৱা, সেই কেইদিন পৃথিৱী স্পৰ্শ ৰহিতা হৈ থাকিবলৈ ৰজস্বলাই ভৰিত তামোলৰ ঢকুৱা জোতা চেঙেলৰ দৰে বান্ধি লোৱা ইত্যাদি লোক-বিশ্বাসে প্ৰকৃতি প্ৰীতিৰ সম্ভেদ দিয়ে। বৰপেটাৰ শৰণ-ভজন লোৱা নাৰীয়ে প্ৰাতঃকৰ্মৰ অন্তত 'মাটি পানী' লয়, অৰ্থাৎ পৰিস্কাৰ মাটিৰে গুহ্যদ্বাৰ আৰু হাত ভৰি ঘঁহি পিহি ধোৱে। ওচৰত পানী নথকা ঠাইত শৌচ কৰিব লগাত পৰিলে ইংৰাজসকলে টিচু পেপাৰ ব্যৱহাৰ কৰাৰ দৰে এই অঞ্চলৰ কোনো কোনো পুৰুষে "শূল শূল শূলন্তি, পানী আছে দূৰন্তি, হাগ কটি খা মাটি" বুলি মন্ত্ৰ ( !) এটা মাতি চপৰা মাটিৰে কামটো সমাধা কৰে। বৰনগৰ অঞ্চলত মাছ মাৰিবলৈ যোৱা জাকৈয়া ছোৱালীয়ে পথাৰত হাল বাই থকা হালোৱাৰ গাত চপৰা দলিয়াই গ'লে খালৈ ভৰাই মাছ আনিব পাৰে বুলি লোক-বিশ্বাস এটি আছে।

সাপ উৰ্বৰতাৰ প্ৰতীক। সন্তান কামনাৰে সৰ্প পূজা প্ৰায় সৰ্বদেশীয় বিধান। বৰপেটাত ৰাতি 'সাপ'ৰ সলনি "পকা" বা "দীঘ্লা" বুলি উচ্চাৰণ কৰা, যোৰ যোৱা সাপৰ গাত অনাকটা কাপোৰ দলিয়াই দিয়া, সাপৰ অনিষ্ট কৰা মানুহক সাপে কামোৰাৰ সম্ভাৱনা থাকিলে, এডাল মৰাপাটেৰে মানুহজন জুখি লৈ সেইডাল দুৱাৰমুখত পেলাই থ'লে সাপে ঘৰ প্ৰৱেশ কৰিব নোৱাৰা, নৈত সাঁতুৰিলে যি নাৰীৰ চুলি কোচা সাপৰ দৰে ফোপাই উঠে, সেই নাৰীক সৰ্প কন্যা বুলি ভবা, মাৰৈ পূজাত সাপৰ উদ্দেশ্যে গাখীৰ, কল আগবঢ়োৱা, সাপৰ মোট আনি পাৰৰ বাহত থ'লে পাৰৰ কণী নষ্ট নোহোৱা, লগৰ মানুহক এৰি

গুচি গ'লে সাপে খুটি মৰা ইত্যাদি বৰপেটাৰ নাৰী সমাজত প্ৰচলিত সাপকেন্দ্ৰিক লোক-বিশ্বাস। লগৰ মানুহক এৰি গ'লে সাপে খুঁটি মৰা লোক-বিশ্বাসে লোক সমাজৰ "বেৰাৰ বল কামী, সমাজৰ বল আমি" কথাষাৰৰ আভাষ দিয়ে।

কৃষিকেন্দ্ৰিক বৰপেটীয়া সমাজত কৃষি সংক্ৰান্ত লোক-বিশ্বাস অলেখ, লুইতৰ বালি। বৈদিক আৰু লৌকিক বিধি ব্যৱস্থা, বিশ্বাস অন্ধবিশ্বাস মাজত গঢ় লৈ উঠা কৃষিকেন্দ্ৰিক বিশ্বাসৰ বহুখিনি কথা 'ডাকৰ বচন' আৰু 'খনাৰ বচন'ৰ ওচৰত ধৰুৱা। কৃষিৰ সা-সঁজুলিক দেৱতা জ্ঞানেৰে শ্ৰদ্ধা-ভক্তি, সেৱা পূজা কৰা, ধানৰ গছা দিয়াৰ দিনা পঁইতাভাত আৰু মাটি মাহৰ আঞ্জা খোৱা, ধানৰ গোট কঠাল গুটিটোৰ সমান ডাঙৰ হোৱাৰ আশাৰে কঠাল গুটি খোৱা, ধান ৰুই উঠি বিচনাত বাগৰ দিলে পথাৰৰ ধানবোৰ হালি পৰা, নতুন ধানৰ চাউল, বাৰীৰ ফল-মূল, শাক-পাত প্ৰথমে গুৰু গোসাঁইলৈ আগ কৰা, বাৰীৰ শাক-পাচলি প্ৰথমে 'পাচিয়ে পাচিয়ে লাগক' বুলি কৈ পাচিত চিঙি অনা, সৰিয়হৰ ফুল নিচিঙা, পথাৰত বহি মাহ মুগৰ চেই খালে দৰিদ্ৰ হোৱা, পথাৰত এন্দুৰৰ উপদ্ৰৱ হ'লে মেকুৰীৰ কাণ ফুটাই পথাৰত এৰি দিয়া আদি কৃষিকেন্দ্ৰিক লোক-বিশ্বাস। এন্দুৰৰ উপদ্ৰৱৰ পৰা হাত সাৰিবলৈ বহুতেই পথাৰৰ মাজত গণেশলৈ বুলি প্ৰসাদো আগবঢ়ায়। বড়ো মহিলাই চুলি মেলি ধান ৰুলে ধানবোৰ চুলিৰ দৰে বাঢ়ে বুলি বিশ্বাস কৰে। বহুত পুৰুষে আকৌ ধান ৰোৱা শেষ নহয় পৰ্য্যন্ত দাড়ি-চুলিও নাকাটে। লাউ-কোমোৰাত পোক লাগিলে তিনি আলিৰ মূৰত জালি লাউ কোমোৰাৰ ঘোঁৰা থৈ আহিলে পোক মৰে বুলি নাৰী সমাজৰ বিশ্বাস।

মানৱকেন্দ্ৰিক লোক-বিশ্বাসে ডাকৰ বচন, লক্ষ্মী চৰিত, কালিকা পুৰাণ, যোগিনী তন্ত্ৰ, মনুস্মৃতি, কৌটিল্যৰ অৰ্থশাস্ত্ৰ, মহাকাব্য আৰু বিভিন্ন লোক কথাৰ আচলত ধৰি ঘূৰা ফুৰা কৰে, তেতিয়া বিশেষকৈ ল'ৰাৰ কাণ ফুটাই আপচু নাম দি, অইনৰ ওচৰত বিক্ৰী কৰাৰ অভিনয় কৰি যমৰ চকুত ধূলি মাৰে। মিজো সমাজতো ল'ৰা-ছোৱালীক আপচু নাম দি এৰাতি বা দুৰাতি অইনৰ ঘৰত লুকুৱাই থয়। গৰ্ভৱতীয়ে বেয়া কথা নোকোৱা, বেয়া কথা নুশুনা আৰু বেয়া দৃশ্য নোচোৱা লোক-



বিশ্বাসৰ আঁৰত আছে প্ৰহ্লাদ, অভিমন্যু আদিয়ে মাতৃ গৰ্ভতেই লাভ কৰা ধৰ্ম আৰু যুদ্ধ জ্ঞানৰ স্মৃতি।

মানুহৰ শাৰীৰিক গঢ় গতি, আচৰণ বিচৰণ সম্পৰ্কে ডাকৰ বচন, লক্ষ্মী চৰিতে আগবঢ়োৱা ভাল বেয়াৰ ধাৰণা নাৰী সমাজৰ জিভাৰ আগতেই থাকে। চকা পাতত বহু সময়ত মূৰ মেলালে, ৰাতি মন্দোদৰীৰ দৰে চুলি মেলি শুলে, অনবৰত মূৰৰ ওকণি টানি থাকিলে, মূৰৰ চুলি য'তে ত'তে পেলালে নানান অপায়-অমঙ্গল হ'ব পাৰে বুলি নাৰী সমাজে বিশ্বাস কৰে। বিবস্ত্ৰা হৈ গা ধোৱা, গাত বাদ্য বজোৱা, পইচাৰে হেতালি খেলা, ছোৱালীয়ে হোৱাই নোহোৱাই ঢেক্ ঢেক্‌কৈ হঁহা (হাঁহিয়ে বিঘিনি), ৰাতি আইনাত মুখ চালে মাক মৰা, ৰাস্তাৰ কাষত পায়খানা কৰিলে ধোৱাই খেদা, গালে মুখে হাত দি থাকি অমঙ্গল মতা, গাত বিচনীৰ আঘাত লাগিলে আয়ুস টুটা, আনক চিকুটি গাৰ পৰা বেমাৰ মাতি অনা, বসন্ত ওলোৱা ঘৰৰ পৰা মাত লগাই ওলাই নহা, মূৰে মূৰে ঠেকা খালে শিং গজাৰ ভয়ত পুনৰাই আৰু এটা খুন্দা মৰা, ৰজস্বলা নাৰীয়ে অইনক স্পৰ্শ নকৰা আৰু অকলশৰীয়াকৈ শোৱা, অইনৰ গাত হাঁচি নমৰা আদি লোক-বিশ্বাসৰ অনুশাসনৰ মাজত থকা অলেখ সমাজতাত্ত্বিক তথ্য সমাজ বিশ্লেষণৰ উৎকৃষ্ট আহিলা।

গ্ৰীচত হাঁচি মাৰিলে-জুপিটাৰে ৰক্ষা কৰক, ইংলণ্ডত God Bless You আৰু আমাৰ সমাজত কুশল হওঁক, চিৰঞ্জীৱী হওঁক বুলি কোৱাৰ অন্তৰালত আছে হাঁচিৰ লগে লগে মুখেৰে আত্মাটো বাহিৰলৈ ওলাই যোৱাৰ ভয়। অষ্ট্ৰেলিয়াৰ কোনো কোনো অধিবাসীয়ে মৃত্যু যাত্ৰীৰ মুখত হেঁচা মাৰি ধৰি থাকে, যাতে অতি সোনকালে আত্মাটো বাহিৰ হৈ যাব নোৱাৰে। কোনো কোনো অঞ্চলত আকৌ হাঁচি মৰাৰ পিছত নিজে নিজৰ নাম কাঢ়ি আত্মাটো ফিৰাই আনে।

শিশু আৰু সম্মানীয়জনক গাৰ ওপৰেৰে দেং মাৰি পাৰ হৈ নোযোৱা, শুভ কামত বেজুৰীয়া মঙ্গলৰ চিন হ'লেও, অইনক কিবা দিব লগা হ'লে বেজুৰীয়াকৈ নিদিয়া, ভাগিনীয়েকক মাৰিলে মোমায়েকৰ হাত কঁপা, তিৰোতাৰ বাওঁহাত খজুৱালে টকা অহা, সোঁহাত খজুৱালে টকা খৰচ হোৱা, বাওঁহাতত লক্ষ্মী থাকে বাবে বাওঁহাতেৰে অইনক টকা পইচা নিদিয়া, অতিথি আগফালেৰে আহি আগফালেৰে

ওলাই যোৱা, এঘৰলৈ আহি অলপ সময় বহি নগ'লে ঘৰখনৰ অমঙ্গল হোৱা, আত্মীয়ৰ ঘৰলৈ গ'লে শুদা হাতে নোযোৱা, স্বামী আৰু সন্মানীয়জনৰ নাম উচ্চাৰণ নকৰা, সৰুৱে ডাঙৰৰ ছাঁ গছকি নোযোৱা, এঘৰলৈ প্ৰথমবাৰৰ বাবে যোৱা কেঁচুৱাক মূৰত তেল নিদিলে ঘৰত এন্দুৰৰ উপদ্ৰৱ হোৱা - অসংখ্য লোক-বিশ্বাসে নাৰী মনত খোপনি পুতি আছে।

বাচন-বৰ্তন, ঘৰ-দুৱাৰ, আ-অলংকাৰ, কাপোৰ-কানি, ৰন্ধন প্ৰণালী, স্থপতি বিদ্যা, চিত্ৰকলা আদি ভৌতিক সংস্কৃতিৰ অন্তৰ্গত লোক-বিশ্বাসেও নাৰী মন সক্ৰিয় কৰি ৰাখে। লোক-বিশ্বাসৰ আঁত ধৰিয়েই ঘৰখনৰ প্ৰতিটো বস্তু আটোম টোকাৰীকৈ ৰখাৰ ফলত ঘৰুৱা সম্পদ বহু দিন টিকি থকাৰ লগতে পৰিয়ালৰ অন্যান্য সদস্যসকলেও নিয়মানুবৰ্তিতা, শালীনতা, শিষ্টাচাৰ, মিতব্যয়িতা, পৰিষ্কাৰ-পৰিচ্ছন্নতা, সহনশীলতা, শৃংখলাবোধ আদি মানৱ জীৱনৰ অতি প্ৰয়োজনীয় অভ্যাসবোৰ গঢ়ি তুলিব পাৰে।

লোক-বিশ্বাস চালৰ খেৰ, ঘৰৰ খুটা, বেৰৰ কামী আদি ঢাহি ঢুহি নি জুই জ্বলালে মানুহ ঘৰ দৰিদ্ৰ হয়। কাৰণ 'ঢুহে বেৰা ঢুহে চাল ভাতে নাটে সৰ্বতিকাল'। শিৱৰ অৱস্থান অনুমান কৰি ঘৰৰ দুৱাৰদলি নগচকা, জয় বিজয়ৰ উপস্থিতিৰ কল্পনাৰে হিৰিৎ হাৰাৎ শব্দ কৰি দুৱাৰ-খিৰিকি খোলা-মেলা নকৰা, গাৰে হেচি দুৱাৰ খোলা বা বন্ধ নকৰা, ভঙা আইনাত মুখ নোচোৱা, হাতৰ পৰা বস্তু পেলাই নভঙা, ঢেঁকীত বহিলে ঢেঁকীৰ ভাগৰ গাত উঠা, কুলা-চালনীত বহিলে তপিনাত ঘাঁ ফোঁহা হোৱা, তাঁতশালৰ সঁজুলি চুৰ কৰিলে বিহ বেমাৰে ধৰা, সূতা চুৰ কৰিলে ধৱল কুষ্ঠ হোৱা, দা-কটাৰী ওপৰমুৱাকৈ ৰাখিলে ঘৰত কাজিয়া পেচাল হোৱা, মানুহৰ চকুত পৰাকৈ লেচা বাঢ়নী নৰখা, বাঢ়নী চুই হাত ধোৱা, কাহী-বাতিৰ জিন্‌কা লাগিলে ঘৰত ভূত প্ৰৱেশ কৰা, ৰাতিপুৱা শুদা কলহত হাত নিদিয়া, বাহী চোতালত পুৰুষক খোজ দিবলৈ নিদিয়া, মৃত সন্তান জন্ম হ'লে ঘৰৰ মুধত কাহৰ বাতি বজাই সন্তানৰ জীৱ ফিৰাই অনা, বৃহস্পতিবাৰে, স্বামী সন্তানৰ জন্ম বাৰে, পূৰ্ণিমা, দোমাহী, অমাৱস্যা আদি তিথিয়ে পাৰ্বনে অইনক চাউল পাত, পইচা নিদিয়া, চাউল জোখা কঠাৰে ভিক্ষাৰীক চাউল নিদিয়া,



ৰাতি চুণ, হালধি, লোহা, পাণ আদি অইনক নিদিয়া, কাহৰ বাতি হাতৰ পৰা পৰি ভাঙিলে অমঙ্গল হোৱা ইত্যাদি অনেক ভৌতিককেন্দ্ৰিক লোক-বিশ্বাস বৰপেটা অঞ্চলত বৰ্ত্তি আছে। কুঁজী বুঢ়ীৰ কুঁজত লগা বাবে বুঢ়ীয়ে আকাশখন বাঢ়নীৰে কোবাই ওপৰলৈ তুলি দিয়া, খাচীয়াৰ মৎস্য কন্যাই চোতালৰ আগত বাঢ়নী দেখি উভতি যোৱা সাধু কথাবোৰেও বাঢ়নীকেন্দ্ৰিক লোক-বিশ্বাসৰ গাত প্ৰভাৱ যেন অনুমান হয়।

ভৌতিক সংস্কৃতিৰ অন্তৰ্গত সাজপাৰ, আ-অলংকাৰ আদিৰ ক্ষেত্ৰতো বহুতো লোক-বিশ্বাস জড়িত হৈ আছে। নতুন কাপোৰৰ ব্যৱহাৰৰ ক্ষেত্ৰত 'স শনি ফাটে ফুটে ৰবিবাৰে আয়ুস টুটে" বোলা কথাষাৰ মানি চলে। বৰপেটীয়া নাৰীয়ে প্ৰায় সকলো বিলাক মাঙ্গলিক অনুষ্ঠানতে ব্যৱহাৰ কৰা অনাকটা কাপোৰখন নানা নীতি-নিয়মৰ মাজেৰে বৈ উলিয়ায়। মৰ আঁউসী, অমাৱস্যা, শনিবাৰ, মঙ্গলবাৰ আৰু ঘৰত অশৌচৰ লেঠা থাকিলে তাঁতশালত অনাকটা কাপোৰ নলগায়। বাতি কাঢ়ি-থকা সময়ত কোনোবাই সূতাৰ ওপৰেৰে পাৰ হৈ গ'লে বিহা নহা অৰ্থাৎ সূতাই নোজোৰা বুলি লোক-বিশ্বাস এটি আছে। ফাগুন মাহতে বিহুৱান লগোৱা নিয়ম। অগত্যা কিবা কাৰণত চ'ত মাহত বিহুৱান লগাব লগা হ'লে ফাগুন মাহতে সাঁচি ৰখা 'ফাগ্‌না পানীৰে'হে সূতাত মাৰ দিব পাৰে। বিহুচেৰা কাপোৰ পিন্ধিলে আয়ুস টুটা, মাৰ নোধোৱাকৈ কাপোৰ পিন্ধিলে গাত খৰ হোৱা, পিন্ধি থকা কাপোৰত জুই লাগিলে অমঙ্গল হোৱা, জুয়ে পোৱা কাপোৰ নিপিন্ধা, বিবাহিতা মহিলাই মূৰৰ ওপৰেৰে কাপোৰ পিন্ধিলে আৰু ৰ'দত মেলি দিয়া মেখেলাৰ তলেৰে পুৰুষে পাৰ হৈ গ'লে আয়ুস ক্ষয় হোৱা, অনাকটা কাপোৰ গাত লোৱাৰ আগে আগে কাপোৰৰ দহি এডাল জুইত পুৰ পেলোৱা, ৰাতি বাহিৰত কাপোৰ থ'লে পিশাচে পোৱা, গাৰ কাপোৰ মাটিত চুচৰি গ'লে শনিয়ে পোৱা, ওলোটাকৈ কাপোৰ পিন্ধিলে আৰু হাতৰ পৰা ফণি উফৰি পৰিলে আলহী অহা, ৰান্ধনীয়ে ৰঙা কাপোৰ পিন্ধি ভাত ৰন্ধা, বিধবাই প্ৰথমবাৰৰ বাবে বৈধব্য সাজ পিন্ধা দৃশ্য সধবাই দৰ্শন নকৰা, গোসাঁইৰ থাপনাৰ কাপোৰ ফাটি চিৰি গ'লেও ভৰি হাতে নলগোৱা, শাহু শহুৰৰ মৃত্যু অশৌচ খাটিব লগা

হ'লে বোৱাৰীয়ে বোৱা মেখেলা চাদৰ পিন্ধা, সেই সময়ত কাপোৰ মেলি দিলে কাপোৰৰ আগেৰে টপ্‌টপ্‌কৈ পানী পৰি থাকিলে সেই পানী মৃতকৰ মুৰত পৰা, তিতা কাপোৰেৰে ঘৰত প্ৰৱেশ নকৰা, গাত কাপোৰ চিলালে বিচনাত প্ৰস্ৰাৱ কৰা আদি অসংখ্য লোক-বিশ্বাস এতিয়াও নিঃশেষ হৈ যোৱা নাই। বৰপেটীয়া নাৰীৰ মনত তাঁতশালখন বিশ্বকৰ্মা, গতিকে তাঁতশালৰ সঁজুলিত ভৰি লাগিলে সেৱা কৰা, দশমীৰ দিনাখন তাঁতশালত সিন্দুৰ আৰু চুণৰ ফোঁট দিয়া আদি লোক ধৰ্মই নাৰী জীৱনৰ তাঁতশালখনৰ প্ৰয়োজনীয়তাৰ কথা সোঁৱৰাই দিলে।

অলংকাৰৰ ক্ষেত্ৰত সমগ্ৰ অসমকে চমক খুৱাই ৰখা বৰপেটীয়া নাৰীৰ অলংকাৰকেন্দ্ৰিক লোক-বিশ্বাসৰ মাজত বিয়াৰ এবছৰ নোহোৱা পৰ্য্যন্ত অলংকাৰ ভঙাচিঙা নকৰা, কৰ্কালৰ তলৰ পৰা সোণৰ অলংকাৰ ব্যৱহাৰ নকৰা, সোণ হেৰালে দেহৰ ক্ষতি হোৱা, ৰাস্তাত সোণ পৰি থকা দেখিলে বুটলি নলৈ তিনিটা আঁচ টানি এৰি অহা ইত্যাদি সোণকেন্দ্ৰিক লোক-বিশ্বাস। এইখিনিতে উল্লেখযোগ্য যে ৰাস্তাত মাছ পালে বুটলি আনি ভঁৰালত থৈ দিব লাগে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও "মাছ বস্তু এৰিব নাপায়" বোলা কথাষাৰ চৰিত পুথিত আছে।

অলংকাৰৰ পিছতেই বিবাহিতাৰ শ্ৰেষ্ঠ সম্পদ সিন্দুৰৰ ক্ষেত্ৰতো নাৰী সমাজে নিয়ম-নীতি মানি চলে। পাউচা যোৱা তিৰোতাই দ্বিতীয় বাৰ সিন্দুৰ ব্যৱহাৰ নকৰা, গিৰীয়েকক সিন্দুৰ আনিবলৈ নোকোৱা, নাকত সিন্দুৰ পৰিলে শাহুয়েকে মৰম কৰা, অইনক সিন্দুৰ ধাৰে নিদিয়া বা অইনৰ পৰা সিন্দুৰ ধাৰে আনি নিপিন্ধা, সিন্দুৰ ভৰিত নলগোৱা, মৃত স্বামীৰ ভৰিৰ বুঢ়া আঙুলিৰে বিধবাৰ কপালৰ সিন্দুৰৰ ফোট মচি পেলোৱা, বিধবাইহে বিধবাৰ কপালৰ ফোঁট মচি দিয়া, সিন্দুৰেৰে নানা প্ৰকাৰৰ ঔষধ কৰিব পৰা ইত্যাদি সিন্দুৰকেন্দ্ৰিক লোক-বিশ্বাস।

ভৌতিক সংস্কৃতিৰ অন্যতম বিভাগ খাদ্য বা ৰন্ধন প্ৰণালী সংক্ৰান্ত লোক-বিশ্বাসৰ লেখ জোখ নাই। 'চাৰি বেদ চৌদ্ধ শাস্ত্ৰ, খাবা নাপালি এক দুপৰ মাত্ৰ' নাইবা 'যি কৰে অন্নদান, সি পায় বৈকুণ্ঠত স্থান' ইত্যাদি কথাইও অসমীয়া সমাজত ভাত মুঠিৰ প্ৰয়োজনীয়তাৰ আভাস দিছে। অতীতত আৰ্য্যসকলে অন্ন কামনা কৰিয়েই সামগান



গোৱাৰ কথা ছান্দোগ্য উপনিষদত উল্লেখ আছে। ভঁৰালৰ পৰা যেতিয়াই তেতিয়াই ধান নুলিওৱা, তিথি, বাৰ, মাহ আদি ভাল বেয়া নোচোৱাকৈ অইনক চাউল পাত নিদিয়া, অইনক চাউল পাত দিবলৈ হ'লে বা ভাত ৰান্ধিবলৈ চাউল লওঁতেও 'লক্ষ্মীৰ ভাণ্ডাৰ'ত অৰ্থাৎ চাউল থোৱা পাত্ৰত তিনি চিকুট চাউল এৰি অহা, চাউল গছকি নোযোৱা, ধোৱা চাউল গাল মাৰি নোখোৱা, চাউল ভাজি খালে লক্ষ্মীচাৰা হোৱা, চাউল ধোৱা পানী ভৰিত নেপেলোৱা, সমূহীয়া ভোজত ভাত খোৱা চুৰা ঠাইখন আৰৈ চাউল চতিয়াই পবিত্ৰ কৰা, চাউল চতিয়াই দৰা আদৰা, মুৰত চাউল দি আশীৰ্বাদ কৰা, আনকি ঘৰৰ সোঁৱৰণী কেইখনতো আৰৈ চাউল আৰু দুবৰি দি বান্ধি ৰখা ইত্যাদি চাউলকেন্দ্ৰিক লোক-বিশ্বাসৰ সীমা সংখ্যা নাই। বড়ো সমাজতো চাউল থোৱা পাত্ৰত লখিমী আৰু শিৱৰ প্ৰতীক ৰূপে ঘূৰণীয়া শিল ৰাখে।

ভাতৰ ক্ষেত্ৰত 'আচাৰে ভাত অনাচাৰে হা ভাত' কথাষাৰত দৃঢ় বিশ্বাস ৰখা বৰপেটা অঞ্চলৰ নাৰীয়ে ৰন্ধা বঢ়াৰ পৰা আৰম্ভ কৰি, পৰিবেশন আৰু খাদ্য গ্ৰহণৰ সময়ত যিমান বিলাক নীতি-নিয়ম পালন কৰে, লিখিলে মহাভাৰত হয়। ভাত ৰন্ধাৰ আগে আগে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বুলি কল্পনা কৰা - চৌকাটোত সেৱা জনাই, খৰি কেইডালতো পানী চিটা মাৰি অগ্নি দেৱতাক স্মৰণ কৰিহে জুইকুৰা জ্বলায়। প্ৰথমতে কেৰাহীত পানী দি 'লক্ষ্মী আইৰ হাত, এটি চাউলৰ দুটি ভাত' বুলি সেৱা কৰি চাউলকেইটি বহাই দিয়ে। ভাত ৰন্ধা শেষ নোহোৱা পৰ্য্যন্ত ৰান্ধনীয়ে পাকঘৰৰ পৰা বাহিৰ ওলোৱা বা অইনক চুৰা মেলা কৰাত বাধা আছে। ডাঙৰক নিদিয়াকৈ কোনো বস্তু চাকি চালে, শুঙি চালে বা চুৰকৈ খালে গৃহস্থৰ অমংগল হয় বুলি নাৰী সমাজে বিশ্বাস কৰে।

ৰন্ধন কাৰ্য্যক পবিত্ৰ কৰ্তব্য বুলি নভবা, লাগি চাতি কাম নকৰা নাৰীক সমাজেও ব্যংগ কৰে — "চতুৰী ৰান্ধেনীৰ ভাতৰ উতল নাহে, ইফালে চায় সিফালে চায় কুনি কোত কাহে।" ৰন্ধা বঢ়া শেষ হ'লে ৰান্ধনীয়ে চৌকাৰ বুকু শাঁত কৰিবলৈ তিনি চিতা পানী মাৰে। পাকঘৰৰ আধাপোৰা খৰি আৰু চৌকাৰ ছাই যেতিয়াই তেতিয়াই বাহিৰ কৰা অমঙ্গলজনক কাম বুলি নাৰী সমাজৰ বিশ্বাস।

বৰপেটা অঞ্চলৰ কোনো মানুহে চৌকাৰ একেবাৰে কাষত বহি

ভাত নাখায়। চৌকাৰ পৰা চাৰি পাঁচ হাতমান আঁতৰত, তিনি ইঞ্চিমান বহল আৰু দুই ইঞ্চিমান ওখ "গড়েলি" অৰ্থাৎ মাটিৰ আলি এটি বান্ধি, ৰান্ধনীৰ বাহিৰে সেই ঠাইত অইনৰ প্ৰৱেশ নিষেধ কৰি থয়। পাকঘৰটো আহল বহল হ'লে চৌকাৰ পৰা নিলগত ভাত খোৱাত বাধা নাই যদিও, বৰপেটা অঞ্চলত সাধাৰণতে মূল ঘৰৰ মজিয়াতহে ভাত খোৱাৰ নিয়ম আছে।

ভাত খোৱাৰ আগে আগে প্ৰত্যেকেই কাহীৰ আগত অলপ পানী চতিয়াই, ঈশ্বৰক চিন্তি, সেৱা কৰিহে অন্ন বস্তু গ্ৰহণ কৰে। কিছুমানে আকৌ পাতৰ আগত পোক পৰুৱালৈ বুলি অলপ মান ভাত আগবঢ়ায়। কৌটিল্যৰ অৰ্থশাস্ত্ৰত আছে – আগৰ দিনৰ ৰজা মহাৰজাসকলেও প্ৰথমতে অগ্নি আৰু চৰাইক দিহে খাদ্য বস্তু গ্ৰহণ কৰিছিল। এইখিনিতে উল্লেখযোগ্য যে ঘৰত অতিথি থাকিলে, সকলো ক্ষেত্ৰতে অতিথিকহে আগস্থান দিয়া হয়। কোনো ঠাইত 'মাছ আৰু অতিথিৰ তিনিদিনতে গোন্ধ ওলায়' বোলা ফকৰা যোজনা এটি আছে যদিও, বৰপেটাত অতিথি সেৱা পৰম ধৰ্ম। অসম তথা ভাৰতবৰ্ষৰ বিভিন্ন জনৰ কলমত প্ৰকাশ পোৱা 'বৰপেটাৰ অতিথি সেৱা'ৰ আন্তৰিকতাখিনি গৱেষণাৰ বিষয়।

খাদ্য গ্ৰহণ কৰোঁতে হাই উৰুমি কৰি, চেল্‌বেলাই কথা পাতি, খাই থাকোঁতে মাজে সময়ে উগাৰ চাৰি, নাক কাণ খুচৰি, শেঙুন টানি, চপ্ চপ্, হুৰুৎ হুৰুৎ শব্দ কৰি, টকালি পাৰি, আঙুলিৰে দাঁত ঘুকি ঘুকি, পীৰাৰ ওপৰত দুয়োখন ভৰি তুলি 'আহাম ভিৰি' বহি, হাতৰ তলুৱা আৰু আঙুলিৰ ফালে ফালে লাগি থকা "টম্ টম্ পেট কাৰো ঢিলান্ত কপিন, দুই হাতে বই দ্ৰব্য দেখি লাগে ঘিণ" আৰু "অন্নক ভূঞ্জন্তে চেলেকয় হাত, সৰ্বকালে তাক নাটয় ভাত" বোলা কথাবোৰেও নাৰী সমাজক সদা সচেতন কৰি ৰাখে। কথা নোকোৱাকৈ পবিত্ৰভাৱে খাদ্য গ্ৰহণৰ বিশ্বাস ৰঙালী সমাজতো আছে – "আহাৰ কৰবে ধীৰ ধীৰে, কোন দিকে না চাইবে ফিৰে"।

সাজি দিয়া ভাত এৰি থৈ যোৱা, আধা খোৱাকৈ উঠি যোৱা, একেবাৰতে দুখন কাহী বা ৰন্ধা পাত্ৰত ভাত নোখোৱা, কাহীৰ কাষত অলপমান ভাত এৰা, ৰাতি ক'ৰবালৈ ভাত নিব লগাত পৰিলে ভাতৰ



ওপৰত জলকীয়া বা অঙঠা দি নিনিলে পিশাচে পোৱা, ভাত খোৱা ঠাই বাঢ়নীৰে নসৰা, ভাত গছকি নোযোৱা, থিয়ৈ থিয়ৈ ভাত খালে কুকুৰৰ পেটলৈ যোৱা ইত্যাদি নানা লোক ধৰ্ম নাৰী মনৰ স্তৰে স্তৰে সঞ্চিত হৈ আছে। বঙালী সমাজতো সমধৰ্মী লোক-বিশ্বাসৰ প্ৰতিধ্বনি শুনা যায় এনেদৰে – "আদ খাৱাতে চাৰলে পিড়ি, অনেক দূৰে শশুৰ বাৰী"। বঙালী সমাজত ল'ৰাই কাহীৰ ওপৰত আঞ্জাৰ বাতি তুলি লৈ খালে বা মাগুৰ মাছৰ মূৰ খালে ঘৈণীয়েক মৰিব বুলি ভবা লোক-বিশ্বাসৰ আঁৰত আছে পৰিস্কাৰ পৰিচ্ছন্নতা আৰু ভাৰতীয় সমাজ ব্যৱস্থাত এশ জালুকৰ আগ ল'ৰাৰ প্ৰতি স্বাভাৱিক দুৰ্বলতাৰ ইংগিত।

কুমন্ত্ৰৰ ভয়ত ভগৰন্ত পলোৱা বৰপেটাৰ নাৰী সমাজৰ মাজত এটা লোক-বিশ্বাস আছে যে কাৰোবাৰ ঘৰত ঔষধ কৰাৰ সম্ভাৱনা থাকিলে, সেই ঘৰত ভাত খোৱাৰ সময়ত অইনে নেদেখাকৈ ভাতৰ কাহীখন ভৰিৰ বুঢ়া আঙুলিৰে লাহেকৈ স্পৰ্শ কৰিলে কুমন্ত্ৰ পানী উঠি যায়। "অঘুগ্ৰা" (অসমান) ঠাইত পাত্ৰ থৈ বা ভঙা পাত্ৰত খাদ্য খোৱাতো অমঙ্গল। ভঙা পীৰাত বহিও ভাত খোৱা উচিত নহয়। কাৰণ 'মিত্ৰৰ বৰ্জিত পিয়ে সুৰা, আসনৰ বৰ্জিত ভঙা পীৰা'। কিবা এটা বস্তু দেখাৰ লগে লগে খকুৱাৰ দৰে 'জাপ্ৰাই বুৰ ঢাপ্ৰাই গৰাহ' মাৰি গোগ্ৰাসে খোৱা, কাৰোবাৰ ঘৰত খোৱাৰ আগতে গিৰি গৃহস্থৰ নীতি-নিয়মৰ বুজ নোলোৱাকৈ অন্ন গ্ৰহণ কৰাতো উচিত নহয় বুলি নাৰী সমাজে বিশ্বাস কৰে। আমাৰ মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱেও মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ গৃহত আগতে ভিতৰখন চাউহে 'চাউল সিজোৱা' মুঠি গ্ৰহণ কৰিছিল। শৰণ ভজন লোৱা মানুহে যাৰে তাৰে হাতে খালে সমাজেও ঠাট্টা বিদ্ৰূপ কৰে – "চিৰি কৃষ্ণৰ নাতি আগেয়ে খায় চাউল চিৰা, পাছোত সুধে জাতি"। শৰণ ভজন লোৱা মহিলাৰ মাছ মাংস খোৱাৰ ক্ষেত্ৰতো বাচ বিচাৰ আছে। এনেকুৱা শাল, শিঙি, কুচীয়া, কুকুৰা, কুকুৰাৰ কণী আদি ভুলতেও মুখত নিদিয়ে। এনেকুৱা অখাদ্য খোৱা নাৰীক নাৰী সমাজেই বক্ৰোক্তি কৰে – "বৰ কোলতাৰ জী, শাহেকে ভাত দিছে কুইচা ভাতোত দি"।

খাদ্য পৰিবেশনৰ সময়ত ৰান্ধনীয়ে খাওঁতাৰ ভাতৰ পাতত হেতাখন নলগোৱা, মৃতকক পিণ্ড দিয়াৰ দৰে বাওঁহাতেৰে ভাত আঞ্জা

বাকী নিদিয়া, ৰান্ধি বাঢ়ি উঠি আৰু ভাত খোৱা চুৰা বাচন বৰ্তন ধুই গা পা ধোৱা, নিজে ভাত খোৱাৰ আগতে এবাৰ বাহিৰলৈ ওলাই কোনোবা অতিথি আহিছেনে নাই চাইহে ভাতৰ পাতত বহা ইত্যাদি হেজাৰটা নীতি-নিয়ম মানি চলিব লগাত পৰে। নাৰীয়ে গুৰুজন তথা স্বামীক নিদিয়াকৈ আগতে ভাত খালে নাইবা অতিথিক অবজ্ঞা কৰিলে গৃহস্থৰ লক্ষ্মী এৰা দিয়া লোক-বিশ্বাসৰ আঁৰত আছে মহাকাব্যিক প্ৰভাৱ। কাৰণ ৰামায়ণত সীতাই কৈছে- "মায়ে মোক পূৰ্বতে শিকাইলা হাতে ধৰি, নকৰিবা ভোজন স্বামীক পৰিহৰি"। দ্ৰৌপদীয়ে অন্ন গ্ৰহণৰ পিছতহে সূৰ্য্য প্ৰদত্ত তাম্ৰ পাত্ৰ উদং হোৱা কথাষাৰে ৰান্ধনীক সকলোৰে শেষত অন্ন গ্ৰহণ কৰিবলৈ উদ্‌গণি দিয়ে। শকুন্তলা নাটকতো পতি গৃহ যাত্ৰাৰ আগমুহূৰ্তত মহৰ্ষি কন্বই শকুন্তলাক 'ভোগেস্বনুৎসেকিনী' অৰ্থাৎ ভোগৰ প্ৰতি স্পৃহা পৰিত্যাগৰ উপদেশ দিছিল। ৰান্ধি বাঢ়ি উঠি পাকঘৰ সাৰি মছি নাৰাখিলে, ৰাতি ঘৰৰ জাবৰ জোথৰ বাহিৰত পেলাই দিলে, ঘৰ সাৰি দুৱাৰৰ চুকত জাবৰ থ'লে, গধূলি দুৱাৰ মুখ মচি, থাপনাত চাকি বন্তি নজ্বলালে লখিমী এৰা দিয়া কথাবোৰ 'লক্ষ্মী চৰিত' নিৰ্ভৰ কৰি চলে।

বৰপেটা সমাজত এগৰাকী নাৰীয়ে পৰম্পৰা সূত্ৰে ঘৰখনৰ সকলো বিলাক নীতি-নিয়ম শিকি ল'লেও বিয়াৰ পিছত শৰণ ভোজন লোৱাৰ সময়ত গুৰুৰ পৰাও কিছুমান গোপনীয় কথা শিকি লয়। মন্ত্ৰ হিচাপে ব্যৱহাৰ কৰা এই গোপনীয় কথাবোৰ যাৰে তাৰে আগত নকয়। তথাপি ক্ষেত্ৰ অধ্যয়ন কালত, তেনে দুই এটা উফৰি আহি কাণত পৰা মন্ত্ৰৰ(!) ভিতৰত "তামোল কাটু খান খান, গুৰু ভকতক কৰু দান" বোলা বচন ফাকি ওপৰুৱা দৃষ্টিত অৰ্থহীন হ'লেও, এই কথাখিনিৰ মাজতেই প্ৰকাশ পাইছে আমাৰ সমাজ ব্যৱস্থাৰ এখন চিত্ৰ।

বৰ্তমান সমাজ ব্যৱস্থাত পূৰ্বৰ লোক-বিশ্বাসে, বিশ্বাস যোগ্যতা হেৰুওৱাটো স্বাভাৱিক। যন্ত্ৰ নিৰ্ভৰ সমাজত আজি বহু কথাই খাপ নাখায়। আনহাতে মানুহৰ চিন্তা শক্তিৰ সংকীৰ্ণতা, নিজৰ সাহিত্য-সংস্কৃতি সম্পৰ্কে অজ্ঞানতা আৰু মৰ্মগ্ৰাহীতাৰ অভাৱও বহুতো লোক-বিশ্বাসৰ গাত অন্ধ বিশ্বাসৰ কলংক জাপি দিছে। উদাহৰণ স্বৰূপে বিয়াৰ বৰক নেওঁতা খাবলৈ মাতি, নেওঁতা মুখস্থ মাতিবলৈ দি ৰং



চোৱা, কোনো কোনো মহিলাক বিনা দোষতে 'ডাইনী' বুলি পুৰি মাৰা, বঙালী সমাজত লক্ষ্মী পূজাৰ আগদিনা শেষ ৰাতি কুলা বজাই বজাই অলক্ষ্মী দূৰ কৰাৰ নিচিনা, আমাৰ সমাজতো কলেৰা মহামাৰীক নাম কীৰ্ত্তন কৰি গাঁৱৰ মূৰত এৰি থৈ আহিবলৈ যাওঁতে সীমামূৰীয়া গাঁৱৰ মানুহৰ লগত কাজিয়া লাগি ৰক্তাৰক্তি হোৱা কথাবোৰ সকলোৱে জানে। এইবোৰ অন্ধবিশ্বাস। উদাহৰণস্বৰূপে সত্য নাৰায়ণ পূজাত, পিতৃয়ে গাখীৰ গুৰ খোৱা চুৰুনী মেকুৰী এজনী বান্ধি থোৱা দেখি, পিতৃৰ মৃত্যুৰ পিছত পুতেকেও পূজাৰ সময়ত এজনী মেকুৰী বান্ধি ৰখাৰ নিয়ম কৰাৰ নিচিনা 'যথাং পূৰ্বং তথাং পৰং' বোলা অভ্যাসবোৰ সমাজৰ অচিন ব্যাধি।●

# মহিলাৰ বস্ত্ৰ, সাজপাৰ আৰু গহনা-গাঠৰি

❑ ড° অমিয়া মহন্ত

আৰ্য্য, মঙ্গোলীয় আৰু দ্ৰাবিড় সংস্কৃতিৰ সমন্বয়ত গঢ় লৈ উঠা বৰপেটা জিলাৰ লোক সংস্কৃতিৰ এক স্বকীয় বৈশিষ্ট্য আছে। বৰপেটা জিলাই সামৰি লোৱা ৩,৩০৭.৩ বৰ্গ কিলোমিটাৰ মাটিকালিত বসবাস কৰা জনসংখ্যা চাৰি লাখৰো ওপৰত। এই জনসংখ্যাৰ যথেষ্ট সংখ্যক মহিলা। বৰপেটা জিলাৰ লোক সংস্কৃতিত এই অঞ্চলৰ মহিলাসকলৰো এক বিশেষ ভূমিকা আছে।

বস্ত্ৰ, অলংকাৰ, সাজপাৰ আদি ভৌতিক সংস্কৃতিৰ অন্তৰ্ভুক্ত। ৰিচাৰ্ড এম ডৰচনে তেখেতৰ "ফ'কলোৰ এণ্ড ফ'কলাইফ ঃ এন ইনট্ৰোডাক্চন" গ্ৰন্থত লোকজীৱন আৰু লোকবিদ্যাক চাৰিটা ভাগত ভাগ কৰি দেখুৱাইছে—

(১) মৌখিক সংস্কৃতি (Oral Literature)
(২) ভৌতিক সংস্কৃতি (Material Culture)
(৩) সামাজিক লোক-ৰীতি আৰু (Social folk-custom)
(৪) লোক পৰিৱেশ্য কলা (Performing folk arts)

ভৌতিক সংস্কৃতিৰ আকৌ পাঁচোটা ভাগ আছে —

(১) লোক শিল্প (folk crafts)
(২) লোক কলা (folk art)
(৩) লোক স্থপতি বিদ্যা (folk architecture)
(৪) লোক আভৰণ (folk costume)
(৫) লোক ৰন্ধন প্ৰণালী (folk cooking)

প্ৰাকৃতিক লোক জীৱনকে ভৌতিক সংস্কৃতি বুলিব পাৰি। "ভৌতিক সংস্কৃতিৰ বিষয়-বস্তু লোক-সংস্কৃতিৰ শ্ৰাৱণিক আচৰণৰ ওপৰত নিৰ্ভৰ নকৰে; নিৰ্ভৰ কৰে দৃশ্যগত চাক্ষুস আচৰণৰ ওপৰত।



বাচিক কলা (verbal art)ৰ দৰে ভৌতিক সংস্কৃতিতো এফালে ৰক্ষণশীল পৰম্পৰা (conservative tradition) আৰু ব্যক্তিগত পৰিবৰ্ত্তন — এই উভয় শক্তিয়ে নিয়তভাবে ক্ৰিয়া কৰি থাকে।" (ড° নবীনচন্দ্ৰ শৰ্মা ঃ অসমীয়া লোক সংস্কৃতিৰ আভাস, পৃ.৫১)

কোনো সমাজত বাস কৰা লোকৰ মানসিক ৰুচি আৰু অভিবৃত্তি প্ৰকাশ পায় তেওঁলোকৰ কৃতবিদ্যাৰ মাজত। ইয়াৰ নামেই লোকবিদ্যা। ই হ'ল লোকজীৱনৰ হৃদয় স্পন্দন। এখন সমাজক সুদূৰ কাললৈ স্বকীয়তাৰে জীয়াই ৰাখিবলৈ ই বাহক হিচাপে কাম কৰে। কোনো সমাজৰ সাংস্কৃতিক ইতিহাস ৰচনা কৰাৰ ক্ষেত্ৰত লোকবিদ্যাই তৈয়াৰ কৰা লোক ঐতিহ্যৰ বিশেষ ভূমিকা আছে।

বিভিন্ন জাতি গোষ্ঠীৰ মিলনভূমি অসম দেশৰ বৰপেটা জিলা এক ক্ষুদ্ৰ সংস্কৰণ। কিৰাত, দ্ৰাবিড় আৰু আৰ্য্য গোষ্ঠীৰ দ্বাৰা প্ৰভাবান্বিত হৈ গঢ় লৈছিল এই জিলাৰ জনসংস্কৃতি। সেয়ে অসমীয়া বস্ত্ৰ, সাজপাৰ আৰু অলঙ্কাৰ (বৰপেটা জিলাৰ) সম্পৰ্কে কিবা লিখিবলৈ যোৱাৰ আগতে এই জিলাৰ জনগাঁথনি- আৰু গোষ্ঠীগত বৈশিষ্ট্য সম্পৰ্কে সামান্য আভাস লোৱা ভাল হ'ব।

যিসময়ত ভাৰতত আৰ্য্যসকলে বসতি বিস্তাৰ কৰিছিল, সেই সময়তে কামৰূপত (অসমত) পশ্চিম সীমাৰে দ্ৰাবিড় আৰু কোলমুণ্ডা গোষ্ঠীৰ লোক ছেগাচোৰোকাকৈ প্ৰবেশ কৰিছিল। খৃষ্টপূৰ্ব প্ৰথম/দ্বিতীয় শতিকা মানৰ পৰা মঙ্গোলীয় বা তিব্বত-বৰ্মীয় লোকসকল এটি পাহাৰীয়া পথেৰে (উক্ত পথটো তিব্বতৰ পৰা নেপাল ভূটানৰ মাজেদি আছিল বুলি ৰবীনচন চাহাবে তেখেতৰ A Descriptive Account of Assam গ্ৰন্থত লিপিবদ্ধ কৰিছে। আনহাতে চীনা পৰিব্ৰাজক হিউএন চাঙেও উত্তৰব্ৰহ্ম, মণিপুৰ আৰু কামৰূপৰ মাজেদি আফগানিস্থানলৈ যোৱা এটি দীঘল পথৰ বিৱৰণ দিয়া বুলি এডৱাৰ্ড গেইটে তেখেতৰ "অসমৰ বুৰঞ্জী" গ্ৰন্থত উল্লেখ কৰিছিল।) অসমৰ অন্যান্য ঠাইৰ লগতে বৰপেটা জিলাতো প্ৰবেশ কৰিছিল। এইসকল লোকৰ সৈতে দ্ৰাবিড়, কোলমুণ্ডা আৰু আৰ্য্যৰ সমন্বয় ঘটিছিল।

বৰপেটা জিলাত ব্ৰাহ্মণ, কলিতা, কৈৱৰ্ত্ত আদি যিসকল লোক বসবাস কৰি আছে, তেওঁলোকৰ ভিতৰতো ব্ৰাহ্মণসকল বঙ্গ, কণৌজ,

উত্তৰ প্ৰদেশৰ আৰু কলিতাসকল (যাক ব্ৰাত্য বুলিও কোৱা হয়) উত্তৰ ভাৰতৰ পৰা অহা। কৈৱৰ্ত্ত, কেওটসকল আন্তবৰ্ণৰ সমন্বয়ত সৃষ্টি হৈছে। ইয়াৰ বাহিৰেও প্ৰাচীন অসমত কুম্ভকাৰ (মাটিৰ বাচন তৈয়াৰ কৰা লোক), তন্তুবায় (তাঁতী, দৰ্জি আদি), নৌকি (নাওৰীয়া) আদি বিভিন্ন জাতৰ মানুহ আছিল বুলি উল্লেখ আছে (ড° লক্ষ্মী দেৱী ঃ অসম দেশৰ বুৰঞ্জী, প.৮১)। এই প্ৰসঙ্গতে গেইটৰ "অসমৰ বুৰঞ্জী"ৰ পৰাও কিছু কথা উল্লেখযোগ্য— **"The fact that the refore that excluding imigrants during historic times a few communities, like Kalitas, of reputed Aryan decent, and a few other, such as the Doms, of obvious Dravidian origin, the Bulk of the papulation of the Brahmaputra valley is comprised of tribes whose peculiar dialects belong to the Tibeto-Burman branch of the Indo-Chinese family by no means indicates racial uniformity".** প্ৰাসঙ্গিক কথাখিনি গেইটে যদিও ভাষা, উপ-ভাষা সৃষ্টিৰ ক্ষেত্ৰত প্ৰকাশ কৰিছে, একেখিনি কথা সংস্কৃতিৰ সৃষ্টিৰ ক্ষেত্ৰতো প্ৰযোজ্য। ড° লক্ষ্মীদেৱীয়ে উল্লেখ কৰা তন্তুবায় কোনো জাতি নহয়। প্ৰকৃততে প্ৰাচীন অসমত সকলো জাতিৰ লোকেই কাপোৰ বৈছিল।

বৰপেটা জিলা এসময়ত তাঁতীসকলৰ .......... বাসভূমি আছিল; বৰপেটা চহৰৰ পুৰণি নাম তাঁতীকুছিৰ পৰাই এই কথাৰ সত্যতা নিৰূপণ কৰিব পাৰি। ইয়াৰ উপৰিও ষষ্ঠদশ শতিকাত মহাপুৰুষ শঙ্কৰদেৱে এনে তাঁতীসকলৰ সহযোগতেই বৰপেটাত "বৃন্দাবনী বস্ত্ৰ" বৈ উলিয়াবলৈ সক্ষম হৈছিল। ঐতিহাসিক তথ্যমতে অষ্ট্ৰো-মঙ্গোলয়দ গোষ্ঠীৰ লোক এই অঞ্চলত বাস কৰা হেতুকে পাট, মুগা, এৰী সূঁতা ইয়াত উৎপাদন হৈছিল। পাট, মুগা, এৰী, পলু পোহাটো এই গোষ্ঠীৰ পৰম্পৰাগত ৰীতি আছিল। কছাৰীসকলৰ মাজত থকা জনশ্ৰুতি অনুযায়ী, সদাশিৱই কছাৰী মানুহ এজনক মুগাৰ সঁচ দিছিল। অনুমান হয় পূৰ্বৰ এনে পটভূমিৰ পৰিপ্ৰেক্ষিতত বৰপেটা জিলাৰ বিশেষকৈ বৰপেটা চহৰ বা তাৰ দাঁতি কাষৰীয়া অঞ্চলত পাট, মুগা কাপোৰৰ আদৰ আৰু প্ৰচলন বেছি। কপাহী বস্ত্ৰ, পাট, মুগা এৰীৰ বহু পিচতহে



ব্যৱহৃত হৈছে। বিভিন্ন কাৰণত পাট, মুগা, এৰীৰ উৎপাদন কমি গ'ল (বিশেষকৈ উনবিংশ শতিকাৰ পৰা ইষ্ট ইণ্ডিয়া কোম্পানী আৰু ইংৰাজ বণিকসকলে কম দামতে পাট, মুগা, এৰী কাপোৰবোৰ কিনি নি অসমৰ বজাৰ মহঙা কৰিবলৈ লৈছিল। তাৰ ঠাই লৈছিল বিলাতী কাপোৰ আৰু ধুলাই পাট, বঙলা পাট, মহীশুৰ পাট, কাশ্মিৰী পাট আদিয়ে। শেহতীয়াভাবে ৰাসায়নিক গৱেষণাগাৰত নিৰ্মিত অনেক কৃত্ৰিম পাটে সমগ্ৰ পৃথিবীৰ বজাৰৰ লগতে বৰপেটা জিলাকো গ্ৰাস কৰি পেলাইছে। তথাপিও পৰম্পৰা ৰক্ষাৰ প্ৰক্ৰিয়াত গ্ৰহণ-বৰ্জনৰ মাজেৰে কেৱল মহিলাইহে অসমীয়া সাজযোৰ ধৰি ৰাখিছে।

এই জিলাৰ অসমীয়া মহিলাৰ বস্ত্ৰ বুলি ক'লে তেওঁলোকে দেহাঙ্গত ব্যৱহাৰ কৰা চাদৰ-মেখেলা, ব্লাউজ, শাৰী আদিকে বুজোৱা হয়। বৰপেটা জিলা যিহেতু বিভিন্ন জাতি-গোষ্ঠীৰ সমন্বয় ক্ষেত্ৰ, গতিকে ইয়াত বঙালী, মুছলমান মহিলাসকলে শাৰী আৰু মেখেলা চাদৰো পিন্ধে। আনহাতে বড়ো গোষ্ঠীৰ মহিলাসকলে মেখেলা, দখনাৰ (লগত এখন ফাইলি থাকে) উপৰিও শাৰী-মেখেলা-চাদৰ পিন্ধাও দেখা যায়। উভয়গোষ্ঠীৰ মহিলাই পৰিধান কৰা এই সামগ্ৰীবোৰ কপাহী পাট, মুগা, কাপোৰেৰে তৈয়াৰী। প্ৰধানকৈ লজ্জাবোধৰ অৰ্থেই সাজপাৰ পৰিধান কৰিলেও পিন্ধা সাজযোৰে অসমীয়া মহিলাৰ সৌন্দৰ্য্যবোধ, ৰুচি আৰু বুদ্ধিমত্তাৰো পৰিচয় দাঙি ধৰে। বড়ো মহিলাসকলৰ মোটা সূতাৰে তৈয়াৰী দখনাবোৰ ফুলাম আৰু বিচিত্ৰ বৰ্ণৰ; তাৰ লগতে কান্ধত পেলাই উৰি লোৱা ফাইলিখনো বিবিধ কৌশলেৰে বোৱা, তাত আছে বড়ো মহিলাৰ ৰঙীন শিল্পী সুলভ মন আৰু সৌন্দৰ্য্যবোধৰ পৰিচয়।

অসমীয়া মহিলাৰ চাদৰ-মেখেলাযোৰৰ লগতে এখনি ৰিহাও থাকে। বৰপেটাৰ মহিলাৰ বাবে ৰিহাখন এক সম্ভ্ৰমসূচক বস্ত্ৰ। ইয়াৰ ব্যৱহাৰ সৰ্বাধিক নহ'লেও মহিলাৰ বাবে ই আদৰৰ আৰু মূল্যবানো। সেয়ে বিবাহ, ধৰ্মীয় অনুষ্ঠান আদি বিশেষ দিনবোৰত মহিলাসকলে ৰিহা পৰিধান কৰে। ভৰিৰ সৰু গাঁথিলৈকে দুই/তিনিটা ভাঁজ দি মেখেলাখন পিন্ধি লৈ তাৰ ওপৰতে কিছু চুটিকৈ ৰিহাখন বাওঁ কঁকালত খুচি মেৰিয়াই আনি বুকুৰ দুই স্তনৰ ওপৰেৰে আঁটি বান্ধি লয়। পুৰণি কালত ৰিহাখনে কাঁচলিৰ কাম কৰিছিল। আজিকালি ব্লাউজ আৰু বুকু

বন্ধনীৰ ব্যৱহাৰ থকা বাবে ৰিহাখন বান্ধি নলৈ এটা আঁচল কান্ধত পেলাই ঘূৰাই আনি কঁকালত খুচি লয়। এনে কৰাৰ ফলত কঁকালৰ ঋজুতা আৰু নিতম্ব অংশ স্পষ্ট কৰি নাৰী দেহৰ সৌন্দৰ্য্য প্ৰকট কৰাৰ উপৰিও পিঠিখন ঢাকি ৰাখে। বিভিন্ন ধৰণৰ ৰিহাৰ ভিতৰত কেছ বচা ৰিহাহে এই অঞ্চলৰ মহিলাই পছন্দ কৰে। অৱশ্যে আঁচুঅলীয়া আৰু গুণাৰ বন কৰা ৰিহাৰো প্ৰচলন আছে। ৰিহাৰ ওপৰতে মূল চাদৰখন লোৱা হয়।

ৰিহা-মেখেলা-চাদৰযোৰকে যদিও 'অসমীয়া সাজ' বুলি স্বীকৃতি দি সংস্কৃতিৰ অন্তৰ্ভূক্ত কৰা হ'ল, প্ৰকৃততে ই সমন্বয়ৰ সাজহে। কিয়নো পোনপটীয়াকৈ এই সাজযোৰ কোনো জাতি বা গোষ্ঠীৰ পৰা অসমীয়া লোকৰ মাজলৈ অহা নাই। বৰং দীৰ্ঘ দৃষ্টিৰে লক্ষ্য কৰিব পাৰি মঙ্গোলয়দ সংস্কৃতিত মেখেলাৰ ব্যৱহাৰ আছে; কিন্তু ৰিহা বা চাদৰৰ ব্যৱহাৰ নাই। আনহাতে দ্ৰাবিড় গোষ্ঠীৰ কেৰেলাৰ মহিলাসকলে মেখেলাৰ লগতে এখন চুটি চাদৰো লয়। একেদৰে মালদ্বীপৰ মহিলায়ো এনে সাজ পৰিধান কৰা দেখা যায়। এই প্ৰসঙ্গতে ড° ডি.ডি.কোশাম্বীয়ে তেখেতৰ "ভাৰতৰ ইতিহাস" গ্ৰন্থত লিখিছে ঃ "এই ৰাজ্যত (অন্ধ্ৰত) এবিধ অতি উন্নত আৰু পাতল কাপোৰ উৎপন্ন হৈছিল। .......... মালাবাৰৰ মানুহেও এনেধৰণৰ বৰ পাতল আৰু সুন্দৰ কাপোৰ তৈয়াৰ কৰিব জানে" (পৃ.৩৮৩)। উৎপাদিত পদ্ধতি আৰু বস্ত্ৰ সেইবোৰ অঞ্চললৈ বিয়পি পৰিছিল আৰু সেইবোৰ অঞ্চলত ব্যৱহৃত মহিলাৰ সাজ-সজ্জাই পূৰ্বদেশক প্ৰভাবান্বিত কৰিছিল। যিহেতু দ্ৰাবিড় গোষ্ঠীৰ লোক কামৰূপত থকাটোৰ সপক্ষে অনেক পণ্ডিতে স্বীকাৰ কৰিছে তেনে ভিত্তিতে এনে অনুমান কৰাৰ থল আছে। ইতিহাসবিদ কনকলাল বৰুৱাৰ "আৰ্লি হিষ্টৰী অব্ কামৰূপ" গ্ৰন্থত এই সম্পৰ্কে উল্লেখ আছে—

: "At first the course of time the new comers who were themselves probably a neolithic people, were vanquished by the Dravidians. ............ During the time of the Maha bharata war or over earlier, the Bodo tribes constituted the bulk of the papulation in the Assam valley, northern and eastern Bengal and the surrounding and intervening hills. In the Surama valley plains the Dravidians then formed the predominent element in the papulation as now." (P.13,14).



মেখেলা-চাদৰযোৰকে প্ৰধান সাজ হিচাপে স্বীকৃতি দিলেও প্ৰাচীনকালৰে পৰা অসমীয়া মহিলাই শাৰী পিন্ধাৰ অনেক প্ৰমাণ বিভিন্ন পুথিত লিপিবদ্ধ আছে। সুদূৰ অতীতৰ অনেক লোকতথ্য বহন কৰি বৰপেটা অঞ্চলত প্ৰচলিত বিয়াগীততো শাৰীৰ ব্যৱহাৰৰ বৰ্ণনা আছে—

(ক) " শাৰী পিন্ধে শাৰী পিন্ধে
ভাল মান্হোৰ জী
ভাল কৰি শাৰী পিন্ধে
চিকন গাৱত দি।"

(খ) " কদমৰ ঠানিটো মাৰিলা দলি
চিৰি গেল্ ৰাধিকাৰ চুচ্পাটৰ শাৰী।"

দশম স্কন্ধ ভাগৱতৰ 'ৰাসলীলা' অধ্যায়ত শঙ্কৰদেৱে লিখিছে "পিন্ধে শ্বেত নেত শাৰী কামে উত্ৰাৱল।" উল্লেখযোগ্য যে উক্ত অধ্যায়ৰে কেবাঠাইতো শঙ্কৰদেৱে "মেখলা" শব্দটোৰে জনপ্ৰিয় 'মেখেলা' অৰ্থ প্ৰকাশ কৰা নাই। যেনে—

(ক) " মুণ্ডত মেখলা বান্ধে বলয়াক গলে।"

(খ) ক্ষৌণী বস্ত্ৰে প্ৰকাশে নিতম্ব কৃশ কটি।
সোণৰ মেখলা তাতে বান্ধি আছা আটি।

দেখা যায় 'মেখলা' শব্দটো অঙ্গ বস্ত্ৰৰ ক্ষেত্ৰতহে প্ৰয়োগ হৈছে, অধোবাস হিচাপে নহয়। আনহাতে ওপৰত উল্লেখ কৰা বিয়াগীত দুফাঁকিত শাৰী যে কেৱল সম্ভ্ৰান্ত ঘৰৰ মহিলাইহে পিন্ধিব পাৰিছিল, সাধাৰণ ঘৰৰ মহিলা মেখেলা অথবা মেখেলা-চাদৰকে পিন্ধিছিল, সেইটো স্পষ্ট হৈ পৰিছে। অৱশ্যে স্বামীৰ মৃত্যুৰ পিচত দহা কাৰ্য্য শেষ নোহোৱালৈকে পত্নীয়ে পাৰিহীন শুকুলা শাৰী একবস্ত্ৰ হিচাপে ব্যৱহাৰ কৰে। অবশ্যে সময়ৰ লগে লগে সকলো পৰিবৰ্ত্তন হোৱাৰ লগতে শাৰীও এতিয়া বৰপেটাৰ মহিলাৰ মাজত বহুল ব্যৱহৃত সাজ

হিচাবে পৰিগণিত হৈছে। ৰুচিৰ পৰিবৰ্ত্তন আৰু অৰ্থনৈতিক দিশেই ইয়াৰ প্ৰধান কাৰণ বুলি ক'ব পৰা যায়।

বেছিভাগ বয়সীয়াল মহিলাই দুখন বস্ত্ৰহে পিন্ধে, ব্লাউজ নিপিন্ধে। তেওঁলোকৰ দুখনীয়া বস্ত্ৰৰ অধোবাস মেখেলা আৰু ওপৰৰ অংশত যিখন কাপোৰ মেৰিয়াই পিন্ধে তাৰ নাম আগৰান্ (আগুৰান্)। সৰুতে ডাঙৰ ফুলাম ধুনীয়া কাপোৰ এখন দেখিছিলো। সেইখনৰ নাম দোলায়। সেইখন পুৰণি কালৰ মহিলাৰ বিয়াৰ দিনা ওৰণি টানি সৰ্বাঙ্গ ঢাকিবলৈ পৰিধান কৰা হৈছিল। দোলায় এক উচ্চ খাপৰ বস্ত্ৰ। এই শব্দটোৰ আজিকালিও বৰপেটাত এনে এক অৰ্থতে প্ৰয়োগ পৰিলক্ষিত হয়। বিশেষকৈ বহলভাবে "কাপোৰ-কানি নালাগে" অৰ্থ বুজাবলৈ ব্যৱহাৰ হয় "শাৰী দোলায় নালাগে" শব্দকেইটা। ড° হৰিনাথ শৰ্মাদলৈয়ে এই কাপোৰখনৰ নাম দোপাটী বুলি লিখিছে (বাৰেবৰণীয়া অসম, পৃ-২০২)। আহোম ৰাজত্বৰ আগলৈকে ব্লাউজৰ ব্যৱহাৰ যিহেতু নাছিলেই আৰু পিচলৈ প্ৰচলন হ'লেও সি কেৱল মুষ্টিমেয় সম্ভ্ৰান্ত লোকৰ মাজতে যিহেতু সীমাবদ্ধ আছিল গতিকে উক্ত দোলায়খনেৰেই মূৰৰ পৰা ভৰিৰ গেৰোহা ঢাক খোৱাকৈ ঢাকি ৰাখিছিল যাতে কোনো অঙ্গ আনৰ দৃষ্টিগোচৰ নহয়। আনহাতে বৃদ্ধা মহিলাসকলৰ বেছিভাগেই মেখেলা এখন বুকুত মেঠনি মাৰি পিন্ধে আৰু কেতিয়াবা ওপৰৰ অংশত তেলচ্ (আঢ়েহাত/তিনিহাত দি বোঁৱা এখন কাপোৰ) এখনেৰে ঢাকি লয়। গভীৰভাবে চিন্তা নকৰিও ক'ব পাৰি এয়া তিব্বতবৰ্মীয় গোষ্ঠীৰ মহিলাৰ সাজৰ প্ৰত্যক্ষ প্ৰভাৱ।

সাজযোৰে বয়স, বিবাহিতা/অবিবাহিতা নিৰ্ণয় কৰে। তদুপৰি সাজযোৰৰ দ্বাৰাই সধবা/বিধবাৰো পৰিচয় প্ৰকট হয়। এগৰাকী সধবা বা অবিবাহিতা মহিলাই বিভিন্ন ৰং আৰু ফুলৰ চানেকিৰে তৈয়াৰী বস্ত্ৰ পৰিধান কৰে।

অতীতকালত ৰং তৈয়াৰ কৰি আঁচু বোৱা হৈছিল গছৰ গুটি বা বাকলিৰ পৰা। বিভিন্ন জ্যামিতিক চানেকিৰ উপৰিও প্ৰাচীন কালৰে পৰা মহিলাৰ বস্ত্ৰত আন বহুতো ফুল তোলা হৈছিল যাক চিনি পাবলৈ একো একোটা নামকৰণৰ ব্যৱস্থা আছিল। তেনে কেতবোৰ ফুলৰ নাম, যেনে — মেৰুগিৰী, নদীৰপাক, চান্দোৰ মেৰঘৰ, চন্দ্ৰলতা, গলকণ্ঠি, মেনিফুল, ডাক্তৰৰ জিভা, উকীলৰ ফিচ, ঘৰিয়ালৰ ফিছা, বৰপেইটা লতা ইত্যাদি। ওপৰত বৰ্ণিত লতাফুল বাছি তাৰ ওপৰতে আকৌ বিভিন্ন বৰণৰ সূতাৰে পজাঘৰ, বগ্ৰীগাছ, পখিলা, কৰ্দ্দৈৰ চাক্লা, কাণপাচা, গছৰপাত, দেউল আদি বুটা বাছি কাপোৰখন ৰমক-জমককৈ বৰ্ণময় কৰি তুলিছিল। অকল এয়ে নহয়, সৌন্দৰ্য্য আৰু নিজস্ব ৰুচিৰ লগত ৰজিতা খুৱাই অনেক তাঁত শিল্পীয়ে বিভিন্ন ৰঙৰ সূতাৰে কাপোৰত আকাশৰ তৰা, উৰি থকা চৰাই, ভূঁই ৰোৱা/মাছ-মৰা মহিলা, শৰাই-জাপি, ঢোলবিৰি, জোনবিৰিৰ উপৰিও মানুহ, চৰাই, জন্তু, নৈসৰ্গিক জগতৰ সকলো উপাদানকে কাপোৰত বন্দী কৰি ৰাখিছিল। ইয়াৰ দ্বাৰা শিল্পীসকলে তেওঁলোকৰ শিল্পী সুলভ মনোবৃত্তিৰ উপৰিও শিল্পদক্ষতা প্ৰকাশ কৰিবলৈ সক্ষম হৈছিল।



মানুহ এক সৌন্দৰ্য্য পিপাসু প্ৰাণী। সৌন্দৰ্য্য সচেতন মনেৰে মানুহে নিজক সজাই-পৰাই আনৰ ওচৰত প্ৰকাশ কৰিবলৈ ভাল পায়। সাজযোৰে প্ৰধানকৈ লজ্জা নিবাৰণৰ বাবে পিন্ধা হ'লেও ই মহিলাৰ ৰূপ সচেতনতা আৰু সৌন্দৰ্য্যৰ দিশটোও উন্মোচন কৰে।

অকল সাজযোৰেই মহিলাৰ ৰূপ সচেতনতাৰ নিদৰ্শন নহয়, দেহৰ বিভিন্ন অঙ্গৰ সৌষ্ঠৱ বৃদ্ধিৰ বাবে মহিলাসকলে অলঙ্কাৰো পৰিধান কৰে। অন্য ধাতুৰ প্ৰচলন থাকিলেও প্ৰধানকৈ সোণৰ অলংকাৰৰ প্ৰতি বৰপেটা জিলাৰ মহিলাৰ হাবিলাস লক্ষণীয়। ঘৰ এখনত সোণ-ৰূপ থাকিলে আৰ্থিক নিৰাপত্তা থাকে যদিও প্ৰধানকৈ সৌন্দৰ্য্য বৃদ্ধি কৰাৰ প্ৰয়াস লৈয়েই মহিলাই দেহৰ বিভিন্ন অঙ্গ, (যেনে- ডিঙি, কাণ, নাক, হাত, ভৰি, বাহু, কঁকাল, আঙুলি, কপাল)ত বিভিন্ন নক্সাৰ অলঙ্কাৰ পিন্ধে। এই অলঙ্কাৰবোৰ বনিয়া সম্প্ৰদায়ৰ লোকে তৈয়াৰ কৰে। বনিয়াসকল একোগৰাকী নিপুণ কাৰিকৰেই নহয়, একোগৰাকী শিল্পীও। এটুকুৰা টান ধাতুক বিভিন্ন কৌশলেৰে ফুল/ফল, গছ-লতা, চৰাই-জন্তু আদিৰ আৰ্হি লৈ ৰূপান্তৰ কৰি তেওঁলোকে সৌন্দৰ্য্য আৰু কলা-নৈপুণ্যৰো পৰিচয় দাঙি ধৰি আহিছে।

বৰপেটাৰ বনিয়াই গঢ় দিয়া মহিলাৰ এবিধ অলঙ্কাৰৰ বিশেষ বৈশিষ্ট্য আছে আৰু গোটেই অসমত ই জনপ্ৰিয়। তেনে অলঙ্কাৰ বিধ হ'ল- ঠকা-সনা বা কাত্ৰা সনা বা যুৰ সনা। এইবিধ অলঙ্কাৰ গঢ়িবলৈ

হ'লে সোণ বেছিকৈ লাগে। গতিকে ই কেৱল আঢ্যৱন্ত ঘৰৰ সামগ্ৰীহে। সৰুতে কাণত তিনি/চাৰি তোলা ওজনৰ ঠকা-সনা, হাতত সাত তোলাৰ গোটাবালা আৰু ডিঙিত দহ তোলাৰ প্ৰজাপতি হাৰ পিন্ধি থকা অসমীয়া মহিলা প্ৰত্যক্ষ হৈছিল।

ঠকা সনাৰ উপৰিও বৰপেটা জিলাত প্ৰচলিত আন কেতবোৰ অলঙ্কাৰ আছে, সেইবোৰ প্ৰাচীন আৰু আধুনিক হিচাপে ভাগ কৰিও দেখুৱাব পাৰি। যেনে (পুৰণি) —

| | | |
|---|---|---|
| কপালত পিন্ধা অলঙ্কাৰ | — | চিতিপাতি বা কাপেলি। |
| গলত পিন্ধা | — | গলকণ্ঠি বা গলপতা, চিত্তন, ধাৰমাদ্‌লি, পাতমাদ্‌লি, জোনমাদ্‌লি, কেচেলুৰীয়া হাৰ আৰু প্ৰজাপতি হাৰ। |
| হাতত পিন্ধা গহনা | — | মুঠি, বালা, বাজু (বাউসীত পিন্ধা) |
| নাকত পিন্ধা অলঙ্কাৰ | — | নাকচান্দা বা চাকিফুল, থিয়াফুল, নলক। |
| ভৰিত পিন্ধা অলঙ্কাৰ | — | লেম্পুৰ (নেপুৰ), ভোৰখাৰু (ভৰিখাৰু), বেকী আৰু পাৱজানি। |

(আধুনিক)

| | | |
|---|---|---|
| গলত পিন্ধা | — | চেইন, তেত্‌লিৰ পাত, গোটাহাৰ, চিতাহাৰ, ঢোলবিৰি, জোনবিৰি আৰু বিভিন্ন নক্সাৰ নেকলেচ। |
| হাতত পিন্ধা | — | চেপেটা চুৰি, ব্ৰঞ্জ মিহলি সৰু চুৰি, কঙ্কন, বাউতি, ব্ৰেচ্‌লেট। |
| কাণত পিন্ধা | — | কাণফুল, কাণপাচা, ইয়াৰিং, জুনুকা, ৰিং, টপ্‌ আদি। |

আঙুলিত বিভিন্ন নক্সাৰ আৰু বাখৰখটোৱা মিনা কৰা আঙুঠিৰ ব্যৱহাৰ দেখা যায়। অনেক মহিলাই ভৰিৰ আঙুলিতো আঙুঠি পিন্ধি ভৰিৰ শোভাবৰ্দ্ধন কৰিবলৈ বিচাৰে। আধুনিকতাৰ বা-মাৰলিয়ে প্ৰাচ্যৰ সকলো লোকক পশ্চিমীয়া সংস্কৃতিলৈ অথবা ভাৰতীয় অন্য প্ৰাদেশিক সংস্কৃতিৰ ফালে লৈ যোৱাৰ দৰে শেহতীয়াভাবে অন্য অনেক অলঙ্কাৰে বৰপেটা জিলাৰ মহিলাৰো দেহৰ শোভা বৃদ্ধি কৰিছে। পৰিবৰ্ত্তন আৰু গ্ৰহণ-বৰ্জন জগতৰে ৰীতি। ইয়াক বাধা দিব নোৱাৰি।



ওপৰত বৰ্ণিত অলঙ্কাৰসমূহ কোনো বিশেষ জাতি/গোষ্ঠীৰ পৰা প্ৰত্যক্ষভাবে ধাৰ কৰা নাই যদিও আৰ্য্য আৰু দ্ৰাবিড় প্ৰভাৱ আছে বুলি অনুমান কৰাৰ থল আছে। উত্তৰ আৰু দক্ষিণ ভাৰতৰ দুই এক মন্দিৰত খোদিত মূৰ্ত্তিসমূহৰ অলঙ্কাৰৰ মাজত এনে দুই এপদ অলঙ্কাৰৰ আৰ্হি লক্ষ্য কৰিব পাৰি।

জগত পৰিবৰ্ত্তনশীল। মানুহৰ মনৰ পৰিবৰ্ত্তনৰ সোঁতত বহু প্ৰাচীনতা উটি যায়। কেতিয়াবা আকৌ দেখা যায় আধুনিক মনৰ ৰুচিৰ মাজতে আকৌ প্ৰাচীনতাই ভুমুকি মাৰিছে। এসময়ৰ ৰক্ষণশীল, স্থিতাৱস্থা বিচৰা বৰপেটাবাসীয়েও এই পৰিবৰ্ত্তনশীলতাৰ পৰা হাত সাৰিব পৰা নাই। আধুনিকতাৰ স্পৰ্শ, আৰ্থিক সংকট আৰু মনোভাবৰ ৰূপান্তৰে সকলো সলনি কৰিলে। এসময়ত অধিক সোণেৰে অলঙ্কাৰ গঢ়া ৰীতি এৰি নতুন আৰু কম সোণেৰে গঢ়া অলঙ্কাৰহে জনপ্ৰিয় হ'ল।

হাতীদাঁত শিল্পই বৰপেটাৰ বৈশিষ্ট্য বৃদ্ধি কৰাৰ লগতে ই এক প্ৰাচীন ঐতিহ্যও। এসময়ত হাতীদাঁতৰ অলঙ্কাৰেও মহিলাৰ শৰীৰৰ অঙ্গ শোভা বৃদ্ধি কৰিছিল। হাতীদাঁত শিল্প বৰপেটাৰ স্বকীয় আৰু ৰাজ্যখনৰ অদ্বিতীয় উৎপন্ন দ্ৰব্য। হাতীৰ দাঁতেৰে কাণ, হাত, ডিঙি, নাক আৰু আঙুলিৰ বাবে বিভিন্ন নক্সাৰ (জ্যামিতিক আৰু অন্যান্য চানেকিৰে) ৰূপ দিয়াৰ উপৰিও বিভিন্ন ফুল, চৰাই আদি কোট-পিন্ হিচাপে নিৰ্মাণ কৰি শিল্পীগৰাকীৰ শিল্প নৈপুণ্যৰ পৰিচয় প্ৰকাশ কৰি আহিছে। অৱশ্যে দুষ্প্ৰাপ্য হাতীদাঁতৰ অভাৱে এনে অলঙ্কাৰসমূহৰ ব্যৱহাৰ নিঃচিহ্ন কৰি আনিছে। কিন্তু সোণ আৰু ৰূপৰ মূল্য বৃদ্ধি হ'লেও সি সুলভ হেতু তাৰ ব্যৱহাৰৰ হাৰ কমা নাই। বৰং পুৰণি প্ৰায় ক্ষেত্ৰতে আদৰণীয় হোৱাৰ দৰে বৰপেটাৰ মহিলায়ো পুৰণি আৰু আধুনিক উভয়কে ধৰি ৰাখি নিজস্ব বৈশিষ্ট্য আৰু ঐতিহ্যক পুনৰ প্ৰতিষ্ঠা কৰাৰ ভূমিকাহে মহিলাসকলে লোৱা দেখা যায়। এয়ে লোক সংস্কৃতি য'ত বৰপেটা জিলাৰ বিভিন্ন শিল্পীৰ শিল্প নৈপুণ্য, পৰিধান কৰোঁতাৰ ৰুচি আৰু সৌন্দৰ্য্যবোধৰ মাজতে লুকাই আছে বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ প্ৰাণ — যি ঐতিহ্যৰ ধাৰক আৰু বাহক।●

# গালি-গালাজ-শাওপাত কুশল কামনা আশীৰ্বাদ

❑ নিৰুপমা মিশ্ৰ

মানব জীৱনত সুখ-দুখ, হাঁহি-কান্দোন, আনন্দ-স্ফূৰ্ত্তি যেনেকৈ আছে, তেনেকৈ আছে ক্ৰোধ, ঘৃণা, বিৰক্তি-অসন্তোষ-হাই-কাজিয়া-অস্থিৰতা। ধানটোৱে প্ৰতি কণটো মানুহজনে প্ৰতি মনটো - বিভিন্ন মনৰ আৰু বিভিন্ন চিন্তাৰ ধ্বজা বাহক নানাজনৰ সতে সমাজত বসবাস কৰিব লাগে প্ৰতিজন মানুহেই। এনেদৰে সমাজ পাতি থাকোতেই ইজনৰ স'তে সিজনৰ মতান্তৰতো হয়েই কেতিয়াবা আকৌ মনান্তৰো হোৱা দেখা যায়। ওচৰ-চুবুৰিয়াৰ স'তে, গিৰিয়েক-ঘৈণীয়েকৰ, বাপেক-পুতেকৰ, শাহু-বোৱাৰীৰ, ভাই-ককাইৰ নানা কথা লৈ কাজিয়া-পেছাল হয়, বাক-বিতণ্ডা হয়, সময় গতিকে আকৌ হতাহতিও হোৱা দেখা যায়। কথা কটা-কটি কৰোঁতে গালি-গালাজ, শাও-শপনি স্বাভাৱিক ভাবেই ওলাই আহে কাজিয়া কৰোঁতাৰ মুখেৰে। কাজিয়া লগাৰ সময়ত অতি সংযমী লোকো হৈ পৰে অসংযমী, সুসংস্কৃত লোকো হৈ পৰে অসংস্কৃত। তেতিয়াই অতৰ্কিতে ওলাই আহে মানুহৰ মুখৰ পৰা অশ্লীল-অশ্ৰাব্য-অবাচ্য কেতবোৰ গালি-গালাজ-অভিসম্পাত। স্থান-কাল-পাত্ৰ অনুযায়ী গালিবোৰো বিভিন্ন ধৰণৰ বিভিন্ন সুৰীয়া হয়। অসমৰ বিভিন্ ঠাইত বিভিন্ন কেতবোৰ গালি-গালাজ জনসমাজত আছে যদিও প্ৰায়বোৰৰে এটি সমিলমিল আছে মাথো প্ৰকাশভংগী আৰু ঠাইভেদে উচ্চাৰণৰ অমিল আছে। বৰপেটা জিলাৰো লোকসমাজত বিভিন্ন গালি-গালাজ পূৰ্বৰে পৰা চলি আহিছে। নিজ মত, নিজ স্বাৰ্থ বাহাল ৰাখিবলৈ অপৰ পক্ষক এনেদৰে গালি পৰা শুনা যায়—

তেলোত জুই লাগা, ধুইহ্মা, বাঘৰ আগোৰ তেলকহা খোৱা, হাতী-মুইহে যুঁজি মৰা, বাপেৰ মূৰা খাৱা, মায়েৰ মূৰা খাৱা, তেলে মাত ধৰা, দাংকাটা, ছালা নাক কাটা, দাওনা, গো বইধা, দানোত দিয়া,



বুঢ়ে মৰা, বেটা ধৰ্ম যুধিষ্ঠিৰ, তেলে কামাৰ ধৰা, বকাসুৰ, খটাসুৰ, ভীমৰ দৰে খাৱা, ৰাজা শোগুণে খুলি খুলি খাৱা, শোগনে খাৱা, গাইথা বিষে ধৰা, ফুৰাবাৰীত দিয়া, দক্ষিণাত দিয়া, হাৰামজাদা, খাইপাত ফালা, চুঙাৰ বাদ্‌লি, তেজে হাগি মৰা, তেজে মুতি মৰা, গ্ৰহণী ধৰা, তিৰিৰ মেখলাৰ তলেদি যাওৱা, টুইটকা, চকু মুদা কুলি, গজমূৰা, ঘৰগোণা, ছালা কাণ কাটা, ভাত পেটুলা, কাপাল খাৱা, পেট ভাটো, মূৰত উঠা, ছালা পেট কুলি, টুপে বুৰ মাৰা, চুকৰ ভেকুলী, ঢুলৰ লগোত টেমকা হৈ ফুৰা, ধোদৰ পাচলা, গাছোত তুলি গুৰি কাটা, ডোম চুৰ, বোগ্‌লা ভকত, পুলপুলীয়া, চুৰা চেলকা, ঘৰ বুঢ়া, পেটকুইপ্‌টা, ডালাৰ বোগৰী, কুলৈক্ষণা, সাত ঘাটোৰ চেঙেলী, যত কুটৰ ঘাই, এলোন্থৱা, কাইনা, পাপীষ্ঠ, ভয়পাদুৰা, নৰাধম, পাষণ্ড, চেলেপু, কথোকী চলাহী, ঢামা ধৰা, সাত পথাৰৰ ঘাঁহ খাৱা, নিলাজ, পিলিঙা, নিধক, ধিতিঙা, চুলুং পুতুং, উতোনুৱা, জধামূৰ্খ, অবালচান্দা, আলাবাদু, ভলভলীয়া, অভাজন, আওকথীয়া, দগাবাজ, ঘোচখোৰ, বুৰ্বক, গোটগৰু, বেটাকুকুৰীকাণা, চকু চৰহা, মাথা-মুণ্ড নাজনা, নোম টেঙৰ, নপতা ফুকন, ৰাজাথেৰ বৌৱা, বিড়াল তপোস্বী, নামতা গৰু গু খাৱাৰ নামে কাল, শেন চৌখা, লাউমুৰা, লাউমূৰা, আলিবাটোত চালি ধৰি ফুৰা, কোলি কালৰ ছলি, তিলটোকে তালটো কৰা, উনৈশত বা বলৱা, ঔচ বুল্‌লি ওচৰ চাপা, মুৰে ভৰি কাঢ়া, বেটা ওভোত গোৰে নাচা, ওফন্তি গঙাটোপটো হৱা, তপত ভাতত ধোঁৱাই খাৱা, উপকাৰীক অজগৰে খাৱা, অমৃতত বিহ ঢালা, বেটা পৰৰ ওপৰোত খাৱা, ভাইটা নাৱত যাৱা, সাপ হৈ খুটা বেজ হৈ জাৰা, বেটা মাছ খাৱা উদ, লাই পাৱা কুকুৰ, যুঁজৰ কুক্‌ৰা, অকঁৰা মৈত উঠা, উৰুলি পুঙা, পোদুলি শুঙা, নোম নেগুৰ বৰ্জ্জিত, ডাং বৰলা, হাতীৰ খাৱানে খাৱা, অকৃতজ্ঞ, চুৱাপাত চেলেকা, মুতেনী খাৱা, বেটা পিঠিত ৰাইডাং ফালিম, মিছেলা, ৰাতিক দিন কৰা, লম্পট, থিয়াই তলোক যাৱা, গহে-গুৰু নামনা, দেখাত দেখি পাটা মেইৰ, গলোক লোগি খাৱা, খৌখা, গোনামহ, বুঢ়াকছ্‌ৰী, টেক্‌লী পেটা, খাইমৰা, বান্দৰমুৱা, দোন্দুৱা, হাগি খাৱা, আজাল ভেহে মাদাল কুবোৱা, লাঠিঠ খাৱা, ৰামোৰ খাই ৰাবোণৰ গুণ গাৱা, বেটা মুতি খাৱা, ইত্যাদি গালি বিভিন্ন কাৰণত বিভিন্নজনে সময় গতিকে

প্ৰয়োগ কৰা শুনা যায়। শিক্ষা-দীক্ষাৰ অগ্ৰগতিৰ লগে লগে লোকসমাজতো গালি-গালাজ, দন্দ্ব-হাই লাহে লাহে কমি গৈছে আৰু এই গালি-গালাজ-শাওপাতৰ শব্দ ভাণ্ডাৰো কিছু পৰিমাণে এদিন হয়তো লুপ্ত হৈ যাব; অৱশ্যে সমাজত মানুহ জীয়াই থাকে মানে কাজিয়া-পেছাল-বিৰোধ থাকিবই আৰু উচ্চবাচ্য কৰি কথা কটাকটি হৈয়ে থাকিব এইটো ধ্ৰুৰূপ, হয়তো কিছু সংযত ৰূপত ইয়াক দেখা যাব। সম্প্ৰতি কিছুকাল আগতেও মুখে মুখে চলি থকা অকথ্য-অশ্লীল-নগ্ন-যৌন সম্পৰ্কীয় কেতবোৰ গালি-গালাজ সাম্প্ৰতিক কালত প্ৰায়ে শুনা নাযায়। হয়তো ক্ৰমবৰ্দ্ধমান শিক্ষিত সমাজে সেইবোৰ গালি অশ্ৰাব্য বুলিয়ে তাক মুখলৈ আনিবলৈ লাজ কৰা হ'ল। তিৰোতাক-তিৰোতাই কাজিয়া লাগিলে নাইবা মতাই-তিৰোতাক গালি পাৰিব লাগিলে এতিয়াও কিছু অসভ্য গালি বৰ্ষন কৰা শুনা যায়। বিশেষকৈ মাক-পুতেকক, ভায়েক-ভনীয়েকক সাঙুৰি আশ্লীল গালি কিছুমান শুনা যায় এতিয়াও। বেটী নটী, নাটেসৰী, গা চাই খাইটী, হাড়ীত খাইটী, একলা কোইটেনী, চুৰুণী, খাবা নাপেইটী, হাৰামজাদী, চখেমালী, গৈৰেণী, বন কৰাবা নৰা, পেখম ধৰোইতী, সাঠান নোহেতি, কঙা হৈছাহ, চাকোলী, খৌখেনী, ৰাইকেহনী, কাঠবাজী, গা ঘেলোইটি, সাত ভাতেৰী; পানী খ খালত বিহ ঢালোইতী, বাৰা ভাতৰ কাঁহী খাবা নেদোইতী ইত্যাদি গালি বিশেষকৈ প্ৰয়োগ কৰা শুনা যায়। আগতে উল্লেখ কৰা পুৰুষৰ ক্ষেত্ৰত প্ৰয়োগ কৰা গালিসমূহৰ পাছত অনী, অতী আদি প্ৰত্যয় যোগ কৰি তিৰোতাসকলক প্ৰয়োগ কৰা শুনা যায়।

কাজিয়া লাগিলে, ইজনৰ মাজত সিজনৰ বিৰোধ হ'লে লোক সমাজত গালি-গালাজৰ লগতে শাওপাতো দিয়া শুনা যায়। তেনে কেতবোৰ শাওপাত হ'ল— হতছিৰি হবি, নিৰ্বংশ হবি, তেজে বাইতে মোৰ্‌বি, মৰঙত পৰি মোৰবি, জীয়াততে কাউৰ-শোগণে খাবো, ভিঠা ছন হবি, ভিঠাত দুবৰি গাজবো, পুতেক দানোত দিবি, গো বধ কৰ্‌বি, ব্ৰহ্ম বধে পাবো, গুৰুঘাতী হবি, ৰৌ ৰৌ নৰ্কত পৰ্‌বি, জহন্নামে যাবি, গোৰে-পোৰে তলক যাবি, স্বংশে ধ্বংস হবি, বাৰছাহ যিমান টুট্‌বি সিমান, পুতেৰ মূৰ ছববি, কাণা হবি, কোঙা হবি, ৰসাতলে যাবি, ফুলতে বাঁৰী হবি, পিণ্ড খুৱাওতা নাথাকক ইত্যাদি শাওপাতেৰে কাজিয়াৰ



জোৰ, খঙৰ ভমক দুগুণে চৰোৱা শুনা যায়।

গৃহস্থৰ, ব্যক্তি বিশেষৰ কুশল কামনা কৰি, মনৰ কামনা সিদ্ধিৰ বাবে গোঁসাইৰ চৰণত, ভকত-সজ্জনৰ ওচৰত, গুৰুজনৰ ওচৰত, জ্যেষ্ঠজনৰ ওচৰত আশীৰ্বাদ বিচৰা হয়। গোঁসাইৰ আগত মাহ-প্ৰসাদৰ শৰাই আগবঢ়াই এনেদৰে নিবেদন কৰি প্ৰাৰ্থনা কৰা হয়—

আল চাউল পাঁচটা ধুই-পাখ্‌লি আগবঢ়াইছু, তাতে ধুওতে-পাখলোতে, দিওঁতে-থওঁতে দায় অপৰাধ হ'ব পাৰে নিৰপৰাধ কৰি তোমাৰ চৰণত অৰ্পিত হৈ লাগক আৰু গৃহস্থৰ সকল দোষ মৰিষণ হওক এই কামনাৰে - উচ্চস্বৰে হৰি বোলা ৰাম বোলা আইসকল কেনে বোলা, ভাল বোলা, ভাল।

আন এটি আশীষ বচন এনেদৰে দিয়া শুনা যায়— দুজনা গুৰুক চিন্তি উচ্চস্বৰে হৰি বোলা, জয় ৰাম বোলা। বাপুসকল কেনে বোলা, জয় ৰাম বোলা। ধৰ্মত মতি কৰি, অন্ন-বস্ত্রে আগুৰি ধৰি ৰজা ঘৰে, দেওঘৰে, গুৰুঘৰে জয়যুক্ত কৰক, বাপুসকল কেনে বোলা, বাপুসকল ভাল বোলা, ভাল।

সদ্যজাত কেচুৱাৰ মাতৃক আশৌচীয়া নামৰ শেষত আয়তীসকলে দিয়া আশীষ বচন এফাঁকি—

যাদু হায়ৰে হায়, কোলাত লোলি পাপ খণ্ডে, শৰীৰ জুৰায়, যাদু হায়ৰে হায়।

বিবাহিতা তিৰোতাক দিয়া আশীৰ্বাদ—

১। 'কোলাৰ ছোলি কোলাত জ্বলক
শাখা-সিন্দুৰে দিন-কাল যাওক।'

২। পকা চুলিত সেন্দুৰ জ্বলক
আয়ুসশ্ৰী বৃদ্ধি হওক।

৩। হৰগৌৰী বসতি হওক
মইমত্ত অহংকাৰ গুচক।

৪। ধৰ্মত মতি হওক
দিবা-থবাক লোগি শক্তিবন্ত কৰক।

৫। ভাল হওক-কুশল হওক
মূৰৰ চুলিৰ সমান আয়ুস হওক।

৬। ভাল হওক-কুশল হওক
এগুণ দেওতে সহস্ৰ-গুণ বাঢ়ক

পুত্ৰৱতী হ'বলৈ, স্বামী সোহাগিনী হ'বলৈ ঘৰ-গৃহস্থিৰ কুশল কামনা কৰি, সুখে-সন্তোষে দিন-কাল নিয়াবলৈ বিভিন্ন ধৰ্ম কাৰ্য্যত, গুণী-জ্ঞানী-সাত্ত্বিক লোকৰ চৰণত মূৰ দোঁৱাই, গোঁসাইৰ থাপনাত মূৰ দোঁৱাই, ভকতসকলৰ-আইসকলৰ চৰণত মূৰ দোঁৱাই আশীৰ্বাদ বিচৰা হয় আৰু নানা ভাব-উপদেশ-নীতি-আদৰ্শ ব্যক্ত কৰি জ্যেষ্ঠজনে আশীষবাণী প্ৰদান কৰা পৰম্পৰা আমাৰ সমাজত চিৰ প্ৰচলিত হৈ আছে। গালি-গালাজ-হাই-কাজিয়াৰ কাণ কলা হোৱা, মন তিতা লগা অশ্ৰাব্য-অবাচ্য শব্দৰ বিপৰিতে কুশল কামনা কৰি, মংগল কামনা কৰি প্ৰদান কৰা অমৃত বৰষা, মধু ওপচোৱা মাত-বচনে মানব জীৱনলৈ নমাই আনে শান্তিৰ নিজৰা আৰু সঞ্জীৱনী সুধা।

সত্ৰীয়া ৰীতি-নীতি; আচাৰ-বিচাৰ, সাধন-ভজন, কথন-মথনৰ পৰিশীলিত-পৰিমাৰ্জিত সুকীয়া ৰূপ এটিৰ ছত্ৰছাঁয়াত বৰপেটাৰ জনসমাজৰ জীৱন সুপৰিচালিত-সুনিয়ন্ত্ৰিত হৈ আহিছে কেবা শতিকা আগৰ পৰাই। সেই পৰম্পৰা-ঐতিহ্য বৰপেটাৰ লোকসমাজত সম্প্ৰতিও বিদ্যমান। কলীয়া ঠাকুৰৰ চৰণ চিন্তি, দুজনা গুৰুক সুঁৱৰি আপদে-বিপদে, সুখে-সম্পদে, মাংগলিক কামে-কাজে তেল-বন্তি, মাহ-প্ৰসাদৰ শৰাই আগবঢ়োৱা প্ৰথা লোকসমাজত বিৰাজমান হৈ আছে। সত্ৰীয়া নীতি-নিয়মৰ মাজেৰে আনুষ্ঠানিকভাবে ভকত বাপুসকলৰ আৰু ভকতনী আইসকলৰ আন্তৰিক সহযোগত মাংগলিক কৰ্মসমূহ সম্পাদন হয়। গৃহ নিৰ্মাণ-গৃহ প্ৰবেশ, পুত্ৰ-কন্যাৰ সংস্কাৰ কৰ্ম-জন্মোৎসৱ আদিত নাম-প্ৰসংগৰে ভকতসকলে গৃহস্থৰ ঘৰৰ কুশল কামনা কৰে। প্ৰসংগৰ অন্তত গৃহস্থৰ ঘৰৰ সৰু-বৰ সকলোৱে থাপনাত মূৰ দোঁৱাই কৃতাঞ্জলি পুটে ভক্তি নিবেদন কৰে। গৃহস্থ লোকৰ অপায়-অমংগল নাশ হ'বলৈ, আয়ুসশ্ৰী বৃদ্ধি হ'বলৈ তেতিয়া এনেদৰে আশীষ-বচন প্ৰদান কৰা হয়, (পুত্ৰ জন্ম তিথি উপলক্ষে)—

শুনিয়ো মাধৱ মোৰ থাকিবা স্থান
দশম-কীৰ্ত্তন মোৰ মূৰ্ত্তিৰ সমান



কীৰ্ত্তন ঘোষা শাস্ত্ৰ থাপনা কৰা হৈছে। বন্তি-ধূপ-ধূনা আদি জ্বলোৱা হৈছে -

কি দিয়া যাদব ৰায়
ব্ৰহ্মাণ্ডৰ বস্তু তোমাতেসে পায়

ফল-বস্তু-মাহ-চাউল সহকাৰে শাস্ত্ৰৰ আগত শৰাই এখন আগবঢ়াই দিয়া হৈছে। আজি ল'ৰাটিৰ শুভ জন্মোৎসৱ উপলক্ষে ভকতসকলক নিমন্ত্ৰণ কৰি আনি ভগৱন্তৰ নাম-গুণ, শ্ৰৱণ-কীৰ্ত্তন কৰিম বুলি গৃহস্থৰ ঘৰে আশা কৰা হৈছে। ভকতসকলেও গৃহস্থৰ ঘৰৰ মনৰ কামনাৰ সিদ্ধিৰ অৰ্থে ভগৱানৰ নাম-গুণ শ্ৰৱণ-কীৰ্ত্তন কৰা হৈছে -

একান্ত ভকতৰ সৱে
নিৰ্গুণ কৃষ্ণৰ গুণ গাই সদা বসিয়া যথাত
বৈকুণ্ঠক পৰিহৰি যোগীৰ হৃদয় এৰি
থাকা হৰি সাক্ষাৎ তথা

আজি আপোনালোকৰ প্ৰতি ভগৱান বাসুদেৱ সন্তুষ্ট হৈছে। আপোনালোকৰ ল'ৰাটিৰ আয়ুস-শ্ৰী-যশ-ধৰ্ম-শক্তি-ভক্তি বঢ়াই, ৰাজঘৰে-গুৰুঘৰে জয়যুক্ত কৰি, মনৰ কামনা সিদ্ধি কৰি, বিদ্যা-বুদ্ধিত পাৰ্গত কৰি সকল প্ৰকাৰে, গোবিন্দে ব্ৰজবাসীক যেনেকৈ গোবৰ্দ্ধন পৰ্বত ধৰি ৰক্ষা কৰিছে, তেনেকৈ দুজনা গুৰু, ভগৱন্ত বাসুদেৱে চৰণ ছত্ৰছাঁয়া দি ল'ৰাটিক ৰক্ষা কৰিব। বাপুসকলে নামৰ মুখে আশীৰ্বাদ কৰিছে। উচ্চ কৰি হৰি বোলা - জয় ৰাম বোলা - বাপুসকল কেনে বোলা - ভাল - ভাল।

**শ্ৰাদ্ধৰ আশীৰ্বাদ ঃ**

যাৰ পুত্ৰ সৱে ঐত হৰিত শৰণ লৈয়া
হৰি গুণ গাই শুদ্ধভাবে
দধি-দুগ্ধ-ঘৃতমধুনদীৰ জলক পিয়া
পিতৃগণ তৃপিতিক পায়।

আজি তোমাৰ বাৎসৰিক তিথিখনি মিলাত পুত্ৰ হৈ পিতৃৰ জীৱৰ সদ্‌গতিৰ নিমিত্তে ভকতসকলৰ দ্বাৰা ভগৱানৰ নাম-গুণ, শ্ৰৱণ-কীৰ্ত্তন কৰিম বুলি আশা কৰা হৈছে এই আশা অনুযায়ী ভকতসকলে ভগৱানৰ

নাম-গুণ, শ্ৰৱণ-কীৰ্ত্তন কৰা হৈছে -

শ্ৰৱণ-কীৰ্ত্তন কৰি বৈকুণ্ঠক যায়
ধৰ্ম-অৰ্থ-কাম-মোক্ষসৱে আত পায়।

এনেহেন নামৰ মহিমা-দুজনা গুৰুৰ কৃপাত, ভকতসকলৰ আশীৰ্বাদত তোমালোকৰ পিতৃৰ জীৱনৰ সদ্‌গতি হ'ব। বাপুসকলে নামৰ মুখে আশীৰ্বাদ কৰিছে। উচ্চ কৰি হৰি বোলা জয় ৰাম বোলা - বাপুসকল কেনে বোলা - ভাল - ভাল - জয় কৃষ্ণ গোপাল।

অশ্ৰাব্য গালি-গালাজ-শাওপাতৰ বিপৰীতে এনেকুৱা ভক্তিভাৱ-আধ্যাত্মিক ভাব জগাই তুলিব পৰা, সহজ-সৰল, অকপটভাবে-নিৰ্মল চিত্তে প্ৰদান কৰা কুশল কামনা আৰু আশীৰ্বাদে সংসাৰ মৰুভূমিত জুৰুলা হোৱা, হতাশাগ্ৰস্ত হোৱা মানবৰ অশান্ত মনলৈ কঢ়িয়াই আনে প্ৰশান্তিৰ আশ্বাস, জীয়াই থকাৰ গভীৰ বিশ্বাস। এই অমল প্ৰাপ্তিৰে জীৱন ধন্য হোৱাসকল আকৌ ব্ৰতী হয় ন ন চিন্তাৰে, অদম্য অনুপ্ৰেৰণাৰে ন ন কৰ্মত। কৰ্মই যে জীৱনৰ শ্ৰেষ্ঠ ধৰ্ম।●

# পুতলা নাচ

❑ মুনীন্দ্ৰ নাথ শৰ্মা

পুতলা নাচ সমগ্ৰ পৃথিৱীৰে প্ৰাচীন নাট্যানুষ্ঠান। ভাৰততো পুতলা নাচৰ প্ৰচলন ইতিহাসে ঢুকি নোপোৱা দিনৰেপৰা চলি আহিছে। পুৰণি বিভিন্ন সাহিত্যত ইয়াৰ উল্লেখ পোৱা যায়। জাৰ্মান পণ্ডিত ডঃ পীছেল প্ৰমুখ্যে কেতবোৰ পণ্ডিতৰ মতে ভাৰতীয় নাট্যকলাৰ মূল পুতলা নাচ; আৰু অন্ততঃ তৎকালীন কেইখনমান সংস্কৃত নাটক পুতলাৰ জৰিয়তে প্ৰদৰ্শিত হৈছিল। উদাহৰণস্বৰূপে কালিদাসৰ শকুন্তলা নাটকৰ কেইটামান নাট্য-নিৰ্দ্দেশনাই পুতলা নাচৰে ইঙ্গিত বহন কৰে। যেনে- নাটকৰ আৰম্ভণিতে 'ততঃ প্ৰৱিশতি ৰথাৰূঢ়ঃ সশৰাসনচাপহস্তো মৃগমনুসৰন্ ৰাজা সূতশ্চ।।' অৰ্থাৎ ইয়াৰ পিচত ৰজাই ৰথত বহি হাতত ধনুশৰ লৈ হৰিণ অনুসৰণ কৰি সাৰথি সহ প্ৰবেশ কৰিছে। ডঃ সুকুমাৰ সেনৰ মতে 'এই মঞ্চপ্ৰবেশ যদি কল্পনাদৃশ্য নহয়, তেনেহ'লে অৱশ্যেই পুতলা-অভিনয় (Puppet Show)।' এনে পণ্ডিতসকলে মত পোষণ কৰে যে, পুতলা নাচৰ সূত্ৰধাৰৰ লগত সংস্কৃত নাটকৰ সূত্ৰধাৰৰ মিল আছে। শঙ্কৰদেৱৰ অঙ্কীয়া নাটৰ সূত্ৰধাৰজনো সংস্কৃত নাটকৰ পৰাই আহিছে। অঙ্কীয়া নাটকত পুতলা নাচৰ প্ৰভাৱ গবেষকসকলে স্বীকাৰ কৰিছে। এইটো নিঃসন্দেহ যে, পুতলা নাচ অসমীয়া নাট্যধৰ্মী লোকানুষ্ঠানবোৰৰ ভিতৰত সৰ্বপ্ৰাচীন।

প্ৰাচীন যদিও বৰপেটা জিলাৰ ভিতৰত একমাত্ৰ বজালী অঞ্চলতহে পুতলা নাচ লোকনাট্যানুষ্ঠাটোৰ এটি পৰম্পৰা পোৱা যায়। চমুকৈ ইয়াকে আলোচনা কৰিবলৈ লোৱা হ'ল।

পুতলা নাচ পৰিবেশনৰ বাবে এককালমান ওখ এখনি সৰু মঞ্চ থাকে। মঞ্চৰ সন্মুখফালটোৰ বাহিৰে বাকী তিনিওটা ফাল ঘেৰি ৰখা হয়। মঞ্চৰ পাচৰফালে আঁৰি দিয়া থাকে এখন ক'লা আঁৰকাপোৰ। পুতলাবোৰ কাঠ, বাঁহ, কুহিলা বা মাটিৰে সজা হয়। প্ৰতিটো পুতলাত অতি সূক্ষ্ম ক'লা ৰঙৰ জৰী লগোৱা থাকে।

পুতলা নাচৰ দলটোত বায়ন, ডাইনাপালি, পালি আৰু সূত্ৰধাৰ মিলি দহ/বাৰজন পৰ্য্যন্ত লোক থাকে। বায়নজন গীত-মাতত পাৰদৰ্শী। তেওঁ নাচি নাচি মুখৰ গীত আৰু হাতৰ মুদ্ৰাৰে কাহিনী পৰিবেশন কৰে। পালিসকলে তাকে দোহাৰি যায়। সূত্ৰধাৰজন মঞ্চৰ পাছৰফালে আঁৰকাপোৰৰ আঁৰত থাকি বায়নৰ গীতৰ চেৱে চেৱে সূক্ষ্ম জৰীবোৰ টানি পুতলা নচুৱায় আৰু মুখেৰে পেঁপা বজাই পুতলাবোৰৰ বিভিন্ন মাত উলিয়ায়। একোটা পুতলাৰ গাত সাতডাল পৰ্য্যন্ত জৰী লগোৱা হয়। কোনো কোনো সময়ত একুৰিৰো অধিক পুতলাৰ মঞ্চত প্ৰবেশ ঘটে। এজন মানুহৰ পক্ষে ইমানবোৰ পুতলাক মাত্ৰ দুখন হাতেৰে চালনা কৰাটো কম দক্ষতাৰ কথা নহয়।

**অকয়া পুতলা নাচ ঃ**

উনবিংশ শতিকাৰ শেষ ভাগত মানিকপুৰ মৌজাৰ অকয়া গাওঁত পুতলা নাচৰ এটি দল আছিল। বংশ পৰম্পৰাক্ৰমে সেই গাওঁৰে সাধিৰাম ওজাই এই বিদ্যা লাভ কৰিছিল (১৯৩৬ ইং)। সাধিৰাম ওজাৰ ককাদেউতাকো হেনো পুতলা নাচৰ এগৰাকী সুদক্ষ শিল্পী আছিল। তেওঁৰ পুতলা নাচত প্ৰদৰ্শিত ভাগৱতৰপৰা নিজে কাটি উলিয়াইছিল। সাধিৰাম দাসে নচুওৱা পুতলাবোৰ আছিল কাঠৰ সৰু সৰু আকাৰৰ। কাৰণ ডাঙৰ কাঠৰ পুতলা জৰীৰে নচুৱাত অসুবিধা থাকে। পুতলাবোৰ নিৰ্মাণ কৰা হৈছিল বলৰাম পাঠকৰ হতুৱাই। আঁৰকাপোৰৰ আঁৰত সূত্ৰধাৰজনৰ বাঁহৰ পেঁপাৰ মাতৰ সংকেত আৰু আঙুলিৰ যাদুকৰী চালনাত পুতলাবোৰে নানা অঙ্গীভঙ্গীৰে অভিনয় দেখুৱাই মানুহৰ মনোৰঞ্জন কৰিছিল। তেওঁ পুতলা নাচৰ যোগে অভিনীত নাটকবোৰ আছিল- কংসবধ, দুৰ্য্যোধনৰ উৰুভঙ্গ, দ্ৰৌপদীৰ বস্ত্ৰহৰণ।

সাধিৰাম ওজাৰ মৃত্যুৰ পিচত (১৯৪৩ ইং) তেওঁৰ পুত্ৰসকলৰ এই শিল্পটোৰ প্ৰতি আগ্ৰহ নোহোৱাত অকয়াৰ পুতলা নাচৰ দলৰ ইমানতে সামৰণি পৰে।

**ভালুকীৰ পুতলা নাচ ঃ**

প্ৰায় তিনিকুৰিমান বছৰ পূৰ্বে সৰিহ মৌজাৰ ভালুকী গাওঁত আন এটি পুতলা নাচৰ দল গঠিত হয়। দলটোৰ প্ৰযোজক হৰগোবিন্দ



শৰ্মা। তেওঁৰ আগতে টিহুৰ ওচৰৰ গাওঁ মথুৰাপুৰৰ ৰামেশ্বৰ পণ্ডিত নামৰ এজন লোকে পুতলা নাচ দেখুৱাই ফুৰিছিল। ইয়াৰে অনুকৰণত হৰগোবিন্দ শৰ্মাই পুতলা নাচৰ দহজনীয়া দল এটি গঠন কৰে। পুতলাবোৰ তেওঁ নিজ হাতে নিৰ্মাণ কৰিছিল। (হৰগোবিন্দ শৰ্মা এগৰাকী কুশলী, প্ৰতিমা খনিকৰো আছিল। অঞ্চলটোৰ বিভিন্ন পূজা-পাৰ্বণৰ প্ৰতিমা তেখেতেই গঢ়িছিল)।

আৰম্ভণিতে শৰ্মাই কুৰিটামান পুতলা সাজি ল'লে। পুতলাবোৰ আছিল মাটিৰ। সেয়ে আপেক্ষিকভাবে গধুৰ হোৱাত নচুৱাওতে অসুবিধাৰ সন্মুখীন হ'বলগীয়াত পৰিছিল। এনে অসুবিধাৰপৰা হাত সাৰিবলৈ পিচত তেওঁ বাঁহৰ সৰু সৰু মিহি দৈৰে একোটা জকা তৈয়াৰ কৰি ওপৰত পাতলকৈ মাটিৰ প্ৰলেপ সানি পুতলা সজাবলৈ ল'লে। তাৰ ওপৰত আকৌ আঠালেতীয়া হীৰামাটি সনা কাপোৰ এখন মেৰিয়াই পুতলাবোৰ মজবুত কৰি তোলা হ'ল। পুতলাৰ গঠন, ৰঙৰ প্ৰয়োগ আৰু সাজপাৰত নাট্যশাস্ত্ৰৰ বিধি মানি চলা হৈছিল। শৰ্মাৰ পুতলা নাচৰ অভিনয় অঙ্কীয়া ভাওনাৰ আৰ্হিত এটি নান্দী শ্লোকেৰে আৰম্ভ কৰা হৈছিল। শ্লোকটো আছিল—

" প্ৰণমামি পূৰ্ণব্ৰহ্ম জগতঃ শৰণম্।
অক্ষৰং পৰমং ব্ৰহ্ম জ্যোতিৰূপং সনাতনম্।।"

হৰগোবিন্দ শৰ্মা একাধাৰে আছিল দলটোৰ প্ৰযোজক, পৰিচালক আৰু নাট্যকাৰ। অৱশ্যে অভিনয়ৰ বাবে কোনো লিখিত নাটক নাছিল। আঁৰ নলগাকৈ মুখে মুখে অভিনেতা-অভিনেত্ৰীৰ বচনবোৰ আওৰাই গৈছিল। প্ৰথম খণ্ডত তেওঁৰ প্ৰদৰ্শিত নাটক আছিল পৌৰাণিক কাহিনীৰ ভেটিত ৰচিত বেউলা-লখিন্দাৰ, সাৱিত্ৰী-সত্যৱান, সত্যনাৰায়ণ। পিচলৈ চৰকাৰৰ উদ্যোগ নীতিৰ সৈতে ৰজিতা খোৱাকৈ অভিনয়ত আধুনিক বিষয়বস্তুও সন্নিবিষ্ট কৰিছিল। তেওঁ পুতলা নাচৰ প্ৰচাৰ-পত্ৰও ছপাই দৰ্শকৰ মাজত বিতৰণ কৰিছিল। প্ৰচাৰ-পত্ৰ আছিল এনেধৰণৰ—

'আপোনালোকে আমাৰ পুতলা নাচত দেখিবলৈ পাব পুতলাই যাত্ৰাভিনয় কৰা, গৰুৱে হালবোৱা, কোৰমৰা, শস্যৰ পোক নিবাৰণৰ বাবে পাউদাৰ ছটিওৱা, মটৰগাড়ী চলোৱা, ঢেঁকীৰে ধানবন্ধা, তেলপেৰা,

ডি.ডি.টি. পাউদাৰ দিয়া, দমকলেৰে পানী উলিওৱা, উৰাজাহাজ চলোৱা, তাঁতশালেৰে কাপোৰ বোৱা, যঁতৰত সুঁতা কটা, গৰুগাড়ী চলোৱা, গাড়ী মটৰৰ দুৰ্ঘটনা, ভীষণ ভীষণ সাপৰ খেলা। তাৰোপৰি পুতলাৰ ভাওৱীয়াৰ ৰহস্যজনক হাস্যৰসেৰে দৰ্শকৰ হাঁহিৰ ৰোলৰ খলকনি লগাব।'

খুহুতীয়া দৃশ্যৰ গীতবোৰ আছিল বৰ আমোদজনক। উদাহৰণস্বৰূপে এটি দৃশ্যত ৰজাৰ ৰাজসভাত প্ৰৱেশৰ পূৰ্বে এহাল জামাদাৰ-জামাদাৰণীয়ে হাতত ঝাড়ু লৈ চোতাল সাৰিব ধৰিছে—

জামাদাৰ - আমিতো ৰাজাথেৰ কাউনাহাৰী।
ৰাস্তাই ৰাস্তাই যাব ধৰ্‌ছু চতল সাৰি।।
জামাদাৰনী - চতল সাৰা চতল সাৰা নুবুলিবি মোক
চতল সাৰা বুলা যদি বাঢ়নি লগাম তোক।।
জামাদাৰ - ক্ষমা কৰ মেতৰাণী তোৰ পাৰে পৰু।
বেইমান লোক্‌কো হাম ঝাড়ু মাৰু।।

আগছোৱাত শৰ্মাৰ পুতলা নাচৰ ব্যৱসায়টো লাভজনকভাৱেই চলিছিল। মাজভাগত তেওঁৰ সাংসাৰিক জীৱনলৈ নানা বিপৰ্যয় নামি আহিল। কাণসমনীয়া দ্বিতীয় পুত্ৰৰ অকাল মৃত্যু ঘটিল। এই পুত্ৰজন আছিল শৰ্মাৰ প্ৰতিমা-শিল্প আৰু পুতলা নাচ কলাৰ সৌঁহাতস্বৰূপ। কিছুদিন পিচত পত্নীয়েও এৰা দিলে। উপৰ্য্যুপৰি এনেবোৰ শোকে তেওঁক মৰ্মাহত কৰি তুলিলে। শোক-তাপত বিহ্বল হৈ শৰ্মাই লাহে লাহে পুতলা নাচ অনুষ্ঠানটোৰ প্ৰতি নিস্পৃহ হৈ পৰে। শেষত স্বাস্থ্য ভগ্ন হৈ তেৱোঁ ইহলীলা সম্বৰণ কৰে।

১৯৬৯ চনত একে ভালুকী গাওঁতে 'অসম পুতলা নাচ' নামৰ অন্য এটি পুতলা নাচ অনুষ্ঠান 'পাঞ্চালী শিল্পী গোষ্ঠী'ৰ পৰিচালনাত জন্ম লাভ কৰে। অনুষ্ঠানটোৰ প্ৰযোজক হ'ল শ্ৰীহেমেন শৰ্মা। প্ৰদৰ্শিত নাটকবোৰ- সতী বেউলা, ৰজা হৰিশ্চন্দ্ৰ, সীতা বনবাস আদি। প্ৰায় এঘাৰ/বাৰজন শিল্পী দলটোত আছে।

নচুৱা পুতলাবোৰ বাঁহ, খেৰ, মাটি, কাপোৰ আৰু ৰচীৰে তৈয়াৰ কৰা হয়।



ব্যৱসায় ভিত্তিত দলটো আজিও চলি আছে।

**মুগুৰীয়াৰ দেৱদাসী পাপেট থিয়েটাৰ ঃ**

বৰপেটা জিলাৰ শেহতীয়া পুতলা নাচ অনুষ্ঠানটো হ'ল মুগুৰীয়া গাওঁৰ (বজালী মহকুমাৰ অন্তৰ্গত) 'দেৱদাসী পাপেট থিয়েটাৰ'। জন্ম ১৯৯৭ ইং।

অনুষ্ঠানটোৰ দেৱদাসী পাপেট থিয়েটাৰ নামাকৰণ কৰা হৈছে যদিও ই দেৱদাসী সম্প্ৰদায়ৰ কোনো অৰ্থ বহন নকৰে। আকৌ পুতলা নচুওৱা হয় যদিও অসমৰ পুতলা নাচ কলা-কৌশলৰ পৰম্পৰা ইয়াত সম্পূৰ্ণ ৰক্ষিতও হোৱা নাই। পুতলা কেইটিৰ বাহিৰে বাকীখিনিত প্ৰায় আধুনিক থিয়েটাৰকে অনুকৰণ কৰা হৈছে। মঞ্চখন একেবাৰে সৰু নহয়। বহলে ১৪' ফুট, দীঘে ১২' ফুট, ওখই ১২' ফুট। থিয়েটাৰৰ দৰে মঞ্চৰ সন্মুখ আৰু পাচৰফালে আঁৰকাপোৰ দুয়ো কাষত উইংচ্, ওপৰত স্কাই আছে। বিজুলী বাতিৰ বিভিন্ন ৰঙৰ সমাবেশত অভিনয় চলে।

এটি দৰ্শনী (show) দুঘন্টামান চলে। আধুনিক থিয়েটাৰৰ দৰে এখন পূৰ্ণাংগ নাটক থাকে। নাটকৰ ঘটনা পৌৰাণিক কাহিনীৰ ভেটিত ৰচিত। যেনে- ৰজা হৰিশ্চন্দ্ৰ, সতী বেউলা, ভক্ত ধ্ৰুৱ, শকুন্তলা, জয়মতী। মুল নাটকৰ আগতে একোখনি নৃত্যনাটিকা দেখুওৱা হয়। নাটকৰ সৈতে সংগতি ৰাখি সংলাপ আৰু গীতবোৰ নেপথ্যত আন কোনোৱে (পুৰুষ চৰিত্ৰৰ ক্ষেত্ৰত পুৰুষ, নাৰীৰ চৰিত্ৰৰ ক্ষেত্ৰত নাৰীৰ কণ্ঠত) পৰিবেশন কৰে। নেপথ্যত এই সংলাপবোৰ মাইকৰ সন্মুখত মতা হয় বাবে দৰ্শকে স্পষ্টকৈ অনুধাবন কৰিব পাৰে। দৰ্শকৰ মনোৰঞ্জনৰ বাবে নাট বিৰতিৰ সময়ত যাত্ৰা-থিয়েটাৰৰ দৰে একোখনি নৃত্যনাটিকা দেখুওৱাৰ ব্যৱস্থা আছে।

পুতলাবোৰ কাঠ, বাঁহ আদিৰে নিৰ্মিত। আপেক্ষিকভাৱে ডাঙৰ। ওখ ৩'-৩$^{1}/_{2}$''ৰ ভিতৰত। বাস্তৱ যেন লাগে। অৱশ্যে পুতলাবোৰ ওপৰভাগৰ আধামানহে অভিনয়ত দেখা যায়।

দেৱদাসী পাপেট থিয়েটাৰৰ কিছুমান দিশত ব্যতিক্ৰম চকুত পৰে। আগৰ পুতলা নাচ অনুষ্ঠানত পুতলাবোৰ আছিল সৰু সৰু। মঞ্চত পুতলাবোৰ সম্পূৰ্ণভাৱে দেখা গৈছিল। অংকীয়া ভাওনাৰ

আৰ্হিত বায়ন, সূত্ৰধাৰ, অন্যপালি, বাজনাত তাল-খোল ব্যৱহৃত হৈছিল। বায়নে গীতৰ মাজেৰে কাহিনী বৰ্ণনা কৰে। পালিসকলে দোহাৰি যায়। সূত্ৰধাৰে পেঁপা বজাই বচনবোৰ আওৰায়। এই নতুন পুতলা নাচৰ দলত বায়ন বা তাল-খোল নাই। আধুনিক ধৰণে কন্‌চাৰ্ট পাৰ্টিয়ে বাজনা বজায়। নেপথ্যত থাকি কোনোজনে সংলাপবোৰ আবৃত্তি কৰে (যিহেতু পুতলাই নিজে মাতিব নোৱাৰে)। পৰিবেশ সৃষ্টিৰ বাবে আবহ সংগীতো আছে।

মুঠতে দেৱদাসী পাপেট থিয়েটাৰ এখন আধুনিক ৰুচিসন্মত থিয়েটাৰেই বুলিব লাগে।

**বৰপেটাত পুতলা নাচ ঃ**

বৰপেটাৰ শেহোৰাম বাপু আছিল একাধাৰে শিল্পী, নাট্যকাৰ, গায়ন, বায়ন আৰু সূত্ৰধাৰ। তেখেতৰ আচল নাম লক্ষ্মীকান্ত ৰাজমেধী। তেখেতে ভাওনা আদিত নিজহাতে মুখা-চোঁ নিৰ্মাণ কৰি দিয়াৰ উপৰি পুতলা নাচৰ প্ৰতিমূৰ্ত্তিও গঢ়িছিল। তেখেতৰে বংশৰ শ্ৰীবিজয়কৃষ্ণ দেৱশৰ্মাৰ লিখনিৰপৰা জনা যায়- 'বৰপেটাত পুতলা নাচৰ আৰম্ভণিও কৰে শেহৰাম ৰাজমেধীয়ে আজিৰপৰা ৭৫ বছৰ আগেয়ে। মৰোৱাত এটা দলক পুতলা নচুৱাবলৈ শিক্ষা দি প্ৰথম প্ৰদৰ্শন কৰে বৰপেটা সত্ৰত। পুতলা নাচত নাচ দিয়া পুতলাৰ প্ৰতিমূৰ্ত্তিও সাজি উলিয়াইছিল তেওঁ নিজেই।' *(জীৱনীমালা ঃ শেহৰাম বাপু ঃ পৃ.-২৫)*

ইয়াৰপৰা অনুমান কৰিব পাৰি ৰাজমেধীদেৰ এগৰাকী পুতলা নাচৰ পাৰদৰ্শী শিল্পী আছিল। অৱশ্যে তেখেতে নিজে কোনো পুতলা নাচৰ দল পৰিচালনা কৰিছিল নে নাই ক'ব নোৱাৰিলোঁ।●

# মহহো উৎসৱ

❑ গিৰীশ পাটগিৰি

অসম লোক সংস্কৃতিৰ কল্পবৃক্ষ। এই কল্পবৃক্ষৰ চাৰিওফালে ফুলে ফলে ফুলি জাতিষ্কাৰ হৈ আছে। অসমখন উছৱৰ ৰং চ'ৰাৰ থলি বুলি ক'ব পাৰি। অসম প্ৰকৃতিৰ সৌন্দৰ্য্যৰ লীলাভূমি। ইয়াৰ গছ-পাতে কথা কয়, চিলনীয়ে বাট দেখুৱায়, চৰাই-চিৰিকটিয়ে সুমধুৰ গীত গায়, বনৰীয়া জীৱ-জন্তুৱে অৰণ্যৰ শোভাবৰ্দ্ধন কৰে। এই হেন দেশত জনসাধাৰণৰ মনত নানান গীত-মাতৰ, লোক-উৎসৱৰ, লোক গীতি, লোক কলাৰ জন্ম নোহোৱাকৈ নাথাকে। যুগে যুগে জনমানসৰ পৰা আপোনা-আপুনি গীত-মাত, ৰং-ৰহইচ, উৎসৱ-পাৰ্বণৰ জন্ম হৈছে তাক কৈ অন্ত কৰিব নোৱাৰি। ইয়াৰে কিছুমান কালৰ সোঁতত মৰহি গৈছে, কিছুমান ৰূপান্তৰৰ মাজেৰে বাগৰি আহিছে আৰু তথাপিও ইয়াৰ আত্মাৰ বিনাশ হোৱা নাই। ঠাই ভেদে লোক উৎসৱ আৰু লোক গীতি প্ৰচলন বেলেগ বেলেগ হোৱা দেখা গ'লেও ই কিন্তু অসমৰে লোক সমাজৰ পূৰ্বাপৰ প্ৰচলিত হৈ অহা লোককৃষ্টিৰ দাপোণ স্বৰূপ। যেনেদৰে উজনি অসমৰ বিহু আৰু হুঁচৰি গীতৰ আদৰ প্ৰাণবন্ত, কিন্তু নামনি অসমত বিহুৰ গীত পদ হুঁচৰি আদিৰ সৃষ্টিও নহয় আৰু প্ৰচলনো নাই বুলি ক'ব পাৰি।

মহহো বা মহোহো নামনি অসমৰ এটি লোক উৎসৱ। ইয়াৰ সৃষ্টি কেতিয়াৰ পৰা হৈছে তাক ঠাৱৰ কৰা টান। ই গ্ৰাম্য জীৱনৰ আধাৰ ভূমি। শৰৎকালৰ কাতি মাহত আয়তীসকলৰ পাঁচতি নাম বা পঁচতি নাম এটি লোক উৎসৱ। ঠিক সেইদৰে আঘোণ মাহৰ পূৰ্ণিমাত বা আঘোণী পূৰ্ণিমাত মহহো খেদা উৎসৱ। আঘোণৰ পূৰ্ণিমা মহহো দিবাৰ হুকুমা বুলি গীতত উল্লেখ কৰে।

আঘোণৰ পূৰ্ণিমা বুলিলে গাঁওৰ ল'ৰাৰ সাত আঠ দিনমান আগৰে পৰা গাত তত নাইকিয়া হয়। মহ্‌হো দিয়া ল'ৰাৰ বয়স সাত বছৰৰ পৰা বাৰ বছৰৰ ভিতৰতহে হোৱা দেখা যায়। মহ্‌হো দিয়া ল'ৰা ৬/৭জন লগ হৈ একোটা দল গঠন কৰা হয়। মহ্‌হো দিয়াৰ কাৰণে ল'ৰাবিলাকৰ বাদ্য-যন্ত্ৰৰ ভিতৰত বিশেষ একো নাই। হাতে হাতে একোডাল মাকাল

বাঁহৰ গুৰে জুং টাকোন বা টকন। ভলুকা বাঁহৰ থকৃৰা কাটি লয় লগত থাকে মোনা। এইখিনি লগত বাদ্য হিচাপে লৈ যায়।

আঘোণী পূৰ্ণিমাৰ গধূলি হোৱাৰ লগে লগে ল'ৰাবিলাকে গাঁওৰ মানুহৰ ঘৰে ঘৰে মহ্হো গাই ফুৰে। টকনৰ খট্ খট্ শব্দ থকৃৰাৰ বাজনাৰ লগে লগে দলৰ ভিতৰত এজনে গীত গাই দিয়ে। বাকীবিলাকে সুৰ লগাই গাই যায়–

" অৰি (বা অ'হৰি) মহ্হো, মহ খেদ্‌বা যাঙ্‌যো
মহে বোলে তাবুকা - তেপললিত নহ'ল নুন
চাউল লাগে দুন দুন - চাউলৰে ৰখা জখা
দুৱাৰ মুখত পাত্‌লু খখা - খখা পাতি হলু লাজ
চাৰি বামণেৰ চাৰি কাজ একলা বামণৰ হাইৰা পেট
হাইৰা পেটত মাল্লু খুছি বামণে মৰে উৱাকাৰী
অ'ৰি অ'ৰি কলৰ চুচনি ভলকা বাঁহৰ দই
ভাল ভলুকাৰ নাচান থৈ।
চন্দুক খুলোৰে পইচা দিয়োৰে
এইঘৰ গিৰি বৰধনী - আমাক লাগে বগা শিকি।"

আকৌ এনেকৈ গীত গোৱা হয় যেন সেইবোৰ স্বভাৱ কবিৰ মুখ নিঃসৃত ৰচনা।

অহৰি মহহো মহ খেদবা যাঙ্‌যো।
মহে বোলে তাবুকা তেপল্লিত নহল নুন।।
চাউল কৰে দুন দুন চাউল নেদি দিলাক কৰি
আটলৰে গড় লৰি চৰি - সনাৰ কৰি পাতন্তে
সনাৰ কৰি ৰূপৰ মালা গিৰি মইৰাক দেখবা ভাল
অ'হৰি অ'হৰি কলৰ চুচ্‌নি ভলকা বাঁহৰ দই।
ভাল ভালুকাৰ নাচান থৈ
গৰখা দুলিক পইচা দিবাৰ শক্তি মন্ত হওঁক।

গৰখীয়া ল'ৰাবিলাকে কিযে আনন্দ প্ৰদান কৰে তাক ভাবিলে আচৰিত হ'ব লাগে। মাজে মাজে ধেমেলীয়া গীত গোৱা হয়। তেনে এটি গীতৰ এটা নমুনা-

" অ'হৰি মহ্হো মহ খেদবা যাঙ্‌যো



আহাৰ ঘৰত চিঙা দাৱ বুঢ়াই হাগে একু নাও
আহাৰ ঘৰত চিঙা কাঁচি বুঢ়ী হাগে একু পাচি।
আহাৰ ঘৰত টুহৰ ধঙা ছলি কান্দে টোৱা টোৱা
আহাৰ ঘৰত বুঢ়া-বুঢ়ী খুন্দি ফেল্লাক পিঠা গুৰি
খাই ফেল্লাক বাতি ভৰে হাগি ফেল্লাক চতল ভৰে।
পুৱা উঠি কদল ধৰে বাপুসকলে হাঁহি ধৰে।।"

আকৌ মহ খেদা গীত এনেও আছে–

" অ'হৰি মহ্হো মহ খেদবা যাঙ্‌যো
বাঁহৰ আগৰ চিকি মিকি আমাক লাগে বগা শিকি।
বাঘনি ভোলনা বাঘা ভোল
কিনি আন্‌লু চম্পা ফুল।
চম্পা ফুলৰ গ'লত মণি এই গিৰি বৰধনী
চন্দুক খুলোৰে পইচা দিয়োৰে।।"

নামনি অসমৰ নলবাৰী, টংলা, বৰপেটা, বজালী আৰু গোৱালপাৰা আদি অঞ্চলত মহ্হো লোক উৎসৱ আজিও চলি আছে। মহ্হোৰ গীতবিলাকৰ ভাবাৰ্থ, গীতৰ জোৰণি প্ৰায় একে দেখা যায়। মাত্ৰ আঞ্চলিক ভাষাৰ উচ্চাৰণ আৰু শব্দ প্ৰয়োগৰ পিনৰ পৰা অলপ অমিল থাকিলেও লোক উৎসৱটো একে ধৰ্মীয়।

মহহোত গৰখীয়া ল'ৰাবিলাকে যি চাউল বা পা-পইচা পায় সেই পইচাৰে লগভাত খায়। কিছুমানে মাঘৰ দোমাহীৰ আগদিনা ভেলাঘৰ বা মেজিঘৰৰ ওচৰত ঘৰ বান্ধি মহা আনন্দেৰে মাছ-মঙহ আনি লগভাত খায়।

মহহো লোক উৎসৱ এক সমন্বয়ৰ সংস্কৃতি। এই লোক উৎসৱে ল'ৰাবিলাকৰ মাজত দলগতভাৱে কাম কৰা সাহস, ইখন গাঁওৰ পৰা সিখন গাঁওলৈ যাব পৰা সাহস যোগায়, আচাৰ-ব্যৱহাৰ, মাত-বচন শিকায়; তাৰ উপৰিও মহহোৰ দিনা গোৱা গীত-মাতে সকলোৰে অন্তৰত বিমল আনন্দ যোগায়। কিন্তু আজিকালি মহহো দিয়া কম হৈ আহিবলৈ ধৰা দেখা গৈছে। বৰ্তমান সভ্যতাৰে দীক্ষিত হ'লেও আমাৰ কোটিকলীয়া লোক উৎসৱসমূহ যদি অৱজ্ঞাৰ চকুৰে চোৱা হয়, তেনেহ'লে আমাৰ জনজীৱনত আনন্দখিনিও মৰহি যাব আৰু এটা জাতিৰ সংস্কৃতিৰ ভড়ালত ঘাটি হৈ থাকিব। লোক উৎসৱ আৰু লোক-সংস্কৃতি জাতিৰ অক্ষয় বস্তি আৰু জাতিৰ দাপোণ।●

# ছোঁ

□ জীৱনকৃষ্ণ পাত্ৰ

বুকুখনৰ নিচিনা আপোন আমাৰ পথাৰখনো। বৰপেটা জিলাৰ দিহিঙে দিপাঙে ঘূৰি ফুৰোতে আঘোণ-পুহ মহীয়া পথাৰত যিবোৰ লোক কলাৰ উপাদান আমাৰ দৃষ্টিলৈ বৰকৈ আহিছিল সেইবোৰৰ অনন্য অকৰ্ষণীয় হ'ল খেতি-পথাৰৰ ছোঁ, চলতি ভাষাত ছৌ। ছৌবোৰ পথাৰৰ অলংকাৰ। ছৌ নথকা হ'লে শস্যগৰ্ভা পথাৰখন বিধবাৰ হাতৰ নিচিনা ৰিক্ত অনুভব হ'লহেঁতেন। ছৌ এটি অযত্নবৰ্দ্ধিত তুচ্ছ লোক কলা, অথচ এইবোৰৰ চাৰিওফালে ঘূৰি ফুৰে বহু অত্যুচ্চ কল্পনাই। লোক চক্ষুৰ নিৰ্জন অন্তৰালত ফুলা আৰু সৰা ছৌবোৰৰ স্বধৰ্ম। সিহঁতৰ ওখ ওখ ছাঁৰ তলত সুৰক্ষিত সেউজ কঁপনি ফুলে ফলে ..............

এটা সময় আছিল যি সময়ত মানুহৰ জ্ঞানৰ পৰিসৰ সীমাবদ্ধ আছিল। বিজ্ঞানৰো জন্ম হোৱা নাছিল। সেই সময়ত মানুহে য'ৰ পৰা উপকাৰ পাইছিল বুলি ভাবিছিল তাকে আঁকোৱালি লৈছিল উপকাৰী বন্ধু নাইবা দয়াৰ ঈশ্বৰ বুলি। কেৱল বিশ্বাসৰ ওপৰত ভৰ দি মানুহে অসংখ্য দেৱ-দেৱীৰ সৃষ্টি কৰিলে, অলৌকিকতা আৰু অন্ধবিশ্বাসৰো জন্ম দিলে। কালক্ৰমে সেইবোৰ লৌকিক সংস্কাৰৰ পৰিধিভুক্ত হয়গৈ। আমাৰ খেতি-পথাৰত যিবোৰ কাৰ্টুন বা ছৌ পহৰা দি থকা দেখা পাওঁ, সেয়া আমাৰ প্ৰাচীন অগ্ৰজহঁতৰ চহা মনৰ লৌকিক সংস্কাৰ মাত্ৰ।ইয়াক দেখিলে ভাল খেতিত মানুহৰ মুখ নালাগে, কুনজৰ নপৰে। চোৰেও সোমাবলৈ সাহস নকৰে। ছৌ নিঃসন্দেহে অন্ধবিশ্বাসৰেই এটি ফলশ্ৰুতি। ইয়াত আৰু বিজ্ঞানৰ যুক্তি বা পৰীক্ষা নাখাটে। ই যিমান তুচ্ছ নগণ্য নহওঁক কিয় প্ৰৱণতাময় মানুহৰ দৃষ্টিত সদায় স্পষ্ট হৈ ধৰা দিয়ে। শিল্পী-সাহিত্যিকেও আপোন বুলি ভাবিলৈ শিল্প-কৰ্মৰ বাবে প্ৰচুৰ উত্তাপ গোটায়। ছৌ-শিল্পৰ পশ্চাদপটত থাকে পুৰাণ, মহাকাব্য, ৰূপকথা, লোককথা আৰু লোক সাধাৰণৰ বিচিত্ৰ অনুভব।

ছোঁৰ আভিধানিক অৰ্থ হ'ল কাঠ বা বাঁহৰ কাঠিৰে সজা, বৰণ



দি উলিওৱা মানুহ, জীৱ-জন্তু, দেৱ-দানৱ, অপেশ্বৰী আদিৰ আকৃতি; ইংৰাজীত effigy, scare-crow, cartoon ইত্যাদি। ছোঁৰ অৰ্থ মুখাও। ছোঁৰ পৰা ছোঁ ঘৰ। মানুহৰ কল্পনাৰ পৰা বহু কাল্পনিক বস্তু ওলায়। যেনে মন তেনে কল্পনা। ছোঁ কল্পনাৰেই এটি কলাত্মক বাস্তৱ।

অৰণ্যজীৱী যাযাবৰ মানুহে অৰণ্যৰ পৰা ওলাই আহি যি দিনাৰে পৰা নদীপৰীয়া সাৰুৱা পথাৰত কৃষি-নিৰ্ভৰ জীৱনৰ পাতনি মেলিলে সেই দিনাৰে পৰা ছোঁৰ সৃষ্টি। লাহে লাহে শস্যৰ বাবে মন বাঢ়িল, পথাৰো বাঢ়িল, ছোঁও বাঢ়িল। ইতিহাসে ঢুকি নোপোৱা দিনৰে পৰা আধুনিকলৈ বিৱৰ্ত্তনৰ দীঘল পথ গছকি আহি ছোঁই আজিৰ হাইব্ৰিড অৱস্থা পাইছেহি। বিজ্ঞানৰ কোলাহলৰ দিনতো জনবিশ্বাসত এই লোক কলাৰ কোনো হীন-দেঢ়ি ঘটা নাই।

নৈপৰীয়া বৰপেটা। প্ৰতি তিনি মাইলতে একোখনকৈ নৈ, য'তে নাযাওক, যিপিনে নাচাওক। প্ৰতিখন নৈৰ পৰা নামি আহে একোখনকৈ পলসুৱা পথাৰ – নৈয়ে ধোৱা, ৰ'দে ধোৱা মাটি। আহিনৰ পৰাই ৰবি-শস্যেৰে ভৰি উঠে পথাৰৰ চুক। শস্যৰ ৰখীয়া হিচাপে আহে ছৌ-পাগলী বৌটি হৈ, গোৰা চাহাবটো হৈ নাইবা ..........। সন্ধ্যা পাৰ হৈ ৰাতি গভীৰ হ'লে ছৌবোৰৰ কাম বাঢ়ে। গছবোৰৰ পৰা শিপা পৰ্য্যন্ত ভেদ কৰি যায় সিহঁতৰ দৃষ্টি। য'তে পলসুৱা মাটি ত'তে পুহৰ খেতি, ত'তেই ছৌৰ লেখহীন যাদুকৰী বৈচিত্ৰ্য। পথাৰৰ খেতিৰ বাহিৰে কেতিয়াবা ঘৰৰ চৌহদৰ ভিতৰত ফল-মূলৰ গছতো মানুহে ছোঁ আঁৰি দিয়ে। উদ্দেশ্য মানুহৰ বেয়া নজৰৰ পৰা, অনিষ্টকাৰী জীৱ-জন্তু, চৰাই-চিৰিকটিৰ আক্ৰমণৰ পৰা, চোৰ-ডকাইতৰ হাতৰ পৰা খেতি ৰক্ষা কৰা। চহা খেতিয়কৰ ধাৰণা কিছুমান মানুহৰ চকুৰ বিষ-দৃষ্টি আছে। তেনে ধৰণৰ মানুহে ভাল গছ বা শইচৰ পথাৰলৈ দৃষ্টি নিক্ষেপ কৰিলে খেতিৰ ভালেখিনি অনিষ্ট হয়। যেনে– নাৰিকলৰ থোকত নজৰ পৰিলে নাৰিকলৰ থোকটো খহি পৰে। সৰিয়হডৰাক মোৱা পোকে চুহি শেষ কৰে, এন্দুৰে কাটি কুটি ধ্বংস কৰে ধাননি পথাৰখন, ইত্যাদি কত যে অপায়-অমঙ্গল মানুহৰ এই বেয়া নজৰে মাতি অনায় ............

'ও কাকা! পাথৰোত নু এনেকে কিও ছৌ দিছা এ?'

বজালীৰ বামাখাটা গাঁওৰ প্ৰখ্যাত খেতিয়ক ৰমেশ তালুকদাৰক

সোধাত সৰা দাঁতৰ ফাকেৰে সৰল গঞালজনে হাঁহি এমোকোৰা মাৰি ক'লে— "হাও ইটুও নাজনা? কিছুমেন মাহনুৰ চকুত বিহ আছে, জানছা বিহ আছে। তাহাৰ চকু লাগ্লি খেতি একদম বোয়াহোৱে বুচ্ছা। তই হমপাই দেখা নাই আমাৰ দিগম্বৰ আহাৰ কি ঠউগা কলোৰ থক, পক্পাক লাগি একমাহমেন আছিল। ভাঙি পোল্লাক এ, মাহনুগিলাৰও চকু দেচোন আৰ ....."

হাথিনাপুইৰা উপিন খাটনিয়াৰে বাৰে বাৰে তাকে দোহাৰি দুখ কৰে ঃ

"মাহনুগিলাৰ নজৰ বোয়া এ। মোৰ গমধান ডবলা শেষ কল্লাক চালা। যেনেকে লপ্ লপকৈ বাঢ়িল ...... ছৌ-টৌ কিবা দিবা লাগ্ছিল হেন পাউ। পাছে দিবাৰ নহ'ল ইবাৰ ................"

**কোনো দুটি ছৌ একে নহয় ঃ**

পুহৰ খেতিত ছোঁৰ প্ৰচলন বেছিকৈ হয়। সময় বিশেষে বাৰী-বাগিচাৰ গছ-গাছনিতো আঁৰি থোৱা হয় ছৌ। ছৌৰ আবাহন আছে বিসৰ্জন নাই, বিসৰ্জনৰ বাবে নৈৰ পাৰলৈ অনা নহয়। ছৌবোৰৰ বেছি ভাগ মতা মানুহৰ প্ৰতিকৃতি। কৃষি প্ৰধানতঃ পুৰুষ-নিৰ্ভৰ, সম্ভৱতঃ সেই কাৰণে। ছৌবোৰ মাটিৰে, খেৰেৰে, কাঠেৰে, থাউকতে পোৱা কেইবিধমান বস্তুৰে সজা হয়। সজোৱাৰ বাবেও বিশেষ প্ৰস্তুতি নালাগে। একো কৰিব নোৱাৰিলে ক'লা কাপোৰ এটুকুৰা বাঁহৰ খুটিত আঁৰি থয় নাইবা মাটিৰ পুৰণি প্ৰতিমা - সৰস্বতী, লক্ষ্মী, কালি, মহাদেৱ, গণেশ ইত্যাদি খেতিত ছৌ হিচাপে পাতি তৃপ্তি পায় খেতিয়কে। মাটিৰ টেকেলি, পানীলাউৰ খোলাত মানুহৰ চকু, মুখ আঁকি খুঁটি এটাত আঁৰি থয়। যেনে অভিৰুচি তেনে ছোঁ। ছোঁৰ জেনাছ্-স্পেচিজো আছে।

পটল খেতিৰ বাটকটীয়া খেতিয়ক সৰভোগৰ উত্তৰগুৰিখানাৰ আলাখু বড়ো—

"আলাখু কাকা! তোক কিহে পাইছিয়ে, তই যি জীয়েৰ না তিৰীটুৰ ফাটা ব্লাউজটো আনি এনেকে পটোলৰ খেতিৰ মাজোত খুটিত আলে থৈছা?" "হেঃ হেঃ নহে এ সেটু। ও সেটু আমাৰ তাইৰ। আমাৰ তাই ঠিক লক্ষ্মী হেন তিৰী। ব্লাউজটো থাকে মেনি তাই থাকা। এবাৰ হলি মোৰ পটোলৰ খেতি চাই থাক্পালগা হৈচি। পটল গিলান লাউ হেন ডাঙাৰ হৈছি এ ভাই।"



মানুহৰ ছোঁ, শিয়াল-কুকুৰ-বাঘ-ভালুকৰ ছোঁ, দেৱ-দানৱ-ৰাক্ষস-যক্ষ-ৰক্ষ-কিন্নৰৰ ছোঁ। চৰাইৰ ছোঁ থ'লে খেতিত চৰাই পৰিবলৈ ভয় কৰে। খেতিৰ কি যে অনিষ্ট নকৰে ঢোৱা কাউৰীয়ে। মাটিৰ তলৰ পৰা শস্যৰ গুটি উলিয়াই খাই পেলায়। বুলবুলি আৰু বটা চৰায়ো কম নহয়। গীতেৰে-ছন্দেৰে যিমানে কাকুতি-মিনতি নকৰো কিয় - "মোৰ ধান নেখাবি তোক দিম বটা শৰাই।" মানুহে খেতিৰ বাবে হাবি-জংগল কাটি শেষ কৰিলে। হাবি-জংগল আছিল সিহঁতৰ স্বৰ্গ। স্বৰ্গখন হেৰালে যেতিয়া সিহঁত আমাৰ খেতিত নপৰি পৰিব ক'ত? ইতৰ জীৱে মানুহে কৰা অন্যায়ৰ ওপৰত এনেকৈয়ে প্ৰতিশোধ লয়।

হাউলীৰ মৌটুপৰী গাঁওৰ ফণি দাসে বাৰীৰ পিছফালৰ খেতিডৰা চৰাইৰ উপদ্ৰৱৰ পৰা শত চেষ্টা কৰিও ৰক্ষা কৰিব নোৱাৰি খেতিৰ মাজত প্ৰকাণ্ড ধেনু-কাড় এযোৰ বাঁহৰ খুটিত আঁৰি থৈছে। শিৱ-ধনু হেন দেখি। দাসে দুখ কৰিছিল—

"দিলি কি হবো, পোখীগিলাখেন কম বস্তু নহে। ৰাবণোৰ লগোত যুঁজা জটায়ুৰ বংশোৰ তাহুউ। ফণি দাসক কেৰেপ কৰবো। খেতিডবলা খাই নহ কৰলাক। আহাৰ উৎপাতত ৰৈবা নৰা হৈছু আৰ ......."

ছৌৰ বৈচিত্ৰ্য কৈ শেষ কৰিব নোৱাৰি। নাৰিকলৰ বাকলত সাপ এটা তৈয়াৰ কৰি থ'লে সৰু ল'ৰা-ছোৱালীয়ে খেতিত সোমাবলৈ ভয় নকৰিব জানো? আৰু খেতিত যদি ৰাক্ষসৰ ছোঁ এটা থাকে ভয়তে সিহঁত বিচুৰ্তি নাখাব? বাঘ-ভালুকৰ ছোঁ দেখা পালে গৰু-ছাগলীয়েও ভয় কৰে খেতিত সোমাবলৈ। মাঘৰ মেজিৰ আধা পোৰা বাঁহ ছোঁ হিচাপে নাৰিকল গছৰ গাত বান্ধি দিয়া হয়। যদি "বিশ্বাসে মিলয় হৰি" তেনেহ'লে বিশ্বাস কৰি নাৰিকলৰ গাত কিবা অলপ আঁৰি দিলে ফল নালাগিব কিয়?

ছোঁ বহু প্ৰকাৰৰ - ধান খেৰেৰে মুৰ্তিৰ জুমুঠিটো সাজি লৈ গাত ফটা-চিটা চাৰ্ট-পেণ্ট-নেকটাই পিন্ধাই চুণেৰে বা ৰঙেৰে চকু মুখ ধুনীয়াকৈ আঁকি দিলেই ছোঁ হয়। দূৰৈৰ পৰা দেখাত সাইলাখ মানুহ। দূৰৈৰ পৰা ছোঁক জীয়া মানুহ বুলি ভাবিলৈ কিছুমানে ভুলো কৰে—

"বজালীৰ গাড়ীসত্ৰৰ হলি গাঁওবুঢ়া। দুই বছৰমান আগতে আলুৰ

খেতিত যি ধুমা ৰাক্ষসৰ ছোঁ এটা তৈয়াৰ কৰিছিল, দাঁতবিলাক গৰুৰ খুটি হেন, চকু হাল ইলেকটি লাইট। জ্বলি থকা চকু ৰাতি কি ভয় লাগে! সেই খেন গাউৰ আধা পাগ্লীৰ নিচ্না অমুকী দুপৰ ৰাতি আলু চুৰ কৰবা আহি ৰাক্ষসটোৰ মুখামুখি হৈ ভয়ত যি মস্ত আতাহ দিলাক, লগে লগে জ্ঞান নহ হৈ মৰা কাঠ হেন ......., সেই হেন ৰাক্ষসৰ চকু দেখি হা কুনি ভয় নাখাবো। পাগ্লীতো দূৰৈৰ কথা, তাইৰ বাপেকেও হাগি-মুতি ফেল্‌বো ............." কথা প্ৰসঙ্গত মুগুৰীয়া গাঁওৰ সদা কাকতিয়ে আমাক এনেকৈ কৈ হাঁহিত ফাটি পৰিছিল।

**মানুহৰ মুখবোৰ ছোঁ ঃ**

মানুহৰ ছোঁ আকৌ তৰহ তৰহৰ - ধান খেৰ আৰু মাটিৰে পুতলা, বাঁহৰ খুঁটিত মাটিৰ টেকেলি নাইবা লাউৰ খোলা উবুৰি কৰাই চুণেৰে চকু-মুখ আঁকি লোৱা, বাঁহৰ কাঠি দুডাল ক্ৰছ কৰি লৈ চোলা এটা পিন্ধাই বাঁহৰ খুঁটিত আঁৰি থোৱা। এইটোৰ অৱশ্যে মূৰ নাথাকে। মূৰ নাই, অথচ মূৰত জাপি এটা পিন্ধাবলৈ নাপাহৰে। কুঁহিয়াৰ জাৰণিতো মানুহৰ ছোঁ। প্ৰতিটো ছোঁৰ এটা নিজস্ব বৈশিষ্ট থাকেই। কোনো দুটা ছোঁ দেখাত একে নহয়। দৈত্য-দানবৰ ছোঁবোৰ দেখিলে এনে ভাৱ হয় যেন মহাকাব্যৰ চৰিত্ৰবোৰক ভাগি-পিটি ক্লাছিক সংস্কৰণৰ পৰা লোক সংস্কৰণলৈ অনা হৈছে। প্ৰতিটো ছোঁত গাওঁলীয়া প্ৰতিভাৰ স্পষ্ট চিন দেখা যায়।

কালদিয়াৰ পাৰতে পাটাছাৰকুছিৰ ৰাজেন কলিতাৰ কুঁহিয়াৰৰ খেতি সেইবাৰ বৰ ভাল হৈছিল। কালদিয়াৰ কেঞা হাবিত বহু যুগ জ্ঞাতি-কুটুম্ব লৈ বাস কৰি থকা শিয়ালবিলাকে ৰাতি জাক পাতি ওলায় আৰু কলিতাৰ কুঁহিয়াৰৰ খেতিখন খাই শেষ কৰে। খণ্ডতে কলিতাই বাঘৰ মূৰৰ ছোঁ এটা ইমান ডাঙৰকৈ তৈয়াৰ কৰিছিল যে বাঘৰ মুখৰ ভিতৰেদি শিয়ালে সোমাই সিফালেদি ওলাই যাব পাৰে। কালদিয়াৰ শিয়ালবিলাকে বাঘৰ ভয়ত সেইবাৰ কুঁহিয়াৰ খাবলৈ নাপাই মনৰ দুখত দৈ শিঙৰী-চৈবাৰীৰ ফালে গুচি গৈছিল। ৰাজেনৰ খেতি ৰক্ষা পৰিল, হ'লেও দৈ শিঙৰীৰ মোহন ভৰালীৰ কুঁহিয়াৰৰ খেতিখিনি শিয়ালে খাই তহিলং কৰিলে।

কবি-আলুৰ খেতিত দানব-দাৰোৱানৰ ছোঁ, মোচযোৰ কি যে



মোটা আৰু দীঘলীয়া, ভয় লগা মূৰ্ত্তি। ওৰে ৰাতি উজাগৰে থাকি বেচেৰাই খেতিত পহৰা দি থাকে। দেখিছেনে ঢুলঢুলীয়া চকুত টোপনি নধৰা হৈছে। ছোঁ মূলতঃ এটা কিম্ভূত-কিম্বাকাৰ বস্তু। সৌৱা নাৰিকলৰ বাকলিৰে সাপ এটা ফণা মেলি আছে — সাইলাখ মনসা মঙ্গলৰ কালীনাগ। সৰস্বতী পূজাৰ দিনা ল'ৰাবিলাকে নাৰিকল চুৰ কৰিবলৈ আহিলে নুখুটিয়াব! ছোঁ আকৌ পাগলীজনী, আউলি-বাউলি আধা পকা চুলিটাৰী, বাঁহীৰ নিচিনা নাক, বেজিৰ নিচিনা মুখ, গাতত সোমাই থকা সকৰুণ চকুযুৰি। দুটি মৰমী চকুৰে চায়েই থাকে বেচেৰীয়ে পথাৰখনৰ ফালে ৰাতিয়ে দিনে। ইমান মৰম! গছবোৰক ঠিক গছৰ দৰে নেদেখে, আপোন বুকুৰ পোনা যেন দেখে। ছোঁ আমাৰ খেতি পথাৰৰ মুকুটবিহীন ৰজা। ভৰিৰ তলত যিমান পথাৰ আছে তেওঁৰেই হুকুমদাৰীৰ তলত। ৰজাৰ ঘৰলৈ চোৰ-ডকাইত সোমাব কেনেকৈ? সোমাবই বা কিয়?

প্ৰতিমূৰ্ত্তিৰ বাহিৰে আন ধৰণৰ ছোঁৰ ব্যৱহাৰো মফচলত দেখিবলৈ পোৱা যায়। দেখিছে নে নাৰিকলৰ গছত চেণ্ডেল এপাত, আমজোপাত চামৰাৰ ফটা-চিঙা জোতা, বেঙেনাৰ খেতিত মৰা গৰুৰ মূৰ। ইয়াৰ অৰ্থ অমঙ্গলক অমঙ্গলেৰে খেদি পঠিওৱা, যেনে বিষক বিষেৰে, কাঁইটক কাঁইটেৰে। গোমধানৰ খেতিৰ চাৰি চুকত চাৰিটা খুঁটি, খুঁটিত ৰচি বন্ধা আছে, ৰচিত কাগজ ওলমিছে। এইটো এটা সুকীয়া ষ্টাইল। গোমধানো লহপহকৈ বাঢ়ি আছে নিৰাপদে। ধানৰ খেতিত আকৌ কলৰ পুলিৰ ছোঁ, নাইবা ঘোঁৰাপাকৰ ছোঁ ঃ

এদিনৰ কথা — মুগুৰীয়া গাওঁৰ (বজালীৰ) তৰণী পাটগিৰিৰ দেউতা মহীৰাম পাটগিৰিয়ে এটা ঘোঁৰাপাকৰ নিচিনা ছোঁ কৰি ধাননিৰ মাজত থৈছিল। উদ্দেশ্য ধাননিডৰা মানুহৰ নজৰৰ পৰা ৰক্ষা কৰা আৰু ৰাতি ক'ব নোৱাৰাকৈ আহি ধাননিৰ আলিত শৌচ কৰা মানুহক ধৰা পেলোৱা। ভবামতে চোৰ ধৰা পৰিল। আহিনৰ জোনাক ৰাতি। সেই গাওঁৰ হেমকান্ত পাটগিৰিয়ে শৌচ কৰিবলৈ আহি হঠাতে লিঙলিঙিয়া ছোঁটো দেখি আধা শৌচ কৰাকৈ চিঞৰি দৌৰ মাৰে। বেচেৰাৰ কানিয়ে-কাপোৰে শৌচ লাগি থকাত গোপনে ধাননিৰ মাজত শৌচ কৰা কথাটো ওলাই পৰিল।

ছোঁ দৰাচলতে এটা ৰজা, এটা দাৰোৱান, এটা বহুৱা নাইবা মেজিক-মন্ত্ৰ। যি ভাবেৰে লোৱা হয় সেইদৰে ৰূপ পায়। পুহমহীয়া পথাৰত ভাৰতীয় গ্ৰাম্য কলাৰ প্ৰদৰ্শনী! দেশজ ভঁৰালৰ পৰা যে চেকি লোৱা হৈছে নিৰ্যাসখিনি।

**বিশ্বাস নে বিজ্ঞান?**

ছোঁ হ'ল অপায়-অমঙ্গলৰ পৰা খেতি-পথাৰ ৰক্ষা কৰাৰ এটি আহিলা, এটি অনন্য নিশ্চিত উপায়। হেঁপাহৰ খেতিডৰাক মানব-দানব, জীৱ-জানোৱাৰৰ দৌৰাত্ম্যৰ পৰা কেনেকৈ ৰক্ষা কৰিব পৰা যায় তাৰেই পৰীক্ষা-নিৰীক্ষা চলে ছোঁত।

মানুহৰ প্ৰথম দৃষ্টিটো বৰ বেয়াদেই। দৃষ্টিত জুই থাকে, বিহ থাকে। মহাকাব্য যুগৰ মুনি-ঋষিৰ দৃষ্টিৰ অনলতে বহু দেৱ-মানৱ-দানৱ দেই পুৰি জাহ গৈছিল। কুৰুক্ষেত্ৰ সমৰৰ অন্তত পঞ্চপাণ্ডৱে হেনো গান্ধাৰীৰ ওচৰ চাপিবলৈ ভয় খাইছিল, এই ভাবি যে গান্ধাৰীৰ প্ৰথম দৃষ্টি যিজন পাণ্ডৱৰ ওপৰত পৰিব তেওঁ পুৰি ভস্ম হ'বগৈ। কাৰণ গান্ধাৰী আছিল শতপুত্ৰ শোকত জৰ্জৰিতা। গান্ধাৰীয়েও এইবোৰ জানিছিল। চকুৰ বন্ধন গুচাই তেওঁ কাৰো ফালে নাচাই কেৱল মাটিৰ ফালেহে চাইছিল। পথাৰত ছোঁৰ নিচিনা কিবা এটা ডাঙৰকৈ থাকিলে মানুহৰ প্ৰথম দৃষ্টি তাৰেই ওপৰত পৰিব, খেতিৰ গছ পুলিৰ ওপৰত নপৰে। বিষ-দৃষ্টিত তিলতিলকৈ ছোঁ মৰে। গছ পুলিবোৰ ৰক্ষা পৰে। গছ পুলিবোৰ লহপহকৈ বাঢ়ে। কি মহান ত্যাগ!

দিনৰ ভাগত ছোঁ দেখা নাই অথচ ৰাতি চুৰ কৰিবলৈ আহিছে আৰু খেতিত যদি মানুহৰ ছোঁ এটা থাকে তেতিয়া হ'লে চোৰে মানুহে পহৰা দিয়া বুলি ভাবি পলাই পত্ৰং দিব। ধানৰ খেতিৰ মাজত এন্দুৰ নাইবা পোক-পৰুৱাই অনিষ্ট কৰিবলৈ ধৰিলে খেতিয়কে প্ৰতিকাৰ স্বৰূপে ধান খেৰেৰে সৰু জুমুঠি এটা সাজি বাঁহৰ খুঁটি এটাত থিয় কৰাই ৰাখে। তাত পোক-পৰুৱা, এন্দুৰ, নিগনি খোৱা চৰাইবোৰ জিৰণি ল'বলৈ আহে, খন্তেক জিৰায়, লগতে সিহঁতৰ খাদ্য (শস্যৰ শত্ৰু) পোক-পৰুৱা, নিগনি খাই শেষ কৰে। খেতিয়কৰ কি যে মহান উপকাৰ কৰে এইকণ চৰাইবোৰে! সেই একেটা উদ্দেশ্য লৈ কাতি মহীয়া ধাননি পথাৰত খেতিয়কে কিছুমান জোপোহা ডাল অ'ত ত'ত পুতি থয়। চৰাই আহিব, তাৰ ওপৰতে বহিব, পোক, ফৰিং খাই ধাননিখিনিক অকণ সকাহ দিব। প্ৰকৃতিৰ সমীকৰণ ৰক্ষাৰ বাবে আমাৰ পূৰ্বপুৰুষসকলে সুন্দৰ ব্যৱস্থা কৰি থৈছে। এইফালৰ পৰা বিচাৰ কৰি চালে ছোঁ কেৱল অন্ধবিশ্বাস নহয়, ই বিজ্ঞানো। প্ৰকৃত অৰ্থত আমাৰ পূৰ্বপুৰুষ একো একোজন পৰিস্থিতি বিজ্ঞানী (Ecologist) আছিল।



ছোঁৰ ভাল বেয়াও আছে। খালি বিভৎস কিবা এটা পথাৰতে থিয় কৰালেতো নহ'ব, তাতে অন্ততঃ কিছু কলা-সৌকুমাৰ্য থাকিব লাগিব মানুহৰ চকুত পৰাকৈ, যাতে মানুহৰ প্ৰথম দৃষ্টি তাৰ ফালে ঘূৰি যায়। ছোঁ আমাৰ খেতি পথাৰৰ ৰক্ষক। আমাৰ বাক্-বিনিময়ৰ বচনভঙ্গী। কেতিয়াবা পুৰণি অভ্যাসতে কওঁ - "ভূঁইৰ ছোঁ কৰি থৈছা হে মানুহজনীক.......", আকৌ কেতিয়াবা কওঁ - "এইটো ঘৰ নহয়, ই এটা ভূঁইৰ ছোঁহে........।" ছোঁক লৈ কত ধৰণৰ যে ব্যঙ্গ-কৌতুকৰ ছবি আঁকো।

**ছোঁ দেশে দেশে ঃ**

ছোঁ এটি সৰ্বভাৰতীয় লোক কলা, সৰ্বভাৰতীয় জনবিশ্বাসৰ বোকা-পানীত তাৰ জন্ম। আকন্যাকুমাৰী হিমালয় পৰ্য্যন্ত সেই একেটা ভঙ্গীৰে সেই একেটা উদ্দেশ্য লৈ পথাৰে পথাৰে আবিৰ্ভাব হয় ছোঁৰ। উত্তৰ প্ৰদেশৰ ছোঁ 'ৰামকা পুতলা' হস্তে ধনু-শৰ; ৰাজস্থানৰ 'আৰবা' (মানুহৰ পুতলা); উড়িষ্যাত কাৰ্টুন। এইটো মানুহৰ প্ৰতিকৃতি নহয়, পথাৰত খুঁটি পুতি তাৰ মূৰতে বাঢ়নি এডাল নাইবা ক'লা কাপোৰ এটুকুৰা আঁৰি থোৱা হয়। বঙ্গদেশত আকৌ বাঁহৰ খুঁটিত উবুৰি কৰা টেকেলিটোৰ পিঠিত বগা ফোঁট। চাৰ্ট-পেণ্ট-টাই পিন্ধা মানুহৰ কাৰ্টুনবোৰ ছোঁৰ আধুনিক সংস্কৰণ বা হাইব্ৰিড অৱস্থা মাত্ৰ। দেশে দেশে মানুহ বেলেগ, ছোঁও বেলেগ। স্থান-কাল আৰু ছোঁ এইবোৰ স্থানিকভাবে সম্বন্ধিত। কৃষি লেণ্ডস্কেপৰ অনন্য বৈচিত্ৰ্য, মহাকালৰ শত শত আয়োজনৰ অন্যতম এইবোৰ।

যিকোনো সম্প্ৰদায়ৰে নহওঁক, খেতিয়ক মাত্ৰে ছোঁৰ শিল্পী। ছোঁ নিৰ্মাণৰ বাবে তেনে কোনো প্ৰশিক্ষণৰ ব্যৱস্থা নাই। প্ৰশিক্ষণ ল'বও নালাগে। ই শান্তি নিকেতনৰ কলা ভৱনৰ পাঠ্যসূচীৰ পাঠ্যও নহয়। মনৰ কল্পনাই হাতে-কামে ছোঁ হৈ ওলায়। ছোঁ কাতিতো গজে, বহাগতো

গজে। ছোঁ পথাৰখনৰ ৰজা, পথাৰখনৰ দাৰোৱান, পথাৰখনৰ বহুৱা, পথাৰখনৰ ভূত-ভগৱান-চয়তান, পথাৰখনৰ মন্ত্ৰ-মেজিক, ওজা-ওজেলি সকলো। খেতি পথাৰৰ সুৰক্ষাৰ বাবে ছোঁৰ জীৱন উৎসৰ্গীকৃত। কেচুৱা কালৰে পৰা থিয় দণ্ডা দিব পৰা অৱস্থালৈ গছ পুলিবোৰক তুলি তালি থিয় কৰায়। কথাত কয় - 'দূৰৈৰ পৰ্বত দেখিবলৈ ভাল।' ছোঁক চাব লাগিলে দূৰৈৰ পৰাহে চাব লাগে। ওচৰতে সেইবোৰ আউল লগা, অবিন্যস্ত, অস্পষ্ট। যিমানে অস্পষ্ট নহ'লেও ছোঁৰ আবেদন, আকৰ্ষণ আৰু আৰ্টক কোনেও নুই কৰিব নোৱাৰে। ই যেন বিমূৰ্ত্ত কলাৰ (Abstract Art) অন্যতম সম্পদ। শিল্পী, সাহিত্যিক, সমাজ বিজ্ঞানীয়ে প্ৰচুৰ উত্তাপ গোটায় এইবোৰলৈ চাই।

ছোঁ আমাৰ গ্ৰাম্য কলা। আমাৰ খেতি পথাৰৰ জ্যামিতিক ত্ৰিছকৰ চিত্ৰহাৰ। দেশ বিজ্ঞানৰ অগ্ৰগতিত যিমানেই আগবাঢ়ি নাযাওক কিয় ই আমাৰ মাজত থাকিব, আমাক আনন্দ দিব, আমাৰ খেতি ৰক্ষা কৰিব।●

# পঁচতি উৎসৱ

□ মাধৱ চন্দ্ৰ অধিকাৰী

অসমীয়া সংস্কৃতি আৰু আচাৰ-ব্যৱহাৰ বিভিন্ন লোক প্ৰবাহৰ সংমিশ্ৰণৰ ফল। অষ্ট্ৰিক, দ্ৰাবিড়ী, তিব্বত বৰ্মী, আৰ্য্য আদি বেলেগ বেলেগ স্তৰৰ ৰুচি আৰু লোকাচাৰ অসমীয়া সংস্কৃতিত নিহিত হৈ আছে। সমাজ বিবৰ্তনৰ ফলত অসমীয়া হিন্দু সমাজৰ তিথি-পৰ্ববোৰৰ ৰুচি আৰু লোকাচাৰৰ আমূল পৰিবৰ্তন ঘটি আহিছে। অসমীয়া জনজীৱনত এনে ধৰণৰ অলেখ আচাৰ-ব্যৱহাৰ, নীতি-নিয়মে সংস্কৃতিৰ সুঁতিটোক প্ৰবাহমান কৰি ৰাখিছে।

শ্ৰীমন্ত শংকৰদেৱে পাঁচ শতাধিক বছৰ আগেয়ে অসম অথবা উত্তৰ পূৰ্বাঞ্চলত বৈষ্ণৱ ধৰ্মৰ যি ধ্বজা উৰুৱাই থৈ গ'ল সিয়ে অসমীয়া সমাজক বৈষ্ণৱ ধৰ্মৰ গতি প্ৰগতিৰ লগত সাঙুৰি পেলালে। পঁচতি গোৱা প্ৰথা সম্ভৱতঃ অসমত বৈষ্ণৱ আন্দোলনৰ আগতেও আছিল। কিন্তু শ্ৰীমন্ত শংকৰৰ বৈষ্ণৱ ধৰ্মই পঁচতি অনুষ্ঠানত নতুন আকৰ্ষণৰ সৃষ্টি কৰিলে। পঁচতি গোৱা ৰীতি আৰু নামগীতৰ আৰ্হিৰে অসমীয়া বৈষ্ণৱ সাহিত্যত বহুতো গীত, নাট, পদ আদি ৰচিত হৈছে। এইবোৰ পৌৰাণিক ৰচনাত বাহিৰে পঁচতি সম্পৰ্কে বিশদ আলোচনা হোৱা দেখা নাযায়। সমাজৰ পৰিবৰ্তনৰ লগত সম্প্ৰতি সামাজিক গাঁথনি, সমাজৰ চাৰিত্ৰিক বৈলক্ষণ আদিৰ ফলত ধৰ্মৰ ভাবধাৰা, বাতাবৰণ আদি ক্ৰমে লোপ পাই আহিছে। আনহাতে বিজ্ঞানৰ অগ্ৰগতিয়ে সমাজৰ কৃষ্টি-সংস্কৃতিৰ ওপৰত মাধমাৰ সোধাইছে। অৰ্ধ শতিকা আগতে, আমাৰ শৈশৱত যিবোৰ আচাৰ-নীতি আছিল সেইবোৰ আজিকালি অন্ধবিশ্বাস বুলি দূৰতে বিদুৰ কৰা হয়। প্ৰায় সকলোবোৰ আচাৰ-নীতিয়ে এতিয়া নতুনকৈ গঢ় লৈ উঠিব ধৰিছে। পাঁচশ বছৰ আগতে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে গঢ়ি তোলা বৈষ্ণৱ ধৰ্ম আৰু ইয়াৰ আচাৰ-নীতিসমূহ আজিৰ সমাজত খাপ নোখোৱা যেন হোৱাৰ উপক্ৰম হৈছে যদিও বৰ্তমানো ই পৰিবৰ্তিত ৰূপত সমাজত প্ৰচলিত হৈ আহিছে।

সাধাৰণ অৰ্থত পঁচতিৰ অৰ্থ হ'ল শিশুৰ জন্মৰ পাঁচ দিনৰ মুৰত কৰা এটি জন্ম কৃত্য। পঁচতি উৎসৱ কিন্তু সাধাৰণ ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। ই আমাৰ বৈষ্ণৱ ধৰ্মৰ আদি মূল বিষ্ণু, ভগৱান শ্ৰীকৃষ্ণৰ জন্মতিথি ভাদ মাহৰ কৃষ্ণা অষ্টমী ৰোহিনী নক্ষত্ৰৰ পিচত পতা অনুষ্ঠান। জন্মাষ্টমীৰ পাঁচ দিন পিচতে পাতিব লগা অনুষ্ঠান যদিও ঠাই বিশেষে ইয়াক ক'ৰবাত নন্দোৎসৱৰ পিচ দিনাখন, ক'ৰবাত জন্মাষ্টমীৰ পাঁচ দিন পিচত, ক'ৰবাত এঘাৰ দিন পিচত আকৌ ক'ৰবাত এমাহ পিচতো পঁচতি উৎসৱ পালন কৰা হয়। পঁচতি উৎসৱৰ ধৰাবন্ধা দিন নাই যদিও ৰাস পুৰ্ণিমাৰ আগতে পঁচতি উৎসৱ শেষ কৰা দেখা যায়। সাধাৰণতে অসমীয়া সমাজত বিশেষকৈ বৰপেটা জিলাত সন্তান জন্ম হোৱাৰ পাঁচ দিনৰ দিনাখন মাকে পাঁচ দিনীয়া গা-ধোৱে। সন্তানটোক হালধি পানীৰে গা ধুৱাই এখন নতুন পিৰাত এপোৰা এৱা সূঁতা নাইবা নতুন কাপোৰ এখন পাৰি দি মুদ্ৰা বা সোণেৰে সৈতে মাকে কেচুৱাটো তাত শুৱাই থয়। তাৰ পৰা অইনে কেচুৱাটো লয়। মাকে কাপোৰ-কানি ধুই মেলি গা ধুই পাঁচ দিনীয়া ওলায়। গা ধুই উঠি কেচুৱাটো কোলাত লৈ সূৰ্য প্ৰদক্ষিণ কৰে। পাঁচ দিনৰ দিনাখনেই গণক মাতি নামকৰণ কৰা হয় আৰু ওচৰ চুবুৰীয়া জ্ঞাতি-কুটুমক মাছ, আদা, জলকীয়া বা জলাবটা আদি বিলাই দিয়ে। এইবোৰ বিলালে শিশুৰ অপায়-অমংগল আদিৰ উপশম হয়বুলি জন বিশ্বাস আছে। শিশু জন্ম গ্ৰহণ কৰাৰ পঞ্চম দিনত মিঠাই, পিঠা-পনা আদি মিতিৰ-কুটুমক খুৱোৱা হয়। নিশা নাম-প্ৰসংগ কৰি আয়তীসকলে উজাগৰে থাকে। পাঁচদিনৰ দিনাখন দোভাগ নিশা বিধাতাই আহি কেচুৱাৰ ভাগ্যলিপি ৰচনা কৰে বুলি বিশ্বাস কৰা হয়। সিদিনা নিশা ঘৰৰ মুল প্ৰবেশ পথ উন্মুক্ত কৰি ৰাখি দুৱাৰ দলিত পিঠাগুৰি ছটিয়াই তিনিটা আঁচ দিয়া হয়। বিধাতাই ভাগ্যলিপি ৰচনা কৰিবলৈ আহোতে দুৱাৰ মুখৰ উক্ত স্থানত খোজ পেলাই থৈ যোৱা বুলি বিশ্বাস কৰে। গোটেই নিশা আয়তীসকলে উজাগৰে থাকি নাম-প্ৰসংগ ভাওনা, গীতি-নাচ আদি উদ্‌যাপন কৰে। মুখ্যত এয়ে পঁচতিৰ অনুষ্ঠান।

পঁচতি অনুষ্ঠানৰ আৰম্ভণীতে ব্যক্তিগত ঘৰত নাইবা নামঘৰত থাপনা পাতি মাহ-প্ৰসাদ সজাই আয়তীসকলে গায়—



দিহা - নন্দ ৰাজাই জান দিয়ে গোপীৰ ঘৰে ঘৰে
কৃষ্ণ পঁচতিক মিলি জুলি আহা সকলোৱে।
পদ - নন্দ ৰাজাই গোকুলত মাতে ঘৰে ঘৰে।
নন্দৰ ঘৰত বিষ্ণু আছে মহা আনন্দেৰে।।
পঁচতিৰ জান দি নন্দই ৰংগে যায়।
গোকুলবাসীৰ আনন্দৰ সীমা নাই।।
লহৰ ফহৰ কৰে গুৱালেনী বাই।
নন্দ ৰাজাৰ ঘৰ'ক কুন পথে যায়।।
এই পন্থে যায় গোপী এই পন্থে যায়।
নন্দঘৰে গোবিন্দৰ আজি পঁচতি কৰায়।।
মথুৰাত গৈলা নন্দ ৰাজাৰ ভৱন।
বসুদেৱ দৈৱকীকো কৰে নিমন্ত্ৰণ।।

নিমন্ত্ৰণ পাই গোকুলৰ গোপীসকলৰ আনন্দৰ সীমা সংখ্যা নোহোৱা হয়। আনন্দ উৎসৱত সকলো মতলীয়া হৈ মনৰ উলাহতে নতুন সাজ-পাৰ পিন্ধি নন্দ ৰাজাৰ গৃহলৈ নাচি-বাগি গমন কৰে। ইয়াৰ পিচত পুনৰ আয়তীসকলে গায়—

দিহা - যশোদাই দিয়ে আদা, লোণ হৰি গোকুলত।
গোপীসবে নাচে গাৱে নন্দৰ ঘৰত।।
পদ - যশোদাই আদা, লোণ দিলা ঘৰে ঘৰে।
পঁচতি কৰিব লাগে বান্ধৱ কৃষ্ণৰে।।
আহা সখী, আহা বাই নন্দ ঘৰে যাওঁ।
বৈকুণ্ঠৰ নাথ স্বামী নয়ন ভৰি চাওঁ।।
হাঁহি-মাতি নাচি-বাগি যায় হৰি দৰশনে।
আনন্দে দুন্দুভি বাজে যশোদাৰ ভৱনে।।

ইয়াৰ পিচত আয়তিসকলে উৰুলি জোকাৰ দি নানা বাদ্য ভাণ্ড বজাই গোঁসাইক আদৰি আনিবলৈ যায়। নতুন গামোচা বা ৰুমাল এখনেৰে মূৰ্তি সাজি শৰাইত লৈ শোভাযাত্ৰা কৰি উৎসৱথলীলৈ গীত জোকাৰ দি লৈ আহে। এই সময়ত আয়তীসকলে গায়—

দিহা - জয় হৰি নাৰায়ণ কেশৱ হৰি।
জয় হৰি গোবিন্দ নাৰায়ণ ৰাম কেশৱ হৰি।।

পদ - গোঁসাই আছে গহ্বৰতে
উলিয়াই দিয়া চাওঁ।
আমি নাৰী অভাগিনী
সেৱা কৰি যাওঁ।।
কি অ' কাচা আমৰ ঠানি।
গোঁসাইৰে কৰণি
বৈকুণ্ঠত লগাইছে ধ্বনি।

"হৰি বোলা, হৰি ও হৰি।" আয়তীসকলে উৰুলি জোকাৰ দিয়ে। তাৰ পিচত পুনৰ গায়—

কিয়ে গোঁসাইৰ মূৰৰ মালা,
ৰ'দ পাই লেহুকা,
ছায়া পাই মেলিলা পাহিহে।
হৰি গোঁসাই গৈলা, লাগাল নাপাইলু
মাধৱহে আমাক নাযাবা এৰি।।
গোপিনীৰ লগতে আহিছি হৰি।।

গোঁসাইক লৈ আহি পদুলি মূৰত ৰ'বলগীয়া হয়। পদুলিত এখন সাঁকো থকা কল্পনা কৰা হয়। তাত পাৰ হোৱাৰ বাবে কল পটুৱাৰে নাও সাজি তাত এগৰাকীয়ে উঠাৰ ভংগীমা কৰি অভিনয় কৰে। সেই সময়ত আয়তীসকলে গায় —

কানাই পাৰ কৰা হে
বেলিৰ পৰিল ছায়া।
নষ্ট হৈলা দধিৰ ভাণ্ড
বজাৰ হৈল বয়া।।
কানাই পাৰ ..................
ভাঙা নহয় চিঙা নহয় এ
গামেৰিৰে সাৰ।
তই ৰাধেক পাৰ কৰিলে
আমাৰ কিনু ভাল
কানাই ........................



অন্য ৰাধাক পাৰ কৰিলে
লওঁ আনা আনা,
তই ৰাধাক পাৰ কৰিলে
ল'ম কাণৰ সোণা।
কানাই পাৰ ..................
......................................

ইয়াৰ পিচতে আয়তীসকলে গোঁসাই ঘৰৰ চাৰিওফালে গোঁসাইক মূৰত লৈ সাতপাক ঘূৰে। ঘূৰাৰ পিচত গোঁসাইক নমাই থাপনাত থয় আৰু বসুদেৱে গণক মাতিবলৈ যায়। এইখিনিতে উনুকিওৱা ভাল যে পঁচতি আইসকলৰ উৎসৱ। উৎসৱৰ মুখ্য নায়িকা যশোদা। বাকী সকল বসুদেৱ-দৈৱকী, গৰ্গমুনি, পুতনা, গোপ-গোপী, ৰোহিনী, নন্দ আদি গৌণ চৰিত্ৰ। উৎসৱত ভাগ লোৱা আয়তীসকলে, বিশেষকৈ যশোদাৰ ভাও লোৱা গৰাকীয়ে আগদিনাখন উপবাসে থাকি ভাও লয়। ঠাই বিশেষে বলৰাম, শ্ৰীদাম, সুদাম আদি গোপীসকল আৰু শ্ৰীকৃষ্ণৰ চৰিত্ৰতো ভাও দিয়া হয়। সকলোবোৰ চৰিত্ৰ বজালী আৰু সৰুক্ষেত্ৰী অঞ্চলত মহিলাসকলেই ৰূপায়ণ কৰে। বসুদেৱ, নন্দ, গৰ্গমুনি আদি ভাও মহিলাসকলে ৰূপায়ণ কৰে। বসুদেৱে গণক মাতিবলৈ যাওঁতে গোৱা নাম —

শুনা গৰ্গ তুমি আহিলা কি কাৰণ।
নন্দ গৃহে গৈয়া গণনা কৰা নাৰায়ণ।।
বালকৰ গণনি জানিবা ভালে।
গৰ্গ তুমি গোকুলে যোৱা সোনকালে।।

কলপটুৱা, বাঁহ আৰু কাপোৰেৰে ঘোঁৰা সাজি গৰ্গমুনিৰ বেশ ধৰি ভাওঁ দিওঁতা মহিলাই নন্দ-যশোদাৰ ঘৰলৈ আহে মুখত হৰি ৰামধ্বনি উচ্চাৰণ কৰি। গৰ্গ ঋষিয়ে শুক্লবস্ত্ৰ আৰু ৰুদ্ৰাক্ষৰ মালা পিন্ধি আহে।

দিহা -আহে গৰ্গ ধষি গোকুলে হৰিষি
কৃষ্ণক গণাব লাগি এ।

পদ - বিনা নিমন্ত্ৰণে আহে ঋষি নন্দৰ ভৱন।
ঋষিৰো মহান মহৰ্ষি আনন্দে মগন।।

হৰি ৰাম মুখে জপে ঘনে ঘন।
শুক্ল বস্ত্র ৰুদ্রাক্ষৰ মালা কৰে পৰিধান।।
যশোদাই হাত জুৰি বুলিলা বচন।
কিবা হেতু আজি প্রভু তোমাৰ আগমন।।

গৰ্গ ঋষিয়ে যশোদাৰ প্ৰশ্নৰ উত্তৰত কয় —

দিহা -শুনা নন্দৰাণী তুমি ভাগ্যৱতী
পঠাইলা আমাক বসুদেৱে।
পুত্ৰ গণাইবাক লাগি।।

পদ - যদুকুল পুৰোহিত মই নন্দৰাণী।
গৰ্গ ঋষি নাম মোৰ ত্ৰিজগতে জানি।।
কথা শুনি নন্দৰাণী ঋষিক প্ৰণামিলা।
আথে বেথে চৰণ ধুৱাই আসনে বহাইলা।।
যশোদাক প্ৰতি কয় মুনি আনন্দিত মন।
গোপনে দুই পুত্ৰৰ কৰিব গণন।

আনহাতে গোকুলত ৰজা-প্ৰজাসকলোৰে আনন্দৰ সীমা নাই। বুঢ়া কালত নন্দ-যশোদাই পুত্ৰ লাভ কৰি পৰম আনন্দত মগ্ন হয়। গোকুলৰ গোপ-গোপী, ৰজা-প্ৰজা সকলোতে বালকৰ গণনাৰ বাবে মহা মহোৎসৱ। নাচ-গান, হাঁহি-তামচা, খেল-ধেমালিত সকলো মতলীয়া। সেইবোৰ আয়তীসকলে গীতৰ মাজেৰে প্ৰকাশ কৰে।

দিহা -নন্দ ৰাজাৰ ঘৰে আজি মহা আনন্দ মিলে এ।।

পদ - গীত গাৱে গীতালে হাতে তাল ধৰি।
আনন্দে দুন্দুভি বাজে, বাজে শংখ ভেৰী।।
গোকুলৰ লোকৰ বৰ আনন্দ মিলিলা।
গাই-দামুৰি বৃষক হালধি-তেল দিলা।।
আনন্দে কাচন কাচে গোকুলৰ গোপীসকল।
পিন্ধি ল'লে বিভিন্ন বস্ত্ৰ আভৰণ ভাল।।
যশোদাক বেঢ়ি সৱে আনন্দে ভৈলা থিয়।
দিলা আশীৰ্বাদ শিশু হ'ক চিৰঞ্জীৱ।।
হালধিৰ গুৰি তেল পানী মিহলায়।
একে অন্য সিঞ্চে মাধৱৰ গুণ গায়।।



দিহা -আজিহে গোকুলত বাজনা বাজে।
কৃষ্ণৰ পঁচতি কৰে সমাজৰ মাজে।।

পদ - আজিহে গোকুলত বাৰে ঢাক-ঢোল।
আনন্দে গোপীয়ে কৰে ৰোল।।
গোপ গোপী আছে মনৰ হৰিষে।
বালক কৃষ্ণৰ শিৰত কুসুম বৰিষে।।
যশোদায় আছে পুত্ৰ কোলে ল'ই।
প্ৰেমতে আকুল মুখ চন্দ্ৰ চাই।।
বালকক গণিবা আহিল গৰ্গ ঋষি এ
বহিবা আসন দিয়া।
বালকৰ গণনি ভালকে শুনিবা
আনন্দে নধৰে হিয়া।।

ইয়াৰ পিচত আয়তীসকলে উৰুলি জোকাৰ দিয়ে। নানা বাদ্য-ভাণ্ড বজাই নৃত্য কৰে। তাৰ পিচত গণনা অনুষ্ঠানৰ গীত আৰম্ভ কৰে। এই গীতটো পানী তোলোতেও যাত্ৰা কৰি গোৱা হয়।

গীত -জয় জয় জয় পৰম মংগল এ হায় মোৰ কৃষ্ণৰে।
জয় জয় বাসুদেৱ ঐ ৰাম দৈৱকী নন্দন কৃষ্ণৰে।।
জয় যদুপতি কৃষ্ণ মোৰ গতি এ হায় মোৰ কৃষ্ণৰে।
তযু পাৰে কৰো সেৱা এ হায় মোৰ কৃষ্ণৰে।।
এক নন্দ ঘৰে জয় জয় কৰে এ হায় মোৰ কৃষ্ণৰে।
আৰু নন্দ ঘৰে যাই এ হায় মোৰ কৃষ্ণৰে।।
যশোদাৰ ঘৰে জয় জয় কৰে এ হায় মোৰ কৃষ্ণৰে।
আনন্দৰ সীমা নাই এ হায় মোৰ কৃষ্ণৰে।।
নন্দ ঘৰে উৰুলি জোকাৰ পৰে এ হায় মোৰ কৃষ্ণৰে।
পুত্ৰ যশোদাৰ হায় মোৰ কৃষ্ণৰে।।
উৰুক্ মুৰুক্ কৰি এ হায় মোৰ কৃষ্ণৰে।
পিন্ধে অলংকাৰ হায় মোৰ কৃষ্ণৰে।।

গণনাৰ বাবে পণ্ডিত গৰ্গ ঋষিয়ে হৰি ৰাম হৰি ৰাম ধ্বনি কৰি আহি পালে তেওঁক বহাৰ বাবে আসন দিব। গণক আহি নন্দৰ ঘৰত বহাৰ পিচত গণনাৰ বাবে ফলি-পেখিল, দুবৰি, চাউল, দুনি-ঘট আদি

সজাই চাকি জ্বলাই দি হৰি বোলা, অ' হৰি বুলি হৰিধ্বনি দি উৰুলি জোকাৰ দিব। গৰ্গ ঋষিয়ে গণনা আৰম্ভ কৰি আয়তীসকলক সোধে বালকৰ জন্ম কেতিয়া, কিমান সময়ত হৈছে। তেতিয়া আয়তীসকলে ভাদ মাহৰ কৃষ্ণ পক্ষৰ অষ্টমী তিথি ৰোহিনী নক্ষত্ৰৰ দোভাগ নিশা বালকৰ জন্ম হোৱা বুলি কয়। আয়তীসকলৰ কথা ভিত্তি কৰি গৰ্গ ঋষিয়ে গণনা আৰম্ভ কৰে আৰু গণনা থলীত নন্দ আৰু যশোদা আৰু ৰোহিনীত বাহিৰে আনক থাকিবলৈ বাধা দিয়ে। সেইমতে গৰ্গ ঋষিয়ে কয়—

দিহা -শুনা নন্দৰাণী ভাগ্যৱতী তুমি
পুত্ৰ গণিবাৰে পঠাইলন্ত বসুদেৱেহে।
পদ - যদুকুল পুৰোহিত মই যশোমতী।
গৰ্গমুনি নাম মোৰ শুনা কাণ পাতি।।
যশোদাক কয় মুনি আনন্দিত মন।
গোপনে দুই পুত্ৰৰ কৰিব গণন।।
যশোদা তোমাৰ কোলে এই যে নন্দন।
দৈৱকীৰ উদৰে হয় এওঁৰ জনম।।
তোমাৰ গৰ্ভত জন্মে কন্যা নাম যোগমায়া।
পুত্ৰ থৈ কন্যা নিলে এইয়ে হৰিৰ মায়া।।
তযু গৃহে নাৰায়ণ পূৰ্ণ অৱতাৰ।
যুগে যুগে ভিন্ন ৰূপ কৰিব প্ৰচাৰ।।

গণকে গণনা কৰি বালকৰ প্ৰকাশ্য নাম থ'লে শ্ৰীকৃষ্ণ আৰু গুপ্ত নাম থ'লে চক্ৰপাণি। ইয়াৰ পিচত আইসকলে কৃষ্ণ নাম গাই কীৰ্তন কৰে।

দিহা -আজিহে গোকুলে জয় ঢোল বাজে অ'
সবাৰে আনন্দিত মন।
নন্দ যশোদাই কৃষ্ণক গণায়
ব্ৰাহ্মণক কৰিলা দান।
পদ - নন্দৰ আনন্দ হে গুৱালেনী বাই।
যশোদাৰ পুত্ৰ হৈছি গোকুলত আনন্দৰ সীমা নাই।।
আজি নন্দৰ ঘৰে আনন্দ মিলিছে।



ঢোল মৃদংগ বজাই তালে তালে
নাচে অপেশ্বৰী গন্ধৰ্বে।।
গুৱালেনী বাই এ নন্দৰ ঘৰক কোন পথে যায়।
এই পথে যায় গোপী এ, সেই পথে যায়।
আজি নন্দৰ গোকুলে পঁচতি কৰয়।
আহা সখী আহা বাই এ
নন্দৰ ঘৰে যাওঁ,
যশোদাৰ পুত্ৰ হৈছি
নয়ন ভৰি চাওঁ।
আহা সখী আহা বাই এ .......
গণনাৰ সামৰণি এহিমতে গৰ্গ ঋষি গণনাক কৰে সামৰণ।
তাৰ পাছে ব্ৰাহ্মণক কৰাইলা ভোজন।।
ধেনু ৰত্ন দিয়ে নন্দে আনন্দিত মন।
দান দক্ষিণা দি ঋষিক কৰিলা প্ৰণাম।।
গণনা সাংগ কৰি গৰ্গ ঋষি আনন্দে মগন।
আশীৰ্বাদ কৰি ঋষি গৈলা নিজ ধাম।।

ইয়াৰ পিচত পোহাৰীয়ে পোহাৰত চাউল, কমলা, তামোল-পাণ, কল, নাৰিকল, পইচা আদি নানা ধৰণৰ বস্তু লৈ আহে। পোহাৰ তিনিখন কৰিব লাগে। পোহাৰ লৈ তিনিগৰাকী পোহাৰিয়ে তিনিবাৰ ঘূৰিব লাগে। এজনী পোহাৰি পোহাৰ মূৰত তুলি লৈ নাচি নাচি গাই আহে - ৰাখিব, ফুল ৰাখিব, ফুল।

গীত - ও সখী কমলা ফুল বিক্ৰি কৰা পোহাৰি
ৰচেৰ কমলা হে।
ভাল ফুল বাচি কৃষ্ণক দিলন্ত আনি
আজি ফুল কিনি দিয়া মোক।
ও সখী কমলা ......................

দ্বিতীয় গৰাকী পোহাৰিয়ে মাছ বেছিব আহে - মাছ, মাছ ৰাখিব, মাছ।

মাছ ৰাখিবি না এ বামুণ পাৰা।
ন বিলৰ মাছ আনিছু আজি মাৰা।

মাছ ...........................

তৃতীয় গৰাকী পোহাৰিয়ে কমলা বেচিব যায় -

দিহা - কমলা বেচিব যায়,
গোকুলৰ পোহাৰচয়।

পদ - কমলাৰ পাচি লৈ পোহাৰি বাই।
নন্দৰ দুৱাৰ মুখে ৰইলা গৈ।।

পোহাৰি - ফল ল'বনা, ফল, ফল। যতনাই আনিছো মিঠা কমলা।
পোহাৰিৰ মাত শুনি কৃষ্ণই।
মাতিলা পোহাৰিক চাই।।
কৃষ্ণে বোলে ফল কিনি দিয়া আই।
পোহাৰিক মাতিছো মই।।
যশোদাই বোলে কানাই।
ঘৰে এক কড়িও নাই।।
কান্দিলা যদুমণি।
দিয়া আই গলৰ মণি।।

আন এটা নাম—

নন্দেক খুজিলা হৰি কমলাৰ ফুলহে।
এক এক কমলাৰ মানিক মূল।।
কমলা নাপালে কৃষ্ণ ব্যাকুল।
গছে নাই কমলা গছে নাই ফুল
কমলা নাপালে কৃষ্ণই চাৰিব গোকুল।।
নন্দেক খুজিলা ...............................

দিহা - দিয়া আই দিয়া কমলা মোক হে।

পদ - ৰজত কাঞ্চন লৈ ওলাল যশোদা।
কোনখন পোহাৰত আছে উত্তম কমলা।।
গছে নাই কমলা বিৰিখে নাই পাত।
কমলা নাপাই কৃষ্ণই নাখায় ভাত।।
বাচিয়া বাচিয়া ফল দিলা কৃষ্ণৰ হাতত।
প্ৰণামিলা পোহাৰি শ্ৰীকৃষ্ণৰ পদে।।

কাপোৰেৰে সজা সদ্যজাত শিশুটিৰে সৈতে যশোদাক হালধি



পানীৰে গা ধুৱায়। যশোদাই পুত্ৰৰে সৈতে মঞ্চৰ একাষত বহে। ছয়জনী অকুমাৰী ছোৱালীয়ে হাতত ফুল, লাড়ু আৰু চাউলৰে মঞ্চলৈ লৈ আহি যশোদাৰে সৈতে শ্ৰীকৃষ্ণৰ চাৰিওফালে প্ৰদক্ষিণ কৰি যশোদাৰ মূৰত চাউল ছটিয়ায়। মাতৃ যশোদাই এজনী গোপিনীৰ পৰা ফল এটি লৈ কৃষ্ণলৈ আগবঢ়ায়। ঠাই বিশেষে এইখিনিক আগ-পঁচতি বুলি কোৱা হয়।

ইয়াৰ পিচৰ অংশক পিছ পঁচতি বোলা হয়। এই অংশত বিশেষকৈ পুতনা বধ, শ্ৰীকৃষ্ণৰ ৰক্ষা বন্ধন, দধি মথন আদি উৎসৱ পালন কৰা হয়। পুতনাৰ ভাওৱে দৰ্শকৰ মাজত হাঁহিৰ উদ্ৰেক কৰে। পুতনা হোৱা তিৰোতাগৰাকীয়ে নানা খুহুতীয়া কথা কৈ যশোদা, ৰোহিনীকে ধৰি গোপ-গোপীসকলৰ প্ৰিয়পাত্ৰ হৈ উঠে। মথুৰাধিপতি কংসৰ অনুচৰ পুতনা ৰাক্ষসীয়ে এগৰাকী দেখনিয়াৰ সম্ভ্ৰান্ত মহিলাৰ দৰে ৰূপ ধৰি কংসৰ নিৰ্দেশমতে গোকুলৰ নন্দৰ ঘৰত শিশু কৃষ্ণক বিষ স্তন পান কৰাই মৰাৰ অভিপ্ৰায়েৰে প্ৰবেশ কৰে। তাই মৰমীয়াল মাত কথাৰে যশোদা-ৰোহিনী আদি গোপ নাৰীসকলৰ মন জয় কৰে আৰু কৃষ্ণক বিষস্তন মুখত গুজি দিয়ে। ক্ষন্তেক পিচতে বিকট চিঞৰ মাৰি পুতনা ঢলি পৰে আৰু মৃত্যু মুখত পৰে। এইখিনি আয়তীসকলে গায়—

দিহা - কাচন কাচে পুতনা ৰোহিনীহে

পদ - পুতনা ৰাক্ষসী নানা বেশ ধৰি।
গোকুল ঘৰে ঘৰে শিশু মাৰে ফুৰি।।
নানান সাজনে সাজি নানা মায়া ধৰি।
হাঁহি হাঁহি যায় লয়লাস কৰি।।
শিশু মাৰি ফুৰে তাই নগৰত পশি।
শিশু মাৰি ফুৰে তাই ৰাক্ষসৰ নাৰী।।
গোকুলত অৱতৰি আছে দেৱহৰি।
পুতনাই বিচাৰি পালে বহু যত্ন কৰি।।
শয্যাত পৰি কান্দে আচাৰি ভৰি হাত।
পুতনাই দেখি হাঁহি মেলিলা হাত।।

যশোদা ৰোহিনী পুতনাৰ ৰূপ চাই।
বাধিব নোৱাৰি ৰৈলা তবধ হৈ চাই।।
কৃষ্ণক বধিব বুলি পিশাচী কৰি মন।
চৱালৰ মুখে দিলা বিষযুক্ত স্তন।।
হেচি ধৰি হৰি কোপে হুপিলা।
স্তন সমন্বিতে তাইৰ প্ৰাণক শুহিলা।।
স্তনৰ পীড়াত তাইৰ হৰিলা চেতনা।
ঘোৰ ৰাক্ষসীৰ ৰূপ ধৰি পৰিল পুতনা।।

পুতনা ৰাক্ষসীৰ মৃত্যুৰ পিচত শিশু কৃষ্ণই ভয় খোৱা বুলি মাতৃ যশোদাই ধূলি-বালি জোকাৰি কোলাত তুলি লয় আৰু কৃষ্ণই চক খোৱা বুলি হাওঁ বিওঁ কৰিব ধৰে। গোপীসকলৰ মাজত ত্ৰাসৰ সৃষ্টি হয়। সকলো গোপ-গোপিনীয়ে কৃষ্ণক আগুৰি ধৰে।

দিহা -এ ৰক্ষা বান্ধিলৰে হে যশোদা সুন্দৰী, ৰক্ষা বান্ধিলৰে।
পদ - ঘোৰ ৰূপ দেখি গোপীৰ হৈলা ত্ৰাস।
ইফালে সিফালে চাৰে পুতনাৰ পাস।।
ৰাক্ষসীৰ হৃদয়ে কৃষ্ণক দেখিলা।
ক্ৰীড়া কৰি আছে কৃষ্ণে কৰি লীলা।।
দেখি গোপীসবে ধৰিলা আথে বেথে।
ৰাখিলা ৰাখিলা বুলি থু থুৱায় মাথে।।
দিহা -ৰক্ষা বান্ধা ৰক্ষা বান্ধা হে
ও নন্দৰ ঘৰণী
ভালকে ৰক্ষা বান্ধা
যশোদা সুন্দৰীহে।
পদ - ৰক্ষা বান্ধা .................
ৰক্ষা বান্ধা ৰক্ষা বান্ধা হে
যশোদা সুন্দৰী
ভালকে ৰক্ষা বান্ধা
আন্‌চুলতে ধৰি
ৰক্ষা বান্ধা ...............



ৰোহিনী-যশোদা আহি ধৰিলা সাৱটি।
ৰক্ষা মন্ত্ৰ বান্ধি কৰে আখুটি বাখুটি।।
পুত্ৰক দেৱই ধৰে বুলি যশোদাৰ ভয়।
কৃষ্ণৰ গাৱত আনি লিপিলা গোময়।।
ধৰিলা গোপীসবে দেখিয়া প্ৰথমে।
বাৰ অংগে ৰক্ষা বান্ধে বাৰ নামে।।

শ্ৰীকৃষ্ণৰ ৰক্ষা বন্ধাৰ পিচত যশোদাৰে সৈতে দধি মথন ক্ৰীড়া কৰে। কিছুমান অঞ্চলত কোনো এটা পাত্ৰত গাখীৰ বা পানী লৈ তাত এডাল মথনি বাৰী লৈ এডাল ৰচীৰে মথনি বাৰীত এটা পেচ দি দুয়ো হাতে ৰচীডালৰ দুয়োটা মুৰ ধৰি এটা মুৰ টানি আনটো মুৰ শিথিল কৰি দি দধি মথে। দধি মথনৰ গীত—

দিহা -দধি মথে এহে মথে দধি
যশোদা সুন্দৰী।
পদ - গোকুলত উঠে পঁচতি উৎসৱৰ ধ্বনি।
দধি মথিবাক আহে নন্দৰ ঘৰুণী।।
কৃষ্ণক সুমৰি সব বালক চৰিত।
দধি মথি যশোদাই গাৱে গীত।।
ঘামিলা বদন ভাগৰিলা নন্দৰাণী।
তথাপিতো পুত্ৰ স্নেহে দধি মথিলা টানি।।

দধি মথনৰ আন গীত—
নন্দৰাণী মথন থ' কৃষ্ণই কান্দে কোলাত ল'।
ভূখোত কৃষ্ণ চট্‌ফট্ কৰে।
নিদিয়ে দধি মথিব মথনিত ধৰে।।
মথন্তে মথন্তে চিণ্ডি গেল জৰী।
যশোদাই কান্দে মাটিত বাগৰি।।
কিনু ভাগ্য কিনু ভাগ্য যশোদা জননী।
কোলাত লই কৃষ্ণক খুৱাইলা লনী।।
দোষ মৰষিও দেৱ যদুপতি।
তোমাৰ চৰণত মাগিছো ভকতি।।

অনুষ্ঠানৰ শেষত আয়তীসকলে গোসাঁইক লৈ নাচি নাচি গীত গায়।

দিহা -অ' হৰি পাচন চলায় চলায়।
বাহু দাঙি দাঙি নাচে নন্দেৰ কানাই।।
পদ - নন্দই আনন্দ কৰে হৰিক কোলাত লই।
গোপীসবে আনন্দতে বেঢ়ি ধৰে গই।।
নন্দ নাচে যশোদা নাচে ৰোহিনী নাচে ভাল।
শ্ৰীদাম সুদামে নাচে হাতে ধৰি তাল।।
নাচি নাচি পৃঞ্চ গোপী বজায় চাপৰি।
নাচিবে লাগিলা কৃষ্ণই অংগী ভংগী কৰি।।
দিহা -ধূলাই লুতুৰ পুতুৰ হৰি, ধূলাই লুতুৰ পুতুৰ হে।
গোপীৰ মাজত কৃষ্ণই লুকাই ফুৰে ঘুতুৰ মুতুৰ হে।।
পদ - গোপীৰ মাজে নাচে হৰি ধাপাৰ ধুপুৰ হে।
গা জাক্‌ৰি কোলাত লউ বাপাৰ ঠাকুৰ হে।।
ভাল্‌কে নাচা ভাল্‌কে বাপু যদুমণি হে।
হাতে দিম সোণাৰ খাৰু গলত দিম মণিহে।।
নাচ বাপু নাচ যাদু নাচৰে গোপাল।
ত্ৰিভংগ ভংগীৰে নাচা নন্দৰ দুলাল।।
দিহা -ওহে গোপাল গোৱালী পাৰাতে নাচা
ওহে ..............................................
পদ - চলন চলহে নেপুৰ বজাই
মধুৰি মধুৰি হাঁহে।
ওহে গোপাল .................................
নাচ নাচৰে যাদৱ ৰায়।
হৰি আহিছে আমাৰে ঠাই।।
ওহে ..............................................

ইমানতে পঁচতিৰ উৎসৱৰ সামৰণি পৰে। নামতিসকলে হৰিধ্বনি দি পঁচতিৰ নামৰ সামৰণি মাৰে। বজালী মহকুমাৰ সাদেৰী, কাহাৰপাৰা পাম, বাঘমাৰা, জালাহ, দৈ শিঙৰি, অকয়া, উলুৱা, নিত্যানন্দ, বৰবাং, বামাখাটা, মুগুৰীয়া, পাঠশালা, তিত্‌কা, ডুবি, বাগনা, বনগাঁও, ভালুকী, পাটাছাৰকুছি, ভবানীপুৰ, সৰুপেটা, পুঠিমাৰী, হাঠিনাপুৰ, শিয়ালমাৰী, সাউদৰভিঠা, শালবাৰী আদি ঠাইবোৰত পঁচতি উৎসৱত নামতি



আইসকলে নানা ধৰণৰ ৰং-ৰহইচ, তামাচা আদি কৰা দেখা যায়। নামতী-আয়তীসকলৰ মাজতে যিদৰে ৰোহিনী, যশোদা, গোপিনী আদি স্ত্ৰী চৰিত্ৰ ৰূপায়ণ কৰে, তেনেদৰে তেওঁলোকেই নন্দ, গৰ্গ ঋষি, অন্যান্য গোপ আদিৰ ভাওঁ লয়। তেওঁলোকেই মূৰত পাগ মাৰি চুৰিয়া আৰু চোলা, পেণ্ট আদি পৰিধান কৰি পুৰুষৰ ভেশ লয়। কলপটুৱাৰে নাও, দোলা, ঘোঁৰা আদি সাজি তাত উঠি অহা আদি ভাওনাৰে দেখুৱায়। নন্দকে আদি কৰি অন্যান্য পুৰুষ চৰিত্ৰৰ নামতীসকলে পুৰুষোচিত ভাব দেখুৱায়। মধুফল আৰু ঠাৰিৰে হোকা-চিলিম প্ৰস্তুত কৰি তাত পিঠাগুৰি ভৰাই দি ফুৰাই গুৰিবোৰ উৰুৱাই দিয়ে। তেনেদৰে হোকা খোৱা ভাও দিয়ে। পঁচতিৰ নামত পিঠাগুৰীৰ লাড়ু দিয়াটো এৰাব নোৱাৰা নিয়ম। পঁচতিৰ নাম সাধাৰণতে আয়তীসকলে কীৰ্তনঘৰ, নামঘৰ, ৰাজহুৱা অনুষ্ঠান আদিত পাতে। কিছুমানৰ ব্যক্তিগত ঘৰতো পঁচতি উৎসৱ নপতা নহয়। পঁচতি নামৰ প্ৰতি গৰাকী নামতিয়ে জন্মাষ্টমীৰ পৰাই পঁচতি নামৰ বৰঙণি তোলা, কোনে কি ভাও ল'ব ঠিক্ ঠাক্ কৰা, আখৰা আদি কাম আৰম্ভ কৰি দিয়ে। পঁচতিত ভাও লোৱা প্ৰতি গৰাকী আয়তীয়ে শুদ্ধচিত্তে থাকে আৰু ভাওটো লৈ নিজকে সৌভাগ্যৱতী বুলি আহ্লাদ লভে। পঁচতিৰ নামৰ ক্ৰিয়া কৰ্মসমূহ মূলতঃ একে যদিও মহকুমাটোৰ বিভিন্ন অংশত অনুষ্ঠানৰ সাল-সলনি ঘটা দেখা যায়। অনুষ্ঠানৰ ইফাল-সিফাল হ'লেও ই মূলতঃ শিশু কৃষ্ণৰ জন্মকৃত আমাৰ সমাজৰ এক সংস্কৃতি। শ্ৰীকৃষ্ণক ভগৱানৰ অৱতাৰ বুলি ধৰা হ'লেও তেওঁৰ জীৱনতো আমাৰ সমাজৰ নীতি-নিয়মবোৰ প্ৰযোজ্য হৈ আহিছে। পঁচতি গোৱা প্ৰথা অসমত আগতেও আছিল যদিও শ্ৰীমন্ত শংকৰদেৱৰ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ ঢৌৱে তাক কোবাল কৰি তুলিলে। বৈষ্ণৱ ধৰ্মই পঁচতি অনুষ্ঠানত নতুন ৰূপ আৰু ৰহণ চৰাই লৌকিক আকৰ্ষণৰ সৃষ্টি কৰিলে। পঁচতি অনুষ্ঠান সাধাৰণতে গীতি নাট্য ধৰ্মী এক অনুষ্ঠান। পঁচতি গোৱাৰ লগত পুতনা বধ, গৰ্গ ঋষিৰ আগমন আদি অভিনয়ৰ মাজেদি ব্যংগ ৰস আৰু বহুৱালিৰ অৱতাৰণা কৰা হয়। কাহিনী হিচাপে পঁচতিৰ মূল দশম, কীৰ্তন আৰু বৈষ্ণৱ যুগৰ নাটসমূহ। ভাষা বৈষ্ণৱ সাহিত্যৰ লগতে সাম্প্ৰতিক স্থানীয় ভাষা প্ৰচলন হয়। অসমীয়া সাহিত্যত অন্যান্য উৎসৱসমূহৰ যেনেদৰে

বিস্তৃত বৰ্ণনা পোৱা যায়, সেইবোৰক লৈ নানা সাহিত্য সৃষ্টি হৈছে, পঁচতি উৎসৱত কিন্তু তেনে কোনো বিস্তৃত আলোচনা বা সাহিত্য সৃষ্টি আদি কাৰ্য হোৱা নাই। পুৰণি কালত দ্বিজ ৰতিকান্তই পঁচতিৰ পুথি এখন ৰচনা কৰা বুলি পোৱা যায়। আন এখন পুথি ৰচয়িতা শ্ৰীমন্ত শংকৰদেৱ বুলি পোৱা হয় যদিও প্ৰকৃততে শংকৰদেৱৰ পঁচতি সম্পৰ্কীয় কোনো গ্ৰন্থ নাই। অসমীয়া ভাষাত বৈষ্ণৱ সাহিত্যত কৃষ্ণৰ নাম বহুলভাবে প্ৰচাৰিত হৈছে যদিও পঁচতি সম্পৰ্কে বিস্তৃত আলোচনা হোৱা নাই। এই দিশত সুধী সমাজৰ মনোযোগ কামনা কৰা হ'ল।●

*(প্ৰবন্ধটি যুগুতোৱাৰ ক্ষেত্ৰত বিভিন্নজনৰ প্ৰত্যক্ষ আৰু পৰোক্ষ ভাবে সহায় লাভ কৰা হৈছে। সেইসকল হ'ল— বজালী মহকুমাৰ কাহাৰপাৰা পামৰ শ্ৰীমতী মোহিনী পাটগিৰি আৰু তেওঁৰ সংগীবৃন্দ, মুগুৰীয়া গাঁওৰ পাঠক মনোজ ৰয়। গাড়ীসত্ৰ গাঁৰৰ শ্ৰীযুতা বাসন্তী দত্ত, মোৰ সহধৰ্মিনী শ্ৰীমতী প্ৰমিলা অধিকাৰী। ইয়াৰ উপৰিও সহায়ক পুথিসমূহ হ'ল— ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ লোক উৎসৱ, সত্যেন্দ্ৰ নাথ শৰ্মাৰ অসমীয়া নাট্য সাহিত্য, বিৰিঞ্চি কুমাৰ বৰুৱাৰ অসমৰ লোক সংস্কৃতি, হৰিচন্দ্ৰ ভট্টাচাৰ্যৰ নাট্য সাহিত্যৰ জিলিঙনি, দশম স্কন্ধ ভাগৱত, কীৰ্তন ঘোষা, সৰলা দেৱীৰ নাম অমৃত, অতুল হাজৰিকাৰ উছৱৰ ৰংচৰা আদি। প্ৰবন্ধৰ সামৰণিত যিসকলৰ পৰা প্ৰবন্ধটি যুগুতোৱাত প্ৰত্যক্ষ বা পৰোক্ষভাবে সহায়-সহযোগ পোৱা হ'ল সেই সকলোলৈ কৃতজ্ঞতা জনাইছোঁ।)*

# কাপলাপৰীয়া লোক সংস্কৃতি

❑ মথুৰামোহন গোস্বামী

(সংস্কৃতি মানৱ জীৱনৰ বোঁৱতি সুঁতিৰ দৰে। জন্মৰ পৰা মৃত্যুলৈকে মানুহে সংস্কৃতিৰ বৰ পথাৰখনত জীয়াই থাকে, উমলি থাকে, অন্তহীন সংগ্ৰাম কৰে। এই 'সংস্কৃতি' শব্দটো 'কালচাৰ' শব্দৰ সমাৰ্থক। আধুনিক ভাৰতীয় ভাষাসমূহৰ ভিতৰত মাৰাঠী ভাষাতেই প্ৰথমবাৰৰ বাবে 'সংস্কৃতি' শব্দটো ব্যৱহাৰ কৰিছিল। এই শব্দটো বিশ্ববৰেণ্য কবি ৰবীন্দ্ৰনাথ ঠাকুৰে অধিক জনপ্ৰিয় কৰি তুলিছিল। লাহে লাহে অসমীয়া ভাষাৰ শব্দাৱলীৰ মাজতো 'কৃষ্টি' শব্দৰ পৰিবৰ্তে সংস্কৃতি শব্দটো সোমাই পৰে। ইংৰাজী 'কালচাৰ' শব্দটো লেটিন 'কুল্‌তুল' (Cultura) মূল শব্দৰ পৰা উদ্ভূত। 'কোল' ধাতু 'কৃষ' ধাতুৰ সমাৰ্থক। জীৱনৰ ভিন্ ভিন্ ক্ষেত্ৰত শাৰিৰীক, মানসিক কৰ্ষণৰ ফলতেই সংস্কৃতিৰ জন্ম হয়।)

লোক সংস্কৃতি সংস্কৃতিৰেই এটি ৰূপ। অসমৰ লোক সংস্কৃতিৰ পথাৰখন বিশাল আৰু চিৰসেউজীয়া। কাপলাপাৰৰ লোক সংস্কৃতিৰ ভঁড়ালো চহকী। লোক সংস্কৃতিৰ বাচিক, ভৌতিক, লোকাচাৰ আৰু লোককলা আদি চাৰিটা দিশৰে উমান ইয়াত পোৱা যায়। সাংস্কৃতিক আৰু অৰ্থনৈতিক দিশত সৰুক্ষেত্ৰী অঞ্চল কাপলা বিলৰ লগত বিশেষ ভাবে জড়িত। এই বিলৰ লগত সংলগ্ন সাতকুৰা, বৰণাৰজান, বাবলাৰ জান, পানীখাইতীজান, বেঙাজান আদি জানে অঞ্চলটোৰ মাছ-কাছৰ বিশেষ সুবিধা কৰিছে। সৰুক্ষেত্ৰীৰ দক্ষিণ-পূবত অৱস্থিত কাপলা বিল বুৰঞ্জী প্ৰসিদ্ধ। জনশ্ৰুতিৰ পম খেদি গ'লে কাপলা নাইবা বৰকাপলা গাওঁৰ ইতিহাস এনে ধৰণে পাওঁ - "পৰশুৰামৰ ক্ষত্ৰিয় নিধন অভিযানৰ সময়ত এই ঠাইত কাপলা বা কপালদেৱ নামৰ এজন ক্ষত্ৰিয় ৰজাই ৰাজত্ব কৰিছিল। পৰশুৰামে কপালদেৱ ক্ষত্ৰিয়ক মাৰিছিল। পৰশুৰামৰ দিনৰ পৰাই সেই কপালদেৱ বা কপাল ক্ষত্ৰিয়ৰ নামত কাপলা গাওঁ;

কাপলা বিল বৰ্ত্তমানলৈ। কাপলা ক্ষত্ৰিয়ৰ ৰাজত্ব চলা অঞ্চলটো ক্ষেত্ৰী নামে জনাজাত।" (শ্ৰীশ্ৰীমনোহৰদেৱ ক্ষেত্ৰ ঃ লিখক-শ্ৰীউপেন্দ্ৰ নাথ শীল) কাপলা ক্ষত্ৰিয়ৰ লগত সম্বন্ধ কৰিলে ইয়াৰ ইতিহাস বহু পুৰণি। কাপলা গাওঁ সম্পৰ্কে 'গুৰুচৰিত'ত এইদৰে পোৱা যায়—

' পূৰ্বে ভৃগুপুত্ৰ ক্ষত্ৰিয়ক মাৰি আছে।
সেই ক্ষত্ৰিয়ৰ নামে গ্ৰাম গোট আছে।।'

সি যি নহওক কাপলা বিল বহুত পুৰণি বিল। পুৰাতাত্ত্বিক অন্বেষণৰ দিশৰ পৰা ইয়াৰ সৃষ্টিৰ প্ৰকৃত কাল নিৰ্ণয় আজিকোপতি হোৱা নাই। কোনো কোনোৱে ব্ৰহ্মপুত্ৰ নদীৰ গতি পৰিবৰ্ত্তনৰ ফলত এই বিলৰ সৃষ্টি হোৱা বুলি ভাবে। কাপলা বিলৰ দাঁতিত নগৰ সভ্যতাৰ সৃষ্টি হোৱা নাই যদিও ইয়াৰ দাঁতিত বৈষ্ণৱ সত্ৰ যেনে- ব্যাসকুছি, বৰকাপলা, বনিয়াকুছি, হালধীবাৰী, লছিমা, চেংদি, আমৃখোৱা আদি প্ৰতিষ্ঠাপিত হৈছে। তদুপৰি চিনাদী, বৰঘোপা, কামাৰপাৰা, বেলবাৰী আদি গাওঁ অৱস্থিত।

এই বিলৰ মাছ-কাছ, চৰাই-চিৰিকতি, বিলৰ পাৰৰ বাথানৰ ম'হৰ এঠা দৈ খাই অতীত কালত এই অঞ্চলৰ মানুহে আনন্দ উপভোগ কৰিছিল। বিলৰ বুকুত নাওখেল, নাওখেলৰ গীত, বাথানৰ সুকীয়া সংস্কৃতি, মাছমৰীয়াসকলৰ মাছ ধৰা পদ্ধতি, মাছ ধৰা ভিন্ ভিন্ সঁজুলি, খেল নাও সজা পদ্ধতি, নাওত মগৰ লগাই হেঙুল-হাইতালেৰে বোলোৱা, নাওখেলৰ গীত এই সকলোবোৰৰ মাজত কাপলাপৰীয়া লোক সংস্কৃতি লুকাই আছে। বিলৰ পাৰৰ লোকসকলৰ কথা-বতৰা, গীত-মাত, কথা-বতৰাৰ মাজত ফঁকৰা-যোজনা, দিষ্টান, পটন্তৰত বাচিক লোক সংস্কৃতি, পালনীয় উৎসৱ-পাৰ্বণত লোকাচাৰ, খোৱা-লোৱা, খেলা-ধূলা, পিন্ধন-উৰণত ভৌতিক লোক সংস্কৃতি আৰু মূৰ্ত্তি সজা, মৃৎ শিল্প, কমাৰ শিল্পত লোক কলাৰ আভাস পাওঁ।

এই সকলোবোৰ লোক সংস্কৃতি এটি প্ৰবন্ধৰ ভিতৰত আবদ্ধ কৰাটো সম্ভৱপৰ নহয়। সেইহেতু কাপলা পাৰৰ দুখন শিল্পী গাওঁৰ দুটা শিল্পৰ আভাস দিবলৈ প্ৰয়াস কৰা হ'ল। কাপলা বিলৰ পূব প্ৰান্তত অৱস্থিত শিল্পী গাওঁ চিনাদী। এই গাওঁখন সৰুক্ষেত্ৰী মৌজাৰ একমাত্ৰ মৃৎশিল্প থকা গাওঁ। গাওঁখনৰ বৰ্ত্তমান প্ৰায় এশ ন ঘৰমান বাসিন্দা।



এই গাওঁৰ পূব অংশত আঠসত্তৰটা পৰিয়াল হীড়া সম্প্ৰদায়ৰ। অতীতৰ পৰা লোকসকলে মাটিৰ পাত্ৰ সজা কাম কৰি আহিছে। আঠসত্তৰ ঘৰৰ ভিতৰত বাঠি ঘৰমানে এই শিল্পটো চলাই আছে। শিল্পীসকলে এই শিল্পকেই জীৱন ধাৰণৰ একমাত্ৰ আহিলা হিচাপে গ্ৰহণ কৰা নাই। আঘোণ মাহৰ পৰা ফাগুণ-চ'ত মাহলৈ তেওঁলোকে এই কাম কৰে। বাৰিষা সময়ত খেতি-বাতি কৰে।

এই শিল্পৰ বাবে যি মাটিৰ প্ৰয়োজন হয়, তাক স্থানীয়ভাবে নাপায়। তেওঁলোকে এই হীড়া মাটি আজ্ঞাঠুৰি, পলাশবাৰী, জালুকবাৰী, দলতলি, কেতেকীজাৰ আদি ঠাইৰ পৰা আমদানি কৰে। সমুহীয়াভাবে সংগ্ৰহ কৰি প্ৰতি শিল্পীয়ে ভগাই লয়। এই মাটিৰ লগত নিৰ্দিষ্ট পৰিমাণৰ বালি, মাটি মিহলাই লৈ হাতেৰে নাইবা কাঠৰ মাৰিৰে মাটিখিনি সানি-পোতকি কোমলাই লয়। বিভিন্ন পাত্ৰবোৰ তৈয়াৰ কৰাৰ বাবে শিল্পীসকলৰ সঁজুলি হ'ল- এডাল কাঠ আৰু এটি শিল। কুমাৰৰ দৰে হীড়াসকলে চাক্ ব্যৱহাৰ নকৰে। ইয়াৰ জৰিয়তে মাটিখিনি বিভিন্ন পাত্ৰৰ আকৃতি কৰি, তাৰ পিচত পথাৰৰ পৰা ন'ৰা আনি জুই জ্বলাই পাত্ৰবোৰ পুৰি লয়। ডাঙৰ ডাঙৰ পাত্ৰবোৰ পুৰোতে চাৰি দিনমান সময় লাগে। পাত্ৰবোৰৰ তলত জাবৰ-গোবৰ আৰু ওপৰত পাত্ৰবোৰ আৰু পাত্ৰৰ ওপৰত তুঁহ আৰু ছাই দি জ্বলাই দিয়া হয়। হাতেৰে পাত্ৰবোৰ তৈয়াৰ কৰি-শুকোৱাৰ পূৰ্বে ঘৰৰ ভিতৰত তিনি দিনমান ছাঁত ৰখা হয়।

পাত্ৰ আৰু মাটিৰ সঁজুলিবোৰ বিভিন্ন গঢ়ৰ পোৱা যায়। আজিকালি আধুনিকীকৰণ কৰা হৈছে। লগতে ব্যৱসায়ী ভিত্তিত ৰং ব্যৱহাৰ কৰা হয়। বিভিন্ন পাত্ৰৰ ভিতৰত- কলহ, চৰু, হাড়ি, গেৰ্পা, কাটা, পাইলা, চিলিম, মালে, ভুৰ্কা, চাতি, কাপ-প্লেট (আধুনিক), ধূনাদানি, ধূপদানি, শৰাই, নাগৰা, টেকেলি, গুৰ্গুৰি, ঘাই, থালি, ঘট্, টেট্লি (পিঠা বনোৱা), শৰ্মালাৰ চাকি, চৰু, বিভিন্ন মূৰ্ত্তি, ফুলদানি, গছা, ঠকাভুৰ্কা, সঞ্চয়পাত্ৰ, মাদি, জালৰ গুলি, চ'কা, তব্‌লা, কুৰ্কুৰি ইত্যাদি।

এই গাঁওৰ মৃৎ শিল্পৰ শ্ৰেষ্ঠা শিল্পীসকল হ'ল- গাদোবালা দাস, চাতিবালা দাস, লক্ষ্মীবালা দাস, ৰাতিপ্ৰিয়া দাস আৰু মাঘীবালা দাস।

এই শিল্পীসকলে যিকোনো সামগ্ৰী সুন্দৰভাবে তৈয়াৰ কৰিব পাৰে। আন এগৰাকী শিল্পী প্ৰমীলাবালা দাসে গোটেই বছৰতে হাড়ি তৈয়াৰ কৰে। চিলিম তৈয়াৰ কৰাত শ্ৰেষ্ঠা শিল্পী হ'ল- পেখানবালা দাস। বিভিন্ন দেৱ কাৰ্য্যত আৰু সমাজৰ নিম্নবিত্ত শ্ৰেণীয়ে বহু পৰিমাণে মাটিৰ সাঁজুলিবোৰ ব্যৱহাৰ কৰে। এই পাত্ৰবোৰ ওচৰ-পাজৰৰ গাঁওবোৰত বিক্ৰী কৰে। গাওঁৰ মহিলাবোৰ এই শিল্পত বেচি পাৰদৰ্শী। পুৰুষসকলে তেওঁলোকক সহায় কৰে। বয়োবৃদ্ধা নিপুণ শিল্পীয়ে যুৱতীসকলক প্ৰশিক্ষণ দিয়ে। বৰ্ত্তমান সময়ত অইন ঠাইত প্ৰশিক্ষণ লৈ অহা দেখা যায়। ১৯৮৫ চনত এই গাওঁৰ পৰা দুগৰাকী মহিলাই বৰপেটাত প্ৰশিক্ষণ লৈ আহিছে। তেওঁলোক হ'ল- অকণবালা দাস আৰু মীনাবালা দাস। প্ৰশিক্ষণ পোৱাৰ পিচত এওঁলোকে বিভিন্ন সাঁজুলি তৈয়াৰ কৰাৰ বাবে ফাৰ্মা ব্যৱহাৰ কৰিছে আৰু কুমাৰৰ চাকো ব্যৱহাৰ কৰিছে।

কিছু বছৰ আগৰ হিচাব মতে শিল্পীসকলে সাধাৰণতে তিনি মাহ কাম কৰিব পাৰে। এই সামগ্ৰীসমূহ বিক্ৰী কৰি প্ৰায় দুই হাজাৰ চাৰিশমান টকা অৰ্জন কৰিব পাৰে। গতিকে মাহ হিচাবত ধৰিলে প্ৰতি মাহত দুশ টকা হয়। কিন্তু পাৰ্শ্ব ব্যৱসায় হিচাবে ই লাভজনক নোহোৱা নহয়।

মৃৎশিল্পীসকলক দুই ভাগত বিভক্ত কৰিব পাৰি- হীড়া আৰু কুমাৰ। আগতে উল্লেখ কৰা মতে চিনাদী গাওঁৰ শিল্পীখিনি হীড়া সম্প্ৰদায়ৰ। এই শিল্পটোৰ যথেষ্ট অৱনতি হৈছে। কাৰণ বৰ্ত্তমান সময়ত এনেকুৱা কাম কৰাত মানুহবোৰ আগ্ৰহী নহয়। অৱনতিৰ অন্যান্য কাৰণসমূহ এনেধৰণৰ—

(১) কেঁচামালৰ অভাৱ।
(২) কেঁচামাল আমদানিৰ বাবে যাতায়ত ব্যৱস্থাৰ অসুবিধা।
(৩) সমপৰ্য্যায়ৰ আধুনিক যান্ত্ৰিক শিল্পই হেঙাৰস্বৰূপ হৈছে।
(৪) শিল্পীবোৰৰ হীনমন্যতা।
(৫) বৰ্ত্তমান চাম অনুৰাগী নহয়।

কাপলাপৰীয়া এই শিল্পটো পৃথিৱীৰ অতি পুৰণি শিল্প। বেদৰ যুগৰ মূৰ্ত্তিকাৰ উল্লেখ পোৱা যায়। যিকোনো দেৱ কাৰ্য্যত আজিও



মাটিৰ পাত্ৰ ব্যৱহাৰ হৈ আহিছে। পুৰণি কালৰ পৰা উঠান চৰুৰ ব্যৱহাৰ হৈ আহিছে। আমাৰ এটি প্ৰৱচন লক্ষ্য কৰিবলগীয়া- 'তিনি উঠানৰ মাজত কুকুৰটো হৰিয়ে ৰক্ষা কৰিলে পাগটো।' ব্যক্তিগত চাক্ষুক অভিজ্ঞতাৰ পৰা দেখা যায় যে, চিনাদী গাওঁৰ প্ৰায় কুৰি বিঘামান ঠাইত এতিয়াও মাটিৰ খোলা, ভঙা-চিঙা পাত্ৰ পোৱা যায়। ইয়াৰ পৰা এই শিল্পৰ প্ৰাচীনত্ব সম্পৰ্কে অনুমান কৰিব পাৰি। সৰুক্ষেত্ৰীৰ পুব-দক্ষিণ প্ৰান্তত অৱস্থিত শিল্পী গাওঁখনৰ যাতায়ত ব্যৱস্থা অতি দুখলগা।

কাপলাপৰীয়া লোক সংস্কৃতিৰ অন্য ৰূপ বেঙাপাৰাৰ মাটিৰ মূৰ্ত্তি শিল্প। বিভিন্ন দেৱ-দেৱীৰ মূৰ্ত্তি গঢ়াই পূজা কৰা পদ্ধতি চলি আহিছে। সেই হেতু এই শিল্পই গা কৰি উঠিছে। ভগৱানক পূজিবৰ বাবে অৱলম্বন হিচাবে মূৰ্ত্তি কৰা হয়। "মহাপুৰুষীয়া ধৰ্মৰ সংক্ষিপ্ত পৰিচয়" গ্ৰন্থত ভাগৱতবাগীশ শ্ৰীশ্ৰী নাৰায়ণদেৱ মিশ্ৰদেৱে এইদৰে কৈছে- "প্ৰতিমা অৰ্থাৎ শিল্পৰ প্ৰতিমা কাঠৰ প্ৰতিমা, সুবৰ্ণাদি ধাতুৰ প্ৰতিমা, বেৰ আদিত আঁকি লোৱা প্ৰতিমা, মাটি চন্দনাদিৰ দ্বাৰা লেপন কৰা প্ৰতিমা, বালুকা আদিৰে নিৰ্মিত আৰু মানসিক পূজাৰ কাৰণে মনোময়ী অৰ্থাৎ মনতে ঈশ্বৰ ৰূপ গঢ়াই পোৱা আৰু মণিময়ী অৰ্থাৎ বৈদুৰ্য্য, ইন্দ্ৰনীলমণি প্ৰভৃতিৰ দ্বাৰা তৈয়াৰ কৰা প্ৰতিমা এই আঠবিধ প্ৰতিমাত ভগৱানক পূজিবৰ বিধি আছে।"

এই অঞ্চলৰ লোক শিল্প এটি হ'ল- মৃন্ময় মূৰ্ত্তি শিল্প। বেঙাপাৰা গাঁওৰ মাটিৰ প্ৰতিমা গঢ়া শিল্প নাইবা মূৰ্ত্তি শিল্প প্ৰথম অৱস্থাত ব্যৱসায় ভিত্তিত গঢ় লৈ উঠা নাছিল। কালক্ৰমত ইয়াৰ চাহিদা বাঢ়িছে। দুৰ্গাপূজা, দেৱীপূজা, বাসন্তীপূজা, গণেশপূজা, মনসাপূজা, কালীপূজা, শ্যামাপূজা, ৰাসপূজা, গো-পূজা, শিৱপূজা, লক্ষ্মীপূজা, সৰস্বতীপূজা, বিশ্বকৰ্মা আদি পূজাৰ প্ৰাধান্যই অঞ্চলটোত মূৰ্ত্তি শিল্প গঢ় লৈ উঠাত সহায় কৰিছে। ই নিবনুৱা সমস্যা সমাধানৰ উপায় হিচাবে কাম কৰিছে।

অষ্ট প্ৰকাৰৰ প্ৰতিমাৰ ভিতৰত মাটিৰ প্ৰতিমাৰ গুৰুত্ব নথকা নহয়। অৱশ্যে ই স্থায়ী নহয়। মাটিৰ মূৰ্ত্তিৰ খনিকৰ সম্পৰ্কে অধ্যয়ন কৰি চালে, অতীত কালত বেঙাপাৰা গাঁওৰ দুগৰাকী শিল্পীয়ে এই শিল্পৰ লগত জড়িত আছিল। এজন স্বৰ্গীয় মুকুণ্ড শৰ্মা (শ্ৰীমান ডিম্বেশ্বৰ

শৰ্মাৰ পিতৃ) আৰু আনজন হ'ল স্বৰ্গীয় মাধৱ শৰ্মা (শ্ৰীহৰিশ শৰ্মাৰ পিতৃ)। দুয়োগৰাকী শিল্পীয়ে ইয়াৰ কাৰিকৰী শিকি আহিছিল কোচবিহাৰত। মাধৱ শৰ্মাই এই অঞ্চলত মূৰ্ত্তি গঢ়ি সুনাম অৰ্জন কৰিছিল। মাধৱ শৰ্মাৰ পিচত তেওঁলোকৰ পৰিয়ালৰ কোনো সদস্যই এই শিল্পত ব্ৰতী নহ'ল।

স্বৰ্গীয় মুকুন্দ শৰ্মাৰ জীৱন কালতেই তেওঁৰ ভতিজাক শ্ৰীঅন্নদা শৰ্মাই খুড়াকৰ পৰা এই শিল্পটো আয়ত্ত কৰি লয়। মুকুন্দ শৰ্মাৰ জীৱন কালত বৰবিলা, চেঙা, বহৰী, বামুন্দি, যশোদাৰ পাম আৰু সৰুক্ষেত্ৰীৰ অন্যান্য ঠাইত মূৰ্ত্তি তৈয়াৰ কৰিছিল। বৰ্ত্তমানৰ পৰা ৫০/৫৫ বছৰমান আগৰ পৰাই এই শিল্পৰ প্ৰচলন হৈ আহিছে। শ্ৰীঅন্নদাচৰণ শৰ্মা বৰ্ত্তমান অৱসৰপ্ৰাপ্ত প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক। এই শিল্পটো বৰ্ত্তমান অৱস্থাত বিশেষভাবে চলাই আছে, তেখেতৰ পুত্ৰ স্নাতক ডিগ্ৰীধাৰী শ্ৰীহেমন্ত কুমাৰ শৰ্মাই। লগতে তেখেতৰ ভাতৃ শ্ৰীযজ্ঞেশ্বৰ শৰ্মা, শ্ৰীকামাখ্যা শৰ্মা, শ্ৰীমহাদেৱ শৰ্মা আৰু তেখেতৰ পুত্ৰ শ্ৰীহৰেকৃষ্ণ শৰ্মাই।

শিল্পী হ'বলৈ হ'লে, শিল্পীসুলভ মনোভাৱৰ আৱশ্যক। তদুপৰি এই কামৰ বাবে ধৈৰ্য্য, কষ্টসহিষ্ণুতা আদি গুণৰ আৱশ্যক। এই শিল্প গঢ় দিবলৈ কিছুমান কেঁচা মালৰ প্ৰয়োজন। সেইবোৰ হ'ল- বোকামাটি, ধানখেৰ, বাঁহ, কাঠ, কাপোৰ, আ-অলংকাৰ আৰু ৰং। মূৰ্ত্তি তৈয়াৰ কৰাৰ বাবে সুকীয়া মাটিৰ আৱশ্যক। হীড়া মাটি হ'লে মূৰ্ত্তিবোৰ বেচি নিমজ হয়। বেঙাপাৰাৰ মূৰ্ত্তি শিল্পীয়ে মাটি গ্ৰহণ কৰে বেঙাজানৰ কুৰৰ পৰা। যজ্ঞভূমিক কেন্দ্ৰ কৰি কিছু অংশ আলতীয়া মাটি আছে। প্ৰথম অৱস্থাত খেৰেৰে প্ৰতিমাৰ জুমুঠিটো সাজি লৈ কাঠেৰে সাজি লোৱা আসনৰ ওপৰত বাঁহেৰে জুমুঠিটো থিয় কৰি ৰখা হয়। তাৰ পিচৰ পৰ্য্যায়ত ক্ৰমে মৰাপাটৰ আঁহৰ ধুনা সংযুক্ত কৰি মাটিখিনি মাৰি কোমল কৰি লোৱা হয়। তাৰ পিচত প্ৰতিমাৰ আকৃতিত মাটি লেপন কৰা হয়। প্ৰতিমাৰ মুখমণ্ডল তৈয়াৰ কৰাৰ বাবে সাঁচা ব্যৱহাৰ কৰে। মাটিৰে তৈয়াৰ কৰাৰ পিছত ছাঁত শুকোৱা হয় আৰু বাঁহৰ চুচনিৰে মিহি কৰি লোৱা হয়। শুকোৱাৰ পিছত ৰং আৰু সাজ-পোচাক পিন্ধাই দিয়া হয়। পুৰণি কালত প্ৰতিমাৰ বাবে কাপোৰ ব্যৱহাৰ কৰা নাছিল। মাটিৰে কাপোৰৰ দৰে কৰি ৰং দিয়া হৈছিল। আজিকালি সকলো



সাজ-সজ্জা বজাৰত ক্ৰয় কৰিব পৰা হয়। বৰ্ত্তমান প্ৰতিমা বিলাসী মনৰ পৰিচায়ক। প্ৰতিমা এটি তৈয়াৰ কৰাৰ বাবে কেবাদিনো সময় লাগে।

তথ্যানুসন্ধান মতে জানিব পৰা যায় যে, ইয়াৰ এটি ব্যৱসায়িক দিশ আছে। জীৱন নিৰ্বাহৰ কাৰণে আমাৰ এই অঞ্চলত এই শিল্পক মুখ্য ব্যৱসায় হিচাপে গ্ৰহণ কৰাটো সম্ভৱ নহয়। গৌণ হিচাপেহে গ্ৰহণ কৰিব পাৰি। ছেগাচোৰোকাকৈ বছৰৰ গোটেই মাহতে ইয়াৰ ব্যৱসায় চলে। শ্ৰীঅন্নদাচৰণ শৰ্মাৰ মতে, তেখেতে প্ৰতিমাৰ জৰিয়তে বছৰত প্ৰায় দহ হাজাৰমান টকা লাভ কৰে। শিল্পটো জীয়াই ৰখাৰ লগে লগে জীৱন নিৰ্বাহৰ পথ এটি হৈছে। তেওঁলোকৰ মতে, সৰস্বতীৰ মূৰ্ত্তি কৰি বছৰত পাঁচ হাজাৰ, লক্ষ্মী মূৰ্ত্তিত আঢ়ৈ হাজাৰ, দুৰ্গা মূৰ্ত্তিত এক হাজাৰ, বিশ্বকৰ্মাৰ এক হাজাৰ আৰু মনসা মূৰ্ত্তিত এক হাজাৰ টকা লাভ কৰিব পাৰে।

কাৰিকৰী আৰু নন্দনতাত্ত্বিক দিশত মূৰ্ত্তিবোৰ পূৰ্বৰ তুলনাত বহুতো উন্নত হৈছে। এই মূৰ্ত্তিবোৰৰ বাংময় ৰূপ দিব পৰা শিল্পী যথেষ্ট আছে। বেঙাপাৰাৰ দেৱ-দেৱীৰ মূৰ্ত্তিয়েও মোহনীয় ৰূপৰ আভাস দিব পাৰিছে। মূৰ্ত্তিবোৰ যদিও ব্যৱসায়িক ভিত্তিতেই তৈয়াৰ কৰা হয়, তথাপি ইয়াৰ লগত লোক-বিশ্বাস নিহিত হৈ আছে। মূৰ্ত্তিৰ মাটি সংগ্ৰহৰ বেলিকা দিন বাৰ, তিথি চাই সংগ্ৰহ কৰা হয়। কাৰণ দেৱ প্ৰতিমা তৈয়াৰ কৰা সহজসাধ্য নহয়, ক'ৰবাত দেৱতাৰ দোষ লাগিব পাৰে। এই মূৰ্ত্তি শিল্পৰ উজ্জ্বল ভবিষ্যত আছে।

আলোচনা কৰি দেখা গ'ল, কাপলাপৰীয়া দুয়োটি লোক-শিল্পই সৰুক্ষেত্ৰীৰ লোক সংস্কৃতিত বিশেষ ভূমিকা গ্ৰহণ কৰিছে যদিও, মৃৎশিল্পই প্ৰায় মৃতপ্ৰায় অৱস্থালৈ গৈ আছে। দুয়োটি শিল্পৰ কেঁচামাল হ'ল মাটি। অৱশ্যে মৃৎশিল্পৰ বাবে হীড়া মাটি লাগিবই কিন্তু মূৰ্ত্তি শিল্পৰ বাবে হীড়া মাটি অত্যাৱশ্যকীয় নহয়। কাপলাপৰীয়া এই লোক সংস্কৃতিৰ যথেষ্ট অধ্যয়নৰ স্থল আছে।●

# চৰ-চাপৰিৰ জীৱনধাৰা আৰু লোক-সংস্কৃতিৰ আভাস

❑ এম,ইলিম উদ্দিন দেৱান

অসমৰ জনসংখ্যাৰ এটা বুজন অংশ চৰ-চাপৰিত বসবাস কৰে। এই বিৰাট লোকসমাজৰ 'লোক-সংস্কৃতি'ৰ কোনো 'খোঁজ' (অনুসন্ধান) বা মুল্যাঙ্কন কৰা হোৱা নাই। এই লোক-গোষ্ঠীক বিভিন্নজনে বিভিন্ন নামেৰে মাতে — চৰুৱা, পমুৱা, মিত্ৰতা, মৈমনচিঙিয়া, বাঙালী আদি বুলি। অসমবাসী 'বঙ্গভাষী' এই লোকসমাজ বিবৰ্ত্তনৰ মাজেৰে 'অসমীয়া' হ'ব ধৰিছে। অসমীয়া লোক-সংস্কৃতিৰ লগত নিজৰ সংস্কৃতিকো গঢ় দি আহিছে। চৰ-চাপৰিত বসবাসকাৰীসকলৰ মাজত সংমিশ্ৰণ আৰু ৰূপান্তৰৰ মাজেৰে এটা নতুন সংস্কৃতি— 'চৰ-চাপৰি সংস্কৃতি' গঢ় লৈ উঠিছে।

ব্ৰহ্মপুত্ৰ, বেঁকী, মানাহ, চম্পা আদি নদীৰ বুকুত আৰু দাঁতি কাষৰত অসংখ্য চৰ আৰু চাপৰি। এই চৰ-চাপৰিত বসবাস কৰি থকা সকলৰ নৈ-জান-জুৰিৰ স'তে তেওঁলোকৰ প্ৰাণ - বন্ধা আছে তেওঁলোকৰ 'জীৱন-ডিঙাৰ নাও'। এই লোক-সমাজৰ জীৱন-যাত্ৰাৰ প্ৰণালীয়েই ৰূপ পাব ধৰিছে— 'চৰ-চাপৰিৰ লোক-সংস্কৃতি'ৰ অভিধাৰ মাজত। অসমৰ সংস্কৃতিৰ বিশ্ব দৰবাৰত দাঙি ধৰোঁতে "অসমৰ সংস্কৃতি" গ্ৰন্থত ড° লীলা গগৈয়ে অসমৰ মুছলমানসকলৰ সংস্কৃতিৰ ফালে দৃষ্টিপাত কৰি লিখিছে ঃ "অসমৰ মুছলমান জনসংখ্যাক পাঁচোটা ভাগত ভাগ কৰিব পাৰি ঃ (ক) অসমত বৈ যোৱা যুদ্ধবন্দী, (খ) ধৰ্মপ্ৰচাৰৰ অৰ্থে অহা পীৰ আৰু তেওঁৰ অনুগামী, (গ) আহোম যুগত নিয়োগ কৰা আঠোটা কাৰিকৰ মুছলমান পৰিয়াল, (ঘ) থলুৱা ধৰ্মান্তৰিত লোক আৰু (ঙ) পমুৱা মুছলমান।" অসমৰ মুছলমান জনসংখ্যাৰ উপৰোক্ত পাঁচবিধৰ চাৰি বিধক অসম বুৰঞ্জীয়ে 'অসমীয়া মুছলমান' নামে অভিহিত কৰিছে। অতি সাম্প্ৰতিক কালত উক্ত গোটে নিজক 'খিলঞ্জীয়া অসমীয়া মুছলমান' বুলি পৰিচয় দাঙি ধৰিছে।

পঞ্চম বিধৰ মাজত- 'পমুৱা মুছলমান'ৰ মাজত- 'চৰুৱা'



মুছলমানো সোমাই আছে। পমুৱা, চৰুৱা, মৈমনচিঙিয়া, পূৱবঙ্গীয়া মুছলমান সমাজক 'ন-অসমীয়া' আখ্যাৰে আখ্যায়িত কৰিছে। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু 'অসমৰ ককা' বাগ্মীবৰ কবি-নেতা নীলমণি ফুকনে। এই 'ন-অসমীয়া মুছলমান' আখ্যাক সমৰ্থন কৰি নিজৰ নিজৰ লিখনিত তাৰ স্বাক্ষৰ ৰাখিছে— চৈয়দ আব্দুল মালিক, আব্দুছ ছাত্তাৰ, হোমেন বৰগোহাঞি, আতাউৰ ৰহমান, এম, ইলিম উদ্দিন দেৱান, ছাবিনা খাতুন, নবীৰ হুছেন, ইছমাইল হুছেইন (জ্যেষ্ঠ) আদিয়ে।

লোক-সংস্কৃতিৰ ওজাসকলে নিৰূপন কৰা সংজ্ঞামতে 'চৰ-চাপৰিৰ লোক-সংস্কৃতি'ৰ ৰূপ-ৰেখা টানিবলৈ বা দাঙি ধৰিবলৈ যোৱাটো বৰ্ত্তমান পৰ্য্যায়ত বহুখিনি কষ্ট কল্পনা। এই কথা স্বীকাৰ্য্য যে চৰ-চাপৰিত বসবাস কৰা লোকগোষ্ঠীৰ অসম আগমন তথা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সংশ্ৰৱলৈ অহা দূৰ অতীত নহয়। সংশ্লিষ্ট সমাজৰ দ্বাৰা ৰোপন কৰা 'পুলি' বা 'গুটি'ৰ পৰা গছ গজিছে; কিন্তু ফুলে-ফলে জাতিস্কাৰ হৈ উঠা নাই এথোন।

অসমবাসী চৰ-চাপৰিবাসী লোক-সমাজৰ 'লোক-সংস্কৃতি' সবেমাত্ৰ গঢ় লৈ উঠিব ধৰিছে। ৰূপ সলাব ধৰিছে। ৰূপান্তৰৰ বাটত খোজ মেলিছে।

চৰ-চাপৰিৰ লোক-সংস্কৃতিৰ 'মাল-মছলা' (উপাদান)ৰ অভাৱ নাই যদিও অসমৰ সাংস্কৃতিক পৰিমণ্ডলত চৰ-চাপৰিৰ লোক-সংস্কৃতি এটা সংঘাতময় অৱস্থাতেই আছে। সংঘাত এৰাই তাক সু-সংহত ৰূপত তুলি অনা শ্ৰেয়। তুলাচনীৰে জুখি-মাখি সঠিকভাবে আৰু সুষ্ঠভাবে - তাৰ বৰ্ণন আৰু চিত্ৰণ উত্থাপিত আৰু সংৰক্ষিত হ'ব লাগে।

**ভৌগোলিক দৃষ্টিত ঃ**

চৰ-চাপৰিৰ লোক-সমাজ নদী-মাতৃক লোক। নদীৰ বুকুতেই চলে তেওঁলোকৰ জীৱনৰ ডিঙা নাও। নদীয়ে চৰ-চাপৰিবাসী লোক-সমাজক লালন কৰে, পালন কৰে, আকৌ সংহাৰো কৰে। চৰ-চাপৰিবাসী লোক-সমাজ ইছলাম ধৰ্মত বিশ্বাসী হোৱা হেতুকে নদীক তেওঁলোকে 'বন্দনা' নকৰে ঃ স্তুতি বা পূজা-অৰ্চনা নকৰে। ইছলামৰ বিশ্বজনীন প্ৰবাহতেই তেওঁলোকে অবগাহন কৰি আছে।

**ইছলাম দৰ্শনমতে ঃ**

আল্লাহৰ বাহিৰে অইন কোনো উপাস্য নাই— 'লা ইলাহ ইল্লালাহু' বুলি জানে আৰু 'মহম্মদুৰ ৰাছুল্লাহ ঃ মহম্মদ আল্লাহৰ প্ৰেৰিত দূত' বুলি মনে-প্ৰাণে মানে। নদীৰ 'ইকূল ভাঙি সিকূল গঢ়া'ৰ খেলাক চৰ-চাপৰিৰ লোক-সমাজে বিশ্বজাহানৰ মালিক আল্লাহ তালাৰ লীলা-খেলা বুলি ভাবে।

প্ৰকৃতি আৰু নদীৰ ধ্বংস লীলাত চৰ-চাপৰিৰ লোক-সমাজৰ মাজত এটা বিশ্বাস প্ৰচলিত হৈ আছেঃ সমাজত পাপ, অন্যায়, ব্যভিচাৰ, ভ্ৰষ্টাচাৰ আদি মাত্ৰাধিক বাঢ়িলে আল্লাহৰ তৰফৰ পৰা 'গজব' (অপায়-অমঙ্গল), 'নাজেল' (অবতীৰ্ণ) কৰা হয়। তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াত বান, মাৰি-মৰক আৰু নানা তৰহৰ 'বালাহ-মছিৰৎ' (বিপদ-আপদ) আহে।

চৰ-চাপৰিৰ লোক-সমাজৰ বিশ্বাস ঃ 'খোদাৰ মাইৰ দুনিয়াৰ বাঁহিৰ' অৰ্থাৎ আল্লাই যি কৰে তাঁক কোনেও বাধা দিব নোৱাৰে। আল্লাহৰ কৰুণাৰ বাহিৰে আন কোনেও উদ্ধাৰ কৰিব নোৱাৰে।

চৰ-চাপৰিৰ ৰাইজে সঘনাই নদীৰ গৰাখহনীয়াতে পৰে। চৰৰ স্থায়িত্ব নাই। গঢ় হিচাপে পোন্ধৰ বছৰো নহয়। সেয়ে চৰ-চাপৰিৰ লোক-সমাজত এটা ফঁকৰা বা স্বভাব-কবিতা প্ৰচলিত হৈ আছে ঃ

চৰ-চাপৰিৰ বাড়ী।
ভেশধাৰীৰ দাঢ়ি।।

অস্থায়ী চৰ-চাপৰিত ৰাইজে স্থায়ীকৈ ঘৰ-দুৱাৰ সাজিব নোৱাৰে। বাঁহ-কাঠ, খেৰ-কঁহুৱা বনেৰে ঘৰ সাজে। 'খাড়ী' (পাটাৰ কাই) বা ইক্ৰাৰে 'বেৰা' দিয়ে। সমৰ্থবানসকলে টিনপাতেৰে 'ছাপ্ৰা' (চালী) বা ঘৰ বনায়।

চৰ-চাপৰিৰ লোক-সমাজৰ ধৰ্ম আৰু কৰ্ম 'মাঠ আৰু মাটি'ৰ লগত সমন্বয় আৰু সংগতি ৰক্ষা কৰি চলে, অৰ্থাৎ 'সংস্কৃতি' আৰু 'জীৱিকা'ৰ উৎসৰ লগত নিবিড় সম্পৰ্ক ৰক্ষা কৰি চলে।

চৰ-চাপৰিৰ লোক-সমাজৰ পিন্ধন-উৰণত দেখা যায় ঃ লুঙ্গী-পায়জামা, গেঞ্জী-ছাৰ্ট-পাঞ্জাবী পুৰুষৰ পোছাক। শাৰী-শামেজ, ব্লাউজ আদি নাৰীসমাজৰ পোছাক। বিশ্বজনীন ইছলামিক সংস্কৃতিৰ প্ৰতীক 'টুপী' মুছলমান পুৰুষৰ মূৰত পিন্ধাৰ প্ৰচলন আছে। মহিলাসমাজে নাকত পালিশ পাত বা বোলাক পিন্ধে। হাতত চুৰি, কাণত কাণফুল, মাঞ্জাত শিকল, ভৰিত পাতামল আৰু গলত 'চেইন' বা 'তাৰাখুটি' পিন্ধে।



চৰ-চাপৰিৰ লোক-সংস্কৃতি বৰ্ণাঢ্য। চৰ-চাপৰিত প্ৰচলিত হৈ থকা গীত-মাত, কথা-সাস্তৰ, কিচ্ছা-ঠল্লগ আদিৰ মাজত লোক-সংস্কৃতিৰ বৰ্ণনা পোৱা যায়। লোক-সাহিত্য লোক-সংস্কৃতিৰেই এটা অঙ্গ। চৰ-চাপৰিৰ লোক-সাহিত্যও চৰ-চাপৰিৰ লোক-সংস্কৃতিৰ অঙ্গ।

চৰ-চাপৰিৰ সংস্কৃতিৰ মাজত ইছলামিক সংস্কৃতিৰ ধাৰা-প্ৰবাহৰ উপৰিও পূৰ্ববঙ্গীয় মুছলমান সমাজৰ আচাৰ-বিচাৰ, পৰম্পৰা, বিশ্বাস-অন্ধবিশ্বাস আদি 'সংস্কাৰ' ৰূপে চলি আহিছে, আহি আছে আৰু ৰূপান্তৰিত হৈ অসমৰ হাৱা-পানীৰ বাতা বৰণত 'চৰ-চাপৰিৰ লোক-সংস্কৃতি ৰূপে গঢ় লৈ আছে।

চৰ-চাপৰিৰ লোক-সংস্কৃতিৰ মাজত সাম্প্ৰতিক কালত তিনিটা উপাদানে ক্ৰিয়া কৰি আছে। সেই তিনিটা 'উপাদান' হ'ল ঃ ১। বিশ্বজনীন ইছলামীয় সংস্কৃতিৰ প্ৰভাব। ২। পূৰ্ববঙ্গীয় সংস্কৃতিৰ প্ৰভাব। ৩। সংমিশ্ৰণত গঢ়ি উঠা অসমীয়া সংস্কৃতিৰ প্ৰভাব।

চৰ-চাপৰিৰ লোক-সমাজৰ মাজত প্ৰথমটোৰ স্বাক্ষৰ হ'ল ইছলামীয় গতি-আদৰ্শ, উৎসৱ-পাৰ্বণ আৰু প্ৰথা আদি। যেনে- নামাজ পঢ়ন, ৰোজা ৰাখন, পীৰ ধৰণ, ঈদৰ নামাজ আদায়কৰণ, জুম্মাৰ নামাজত অংশ গ্ৰহণ, হজ যাত্ৰাকৰণ, ছালাম প্ৰথা, মোছাককৰণ, কোলাকুলি কৰণ, ছেলামকৰণ, আদাব দান আদি।

দ্বিতীয়টোৰ প্ৰভাব পৰিলক্ষিত হয় এইবোৰ আচাৰ-অনুষ্ঠানত যেনে- লিল্লাহখৰচ, ছিন্নি কৰা, খানসা কৰা, বিবাহ অনুষ্ঠান, বাড়ীপাৰাণী, ওলিমা, ছুন্নৎকৰণ, দোস্তীকৰণ ইত্যাদি।

চৰ-চাপৰিৰ লোক-সংস্কৃতিত তৃতীয়টোৰ প্ৰভাব ক্ৰমবৰ্দ্ধমান হৈ আছে অৰ্থাৎ সংমিশ্ৰণত গঢ়ি উঠা অসমীয়া সংস্কৃতিৰ প্ৰভাব। ইয়াৰ স্বাক্ষৰ বহন কৰি আছে এই সমাজৰ লোকে শিক্ষা-দীক্ষা আৰু মাত-কথাত অসমীয়া ভাষাৰ প্ৰচলন কৰাত। বিহু পালন, বিহুগীত, বৰগীত, বনগীতৰ সুৰভাজন। পিন্ধন-উৰণত ধুতী-মেখেলা-চাঁদৰ আদিৰ প্ৰচলন দিনক দিনে বাঢ়ি যাব ধৰিছে।

আলোচ্য বিষয়ৰ পৰিধি আৰু আমাৰ বিষয় জ্ঞানৰ সীমা-ৰেখা তথা প্ৰবন্ধৰ কলেবৰৰ ফালে লক্ষ্য ৰাখি ওপৰোক্ত সাংস্কৃতিক উপাদানসমূহৰ বিৱৰণ-বিশ্লেষণৰ পৰা আমি ইয়াত বিৰত হৈ থাকিলোঁ।●

# চৰ-চাপৰিৰ গীত-মাত আৰু সংগীতানুষ্ঠান

❑ ধ্ৰুৱকুমাৰ তালুকদাৰ

পৃথিৱীৰ সকলো জনগোষ্ঠীৰে নিজাববীয়াকৈ যিদৰে কৃষ্টি-সংস্কৃতি আছে, তেনেদৰে সেই কৃষ্টি-সংস্কৃতিৰ লগত খাপ-খোৱাকৈ কিছুমান গীত-মাতো আছে। এই লোকগীত-মাতবোৰেই সেই জনগোষ্ঠীৰ সামাজিক-সাংস্কৃতিক জীৱনৰ গৌৰৱ উজ্বল দিশটোক মানৱ সমাজত স্পষ্টভাৱে প্ৰতিফলিত কৰায়।

আমাৰ অসমৰ চৰ-চাপৰিৰ জনসাধাৰণৰ মাজতো কিছুমান উল্লেখযোগ্য, ৰমনীয় সংগীতানুষ্ঠান আছে আৰু সেই অনুষ্ঠানত বিভিন্ন চিন্তা-চিত্ৰ আৰু সুৰ-সুষমাৰে পৰিবেশিত গীত-মাত আছে। এই সংগীতানুষ্ঠান আৰু গীত-মাতবোৰে তেওঁলোকৰ জাতীয়-প্ৰেম, মানৱ-প্ৰেম, সাংস্কৃতিক সমন্বয়, সামাজিক-অৰ্থনৈতিক জীৱনবোধ আদিৰ একোখন সুন্দৰ সুন্দৰ ছবি আমাৰ সমুখত দাঙি ধৰে।

**কবিগান ঃ** চৰ-চাপৰিৰ লোক-কৃষ্টিৰ অন্যতম প্ৰধান অংগ হৈছে এই "কবিগান"। তাহানিতে পূৰ্ববংগৰ পৰা প্ৰব্ৰজন কৰা হিন্দু আৰু মুছলমান দুয়োটা সম্প্ৰদায়ৰ মাজতে কবিগানৰ প্ৰচলন আছে।

আমাৰ 'ওজাপালি'ৰ নিচিনা ইও এক আনন্দদায়ক সংগীতানুষ্ঠান। ওজাপালিত 'ওজা'ই হাতত খুটি-তাল লৈ গীত আৰু অংগ সঞ্চালনৰ যোগেদি কাব্য আবৃত্তি কৰাৰ দৰে কবিগানতো 'কবি'য়ে নানান অংগী-ভংগী কৰি গীত পৰিবেশন কৰে। আৰু ওজাৰ গীতৰ লগত তাল মিলাই 'পালি'য়ে গোৱাৰ দৰে কবিগানতো 'দোহাৰী' (সহায়ক)য়ে কবিৰ গানৰ তালে তালে তাল মিলাই গায়। কবিয়ে ওজাপালিৰ নিচিনাকৈ শাস্ত্ৰীয় কথা বা দোহাৰীৰ সহায়ত কাহিনী ব্যাখ্যা কৰে আৰু প্ৰশ্ন কৰি যায়। তাৰ পিছত আন এজনে উত্তৰ দিয়ে আৰু পুনৰ প্ৰশ্ন কৰে। তাৰ পিছত প্ৰথমজনে উত্তৰ দিয়ে আৰু পুনৰ প্ৰশ্ন কৰে। এনেদৰেই আখ্যানৰ কাহিনীভাগ আগবাঢ়ি যায়। ইয়াৰ মাজতে আমাৰ ওজাপালিৰ (সত্ৰীয়া ওজাপালি নহয়) দৰে ব্যংগ-হাস্যৰসাত্মক



কিছুমান কথা কৈ বা তেনেকুৱা ব্যংগাত্মক পৰিবেশ সৃষ্টি কৰি দৰ্শকক আমোদ প্ৰদান কৰে। এই কবিগানৰ কবিৰ লগত ব্যংগ আলোচনা কৰা আৰু কথা কটা-কটি কৰাজনক 'চাপানী' বুলি কোৱা হয়। এই চাপানীজনক ওজাপালিৰ 'দাইনাপালি' চৰিত্ৰৰ লগত ৰিজাব পাৰি। কবিগানত বাদ্যযন্ত্ৰ হিচাবে দোতৰা, ঢোল বা খোল, খঞ্জুৰি (তাল), ঘুগুৰা আদি ব্যৱহাৰ কৰা হয়। বিভিন্ন ধৰণৰ কথা-কাহিনীৰ আলমত পৰিবেশন কৰা ইয়াৰ গীতবোৰৰ কথা মনোমোহা আৰু সুৰো সুৰীয়া—

সোহাগ চাঁদবদনী ধ্বনি/নাচোতো দেখি/বালা নাচোতো দেখি ..........

কবিয়ে সমসাময়িক পৰিবেশৰ লগত খাপ খোৱাকৈ ঠাইতে ৰচনা কৰিও কিছুমান গীত পৰিবেশন কৰে।

সাধাৰণতে মাটিৰ ভেটিৰে সজা, চাৰিওফালে খোলা মঞ্চত কবিগান পৰিবেশন কৰা হয়।

**হালোৱাৰ গীত ঃ** চৰ-চাপৰিৰ প্ৰায় এশ শতাংশ মানুহেই কৃষক। কৃষিৰ ওপৰত নিৰ্ভৰ কৰিয়ে তেওঁলোকে জীৱন নিৰ্বাহ কৰি আছে। এই কৃষি কৰ্মৰ প্ৰধান আহিলা হ'ল - 'হাল'। খেতি-পথাৰত কৰ্ম-ব্যস্ততাৰ মাজতে মনৰ আনন্দত কেতিয়াবা তেওঁলোকে গায় —

" হাল বাও হালুৱা ভাইৰে/হাতে সোণাৰ নড়ি
এই পথদ্যানি যাইতে দেখছাওৰে/আমাৰ সোণাৰ চাঁন সন্যাসী।
দেইখাছি দেইখাছি আমাৰ/সোণাৰ চাঁন সন্যাসী।
তাৰ হাতে আশা/বগলে কোৰ্আন
মুখে মধুৰ হাঁসিৰে। ........."

**মুৰ্শিদী (মুৰ্শিদা) গীত ঃ** মুৰ্শিদী গীত চৰবাসী জনগণৰ প্ৰাণৰ সম্পদ বুলি ক'ব পাৰি। এই গীতবোৰ ভক্তিৰস সিক্ত। জোনাক ৰাতি দলবদ্ধভাৱে কাৰোবাৰ চোতালত অথবা পীৰসকলৰ ঘৰত আসৰ পাতি 'ওৰছ মোবাৰক' অনুষ্ঠানত এই গীত গোৱা হয়। পীৰ চাহাব বা দলপতিৰ পৰিচালনাত ভক্ত শিষ্যসকলে প্ৰথমতে বন্দনা, ডাক-গান, ভজন, বিচ্ছেদ, ছৱাল আৰু নবীতত্ত্বৰ গীত গায়। —

" আমি ডাকি অ'ৰে দয়াল চাঁদ/ডাকি বাৰে বাৰ
আমাৰ মত নাই অজান ত্ৰিভূবনে আৰ।" আৰু

" কত সাধু মৰা গেল ৰঙ্গে/ভাঙ্গা তৰি বাইতে আইলাম গাঙ্গে।
নদীৰ মাজে খলৰে খল/বাইন চুৱাইয়া উঠেৰে জল
না পাৰিলাম সেঁচিতে। - ভাঙ্গা তৰি বাইতে ...।" আৰু

" পথেৰ দিশা দাওগো মুৰ্শিদ/পথের দিশা দাও।। ..............."

মুৰ্শিদী গীতবোৰৰ মাজেদি আধ্যাত্মিক, দেহবিচাৰ, গুৰুভক্তি, ঈশ্বৰতত্ব, প্ৰেম-শ্ৰদ্ধা আদি ভাৱৰ গভীৰ প্ৰকাশ ঘটে। এই গীত পৰিবেশনৰ সময়ত তেওঁলোকে ইমান আত্মবিভোৰ হৈ পৰে যে, তেওঁলোকে মন-প্ৰাণ ঈশ্বৰ ভক্তিত এৰি দি বা সপি দি অইন এখন জগতলৈ ঢাপলি মেলে। তেতিয়া তেওঁলোকে গায় —

" কেন নবী নবী বলে/প্ৰাণ কান্দে নাৰে।" আৰু

" জন্মিয়া নবীৰ সুখ হইল না/দিন থাকিতে নবীৰ পথে চলো।।"

**বিয়াগীত ঃ** চৰ-চাপৰিৰ জনসাধাৰণৰ মাজতো আমাৰ দৰে বিয়াগীতৰ প্ৰচলন আছে। বিয়াৰ বিভিন্ন পৰ্বৰ স'তে ৰজিতা খোৱাই এই গীতবোৰ পৰিবেশন কৰা হয়। এই গীতবোৰৰ মাজেৰে তেওঁলোকৰ সমাজ জীৱনৰ চিত্ৰ, অৰ্থনৈতিক, সাংস্কৃতিক আচাৰ-নীতি আদিৰ ছবি প্ৰতিফলিত হয়। বিশেষকৈ আয়তীসকলে পৰিবেশন কৰা এই বিয়া গীতবোৰ বেছ সুৰীয়া আৰু কৰুণ, হাস্য, শৃংগাৰ আদি ৰসযুক্ত।

" চান গেল বিয়া কৰতে/কে কে যাব সাথে
সোণাৰ চান আমাৰ/আসিও সকালে।" ....... আৰু

" কালা কালা ঘুটুইৰে বাইগন গো/চিৰল চিৰল পাতা
এতো দিন আইছলেম বাপধন গো/তোমাৰ বেঁটী হয়া
আজ থাকি গেইলাম বাপধন গো/পৰেৰ অধীন হয়া।" আৰু

" মায়ে কান্দে আক্ষেপে/বাপে কান্দে মায়াতে
আৰে সোণাৰ ভাই কান্দে/মুখে গামছা দিয়াৰে।" ........

বিয়াঘৰত দৰা বা কইনাৰ ধান বানোতে, হালধি সানোতে, বিয়াৰ পিছদিনাখন ৰাতিপুৱা নৱ-দম্পতিক 'গোছল' কৰোতে এই গীতবোৰ পৰিবেশন কৰে। দৰাঘৰে কইনাঘৰক বা কইনাঘৰে দৰাঘৰক জোকোৱা গীত কিছুমানো পোৱা যায়।

" আমেৰ গাছেৰ তলেৰে/একি আন্দাৰী ৰাইত
ভোকো লাগিলে দামান/আমো পাৰিয়া খায়োৰে।" ...... আৰু

" লাই ধুম ধুম কলাৰি কাষ্টি/জাঙ্গলে ভাঙিয়া পৰেলো ধুম্ৰি
তোৰ বাপেৰা গপেয়া গেইছে/আমাৰ বেটি সুন্দৰ লো ধুম্ৰি
চৈয়েৰ কাপোৰ ঘুগাইয়ানা দেহি/গৰিয়া ধানেৰে বিছুন লো ধুম্ৰি।" .....

গোছল কৰোতে গায় —

" গোছালী কৰাইতে গো/সাধুৰ সাবান গেল ভাসিয়া
সাবান হাৰাইয়া গো/সাধু, ভাবে মনে মনে
সাবান খানি পাইয়া কইনা গো/ দেখ হাসে মনে মনে।" ..........



**ভাটিয়ালি গীত ঃ** এই গীতবোৰ নাওৰীয়াৰ মুখৰ গীত। সাধাৰণতে বিয়লি বেলা যেতিয়া নাওৰীয়া-বেপাৰীবোৰে দিনটো জীৱিকাৰ সন্ধানত বেপাৰ-বণিজ কৰি উঠি ঘৰমুৱাকৈ নাও মেলি দিয়ে আৰু দিনটোৰ পৰিশ্ৰম-ক্লান্তিৰ ওৰ পেলাই নাওৰ বুকুত নদীৰ ওপৰেৰে ভাহি অহা শীতল মৃদু মলয়াত নিজকে অৰ্পণ কৰে তেতিয়া তেওঁলোকৰ মুখত স্বতঃস্ফুৰ্তভাবে ভাটিয়ালি ৰাগৰ এই গীতবোৰ নিগৰি আহে। এই মিঠা কৰুণ ৰসসিক্ত, দীঘলীয়া বিননিৰ নিচিনা সুৰৰ গীতবোৰ বিয়লিৰ নৈ-পৰীয়া পৰিবেশটোক বেছ গহীন কৰি তোলে। —

" ৰূপালী নদীৰে ৰূপ দেইখা তোৰ হয়াছি পাগল/অ' তোৰ ৰূপেৰ সোণায়, নয়ন কোনায়/নামছে ৰে ৰূপেৰ ঢলৰে।" ........ আৰু

" আমাৰ গহীন গাঙ্গেৰ নাইয়া/তুমি অপৰ বেলায় নাও বাইয়া যাওৰে/ভাটিৰ দেশেৰ কাজল মায়ায়।।" .........

**বাউল গীত ঃ** বাউল গীত চৰ-চাপৰিবাসী মানুহখিনিৰ প্ৰধান সম্পদ বুলি কোৱা হয়। এই গীত তেওঁলোকৰ অতিকৈ প্ৰিয়। দেহ-বিচাৰৰ আধ্যাত্মিকভাবেৰে পৰিপূৰ্ণ এই গীতবোৰ বৰ সুৰীয়া। ইয়াক দেহতত্বমুলক গীতো বুলি কয়। আমাৰ মানৱ দেহত 'আঠকুটুৰী', 'আঠাৰ মোকাম' আৰু 'নয় দৰজা'ৰ এজন চোৰ আদি আছে। এই সকলো ত্যাগ কৰি এদিন দেহৰ ভিতৰৰ 'মইনা পখী' (আত্মা) উৰি গুচি যাব। এই মূলভাবেৰেই বাউল গীতবোৰ সৃষ্টি হৈছে। ইয়াৰ সুৰ বৈৰাগ্যমুলক।

" দেহেৰ মাজে ঘৰ আছে/নয়খানি তাৰ দৰজা আছে
নয় দৰজাৰ নয়জন মানুষ/একজনে তাৰ চোৰ কৰে।" ....... আৰু

" হলদিয়া পাখী, সোণাৰ বৰণ/পাখীটি ছাৰিল কে। ..........
খাচাৰ দুৱাৰ খুলে পাখী যাবেৰে চলে।"

**জাৰী গান ঃ** কাৰবালাৰ কৰুণ কাহিনীক সোঁৱৰণ কৰি 'মহৰম'ৰ মাহত চৰবাসী লোকসকলে জাৰী গীত গায়। মহৰমৰ মাহটো তেওঁলোকৰ বাবে শোকৰ মাহ। সেয়েহে তেওঁলোকে এই মাহটোত 'পবিত্ৰ মহৰম পৰ্ব' পালন কৰে। ছিয়া মুছলমানসকলে 'তাজিয়া' সাজি সমদল উলিয়াই 'হায় হোছেন! হায় হোছেন!' কৈ কৈ 'হায় মাতান' কৰে। কাৰবালাৰ শ্বহীদসকলৰ স্মৃতিৰে এই জাৰীগীত গোৱা হয় —

" কান্দেছৰে হোছেনৰে আলি ভাইয়েৰ লাগিয়া
কান্দছেৰে ফাতিমা তিনাৰ মহল দেখে খালি
কান্দছেৰে জান্নাতেৰ খাতুন ফাতিমা।" ......... আৰু
" জয়নালেৰে দিলৰে এজিদ খতুৱা পড়িবাৰে
খতুৱা যদি নাহিৰে পঢ়, মাৰিব গৰ্দানে।"

ক্ৰুণ ৰসপূৰ্ণ এই গীতবোৰ গাই গাই তেওঁলোক শোকবিহ্বল হৈ পৰে। সেই বাবেই ইকবালে গৈছে — 'ইছলাম জিন্দা হোতা হ্যায়, হৰ কাৰবালাকে বাদ।'

**কুলা-মাগন গীত ঃ** কুলা-মাগন আৰু ইয়াৰ গীতসমূহ চৰাঞ্চলৰ গৰখীয়া ল'ৰাবোৰৰ কাৰণে অতি প্ৰিয়। আমাৰ 'মহোহো' অনুষ্ঠানৰ নিচিনা এই অনুষ্ঠান। আঘোণ আৰু পুহ মাহত পথাৰৰ ধান চপোৱাৰ সময়ত সৰু ল'ৰা (কেতিয়াবা লগত সৰু ছোৱালীও থাকে) বোৰে দল বান্ধি ৰং-ধেমালি কৰি ঘৰে ঘৰে গীত গাই গাই ধান-চাউল আদি সংগ্ৰহ কৰি ফুৰে। কুলা হাতত লৈ এই মাগন কৰা হয়। মাঘ বিহুৰ দিনাখনো এই অনুষ্ঠান উদ্‌যাপিত হয় (কিছুমান অঞ্চলত)। ইয়াক 'পুষুৱা উৎসৱ' বোলা হয়। পুষুৱাত অৱশ্যে হাতত লাখুটি বা টোকন লৈ মাটিত খুন্দিয়াই খুন্দিয়াই গীত গায় মাগন কৰে —

" আইলামৰে ভাই এই বাৰী/পাছ দুৱাৰে কলাগাছ গাৰি
কলাগাছে বীৰ ফুল/নাৰীৰ মাথায় নাইগো চুল .....
যি দিবে ছালা ছালা/তাৰ হবে মেয়েৰ পালা
যে দিবে কুলাৰ আগে/তাৰে খাইবে বনেৰ বাঘে ....."

গোৱালপাৰীয়া সোণাৰায় পূজাৰ মাগন বা এউৰী মাগন অনুষ্ঠান আৰু গীতৰ লগতো ইয়াৰ সাদৃশ্য দেখা যায়।

এইবোৰৰ উপৰিও গৰখীয়া বা ৰাখালীয়া গীত, নিচুকণি গীত, বৰশীবোৱা গীত, দোলান গীত, বিভিন্ন খেল-ধেমালিৰ গীত, নাওখেলৰ গীত, ধুৱাগান, হাট্‌ধৰা গীত, ভুঁই নিকোৱা গীত, ভাৱাইয়া আৰু চটকা (গোৱালপাৰীয়া সমাজতো প্ৰচলিত) গীত, পল্লীগীত আদিৰ প্ৰচলন চৰাঞ্চলৰ বাসিন্দাসকলৰ মাজত আছে।

এই অনুষ্ঠানবোৰ আৰু গীত-মাতবোৰে তেওঁলোকৰ জাতীয় জীৱনৰ প্ৰতিচ্ছবিখনি জনসমাজত প্ৰতিফলিত কৰাৰ লগতে আমাৰ লোক-সংস্কৃতি, লোক-সাহিত্যৰ ভঁৰালো চহকী কৰা বুলি নিঃসন্দেহে ক'ব পাৰি।।●

# বড়ো জনগোষ্ঠীৰ ধৰ্মীয় উৎসৱ ঃ মেৰু ৰাজাৰ পূজা

❑ নিৰঞ্জন ঠাকুৰীয়া

বৰপেটা জিলাৰ অন্তৰ্গত বজালী মহকুমাৰ উত্তৰাঞ্চল বিভিন্ন জনগোষ্ঠীৰ মিলনভূমি। এই অঞ্চলৰ বড়ো জনগোষ্ঠীৰ লোক-সংস্কৃতিৰ বিষয়ে আজিলৈ বিজ্ঞানসন্মত অধ্যয়ন অনুশীলন আৰু সংগ্ৰহ হোৱা নাই। সেয়েহে এই প্ৰবন্ধত এই অঞ্চলৰ বড়ো জনগোষ্ঠীৰ এটি লুপ্তপ্ৰায় লোক উৎসৱৰ বিষয়ে চমু আভাস, দিবলৈ চেষ্টা কৰা হৈছে। বড়োসকলে খেৰাই উৎসৱ, বাথৌ পূজা আদিৰ দৰে নৱবৰ্ষৰ আৰম্ভণিৰ লগে লগে মেৰু ৰাজাৰ বা গাওঁ ৰাজাৰ পূজা উখাপন কৰে।

বড়ো জনশ্ৰুতিমতে মেৰু ৰাজাক সন্তুষ্ট কৰিব পাৰিলে নবাগত বছৰটোত গাওঁবাসীয়ে সুখে-সন্তোষে জীৱন নিৰ্বাহ কৰিব পাৰে। গাওঁত মাৰি-মৰক, অপায়-অমঙ্গল, দ্বন্দ-কাজিয়া হোৱাৰ সম্ভাৱনা নাথাকে। সেয়েহে প্ৰতি বছৰে ব'হাগ মাহৰ এটি শুভ দিনত সমূহ গাওঁবাসীয়ে মেৰু ৰাজাৰ পূজা উদ্‌যাপন কৰা দেখা যায়। অনিবাৰ্য্য অসুবিধাবশতঃ এই পূজা জেঠ মাহতো পালন কৰে।

গাঁওবাসীৰ শ্ৰীবৃদ্ধি আৰু মঙ্গলৰ বাবে গাঁও ৰাজা বা মেৰু ৰাজাৰ জৰিয়তে বিভিন্ন দেৱ-দেৱীৰ সন্তুষ্টিৰ কাৰণে বিবিধ খাদ্য সম্ভাৰ আগবঢ়োৱা হয়। মেৰু ৰাজাৰ লগতে অন্যান্য দেৱ-দেৱীৰ বাবে পাৰ, মুৰ্গী, গাহৰি, মদ, কণী, কল আদি আগবঢ়োৱা হয়। গাওঁৰ ভিতৰত সাধু অথচ অভিজ্ঞ বুলি বিবেচিত ব্যক্তিজনক পূজাৰী বা দেউৰী হিচাপে নিৰ্বাচন কৰা হয়।

পূজাৰ মন্ত্ৰ পাঠৰ বাবে এজন ওজা বা বেজ নিয়োগ কৰা হয়। পূজাৰীয়ে বিভিন্ন দেৱতাৰ ভোগৰ অৰ্থে ভিন ভিন খাদ্য সম্ভাৰ আগলতি কলপাতত সজাই-পৰাই দিয়ে। গাওঁ ৰাজাৰ খাদ্যসমূহ সৌমাজত ৰাখি বাকী দেৱ-দেৱীৰ খাদ্য সম্ভাৰ বৃত্তাকাৰত সজাই-পৰাই দিয়া হয়।

ৰাতিপুৱা ১০/১১ মান বজাৰ পৰা পূজাৰীয়ে পূজা আৰম্ভ কৰে। আবাল-বৃদ্ধ-বনিতা সমূহ গাওঁবাসীয়ে শুদ্ধভাৱে পূজাথলিত সমবেত হৈ মেৰু ৰাজাক সেৱা কৰে। বেজ বা পুৰোহিতে সুৰ লগাই মন্ত্ৰ পাঠেৰে মেৰু ৰাজাৰ ইতিবৃত্ত দাঙি ধৰে। আবেলি ২ মান বজাত পূজাৰ সামৰণি পৰে। পুৰোহিতে সমবেত ভক্তবৃন্দক আশীৰ্বাদ দানেৰে পূজাৰ সামৰণিৰ ইঙ্গিত দিয়ে। পূজাৰ সামৰণিৰ পিচত সকলোৱে মিলিজুলি প্ৰীতি ভোজন কৰে।

সন্ধিয়াৰ লগে লগে দেৱ-দেৱীলৈ আগবঢ়োৱা খাদ্যসামগ্ৰীবোৰ গাওঁৰ ওচৰত থকা নদী নাইবা বিলৰ বুকুত কলৰ ভুৰৰ ওপৰত নিৰ্মাণ কৰা পজা ঘৰৰ ভিতৰত সজাই-পৰাই ভাতিমুৱাকৈ এৰি দিয়া হয়। ভুৰৰ ওপৰত নিৰ্মাণ কৰা পজাটোক মেৰঘৰ বুলি জনা যায়। বহুতে মেৰু ৰাজাৰ পূজাক ভাইঠেলি পূজা বুলিও ক'ব খোজে।

নিজম নিশা গাওঁবাসীয়ে যেতিয়া শুই পৰিব তেতিয়া গাওঁৰ মুখিয়াল ব্যক্তি কেইজনমানৰ সৈতে পূজাৰী আৰু পুৰোহিতে (আৱশ্যক হ'লে প্ৰতি ঘৰৰ মুখিয়ালসকলক লৈ) গাওঁৰ মূৰে গৈ পুনৰ মেৰু ৰাজাৰ সন্মানাৰ্থে পূজাৰ বেদি সাজিব আৰু ভিন ভিন দেৱ-দেৱীৰ বাবে বিভিন্ন বাহন সাজিব। (লক্ষ্মী দেৱীৰ (মাইনাও) বাবে ফেঁচা, সৰস্বতীৰ (সৌৰসাথি) বাবে হাঁহ ইত্যাদি) তাৰ পিচত পূজাৰী আৰু ওজাৰ লগে লগে ঢোল, খোল, শিঙা, বেণু, শংখ, ঘণ্টা আদি বাদ্যযন্ত্ৰৰ ঐকতান সুৰেৰে গাওঁৰ উত্তৰ মূৰৰ পৰা দক্ষিণ মূৰলৈ দেৱ-দেৱীক আনিব। গাঁওৰ দক্ষিণ মূৰে থকা এখন মুকলি ঠাইত পুনৰ পূজাৰ বেদী তৈয়াৰ কৰি তাত মুৰ্গী, পাৰ, মদ আদি আগবঢ়ায় যাতে গাওঁ ৰাজাই তাতেই সন্তুষ্ট থাকি চলিত বছৰত পুনৰ গাওঁলৈ উভতি আহিব নোৱাৰে।

বড়ো জনবিশ্বাসমতে গাঁও ৰাজা সন্তুষ্ট হ'লে বছৰটোৰ ভিতৰত গাঁওত অপায়-অমঙ্গল, মাৰি-মৰক, হাই-কাজিয়া হ'ব নোৱাৰে। যদি গাঁওত দুৰ্ভিক্ষ বা মহামাৰীয়ে দেখা দিয়ে তেনেহ'লে গাঁও ৰাজাই অসন্তুষ্ট হোৱাৰ ফলতহে এনেকুৱা হোৱা বুলি ভাবি লোৱা হয়।

কোনো কোনোৱে মেৰু ৰাজাৰ পূজাৰ লগত পুতলি বিয়াৰ সম্পৰ্ক থকা বুলি ক'ব খোজে। কিন্তু পুতলি বিয়া বড়ো জনগোষ্ঠীৰ



অইন এটা সুকীয়া লোক-সংস্কৃতি। সাধাৰণতে পৰিয়ালৰ বালক-বালিকাৰ অকাল বিয়োগত পুতলি বিয়া বা পুতলি পূজাৰ আয়োজন কৰা হয়।

শস্য উৎপাদনৰ বাবে নতুন শক্তি বিচাৰি আৰু গএগ্ৰা ৰাইজৰ সৰ্বোতপ্ৰকাৰৰ মংগলামংগল কামনাৰ্থে অনুষ্ঠিত কৰা মেৰু ৰাজাৰ পূজা বড়ো সমাজৰ এটি পবিত্ৰ ধৰ্মীয় উৎসৱ।

দেশ তথা জনসাধাৰণৰ আৰ্থিক দৈন্যৰ বাবে পুৰ্বৰ দৰে এই উৎসৱ জাকজমকেৰে অনুষ্ঠিত কৰা দেখা নাযায়। সৰ্বোপৰি আধুনিকতাৰ চৰম আঘাতত মেৰু ৰাজাৰ পূজাও বড়ো সমাজৰ মাজত আধুনিকতাৰ পৰশ পৰা দেখা যায়। বড়ো সমাজে এতিয়াও বিশ্বাস কৰে যে এই উৎসৱ পূৰ্বৰ দৰে প্ৰচলিত হ'লে গাঁও তথা সমাজলৈ দ্ৰুত গতিত শান্তি-সম্প্ৰীতি, সুখ-সম্পদ পুনৰ উভতি আহিব।●

# লোক-বিশ্বাসত পুতুলী বিয়াৰ পৰম্পৰা

❑ তৰুণ চন্দ্ৰ গোস্বামী

বহাগ বিহুৰ গৰু বিহুৰ দিনাৰ পৰা আৰম্ভ হৈ সাত বিহুৰ দিনালৈ অৰ্থাৎ বহাগ মাহৰ ছয় তাৰিখলৈ লোক পৰম্পৰাগতভাৱে চলি আহিছে অসমৰ গাঁও অঞ্চলত জনপ্ৰিয় এটি উৎসৱ যাক লোক দৃষ্টিত পুতুলী বিয়া নামেৰে জনা যায়। পুতুলী বিয়া 'ভেকুলী বিয়াৰ' সদৃশ এটি জনপ্ৰিয় অনুষ্ঠান। যেনেকৈ অসমৰ উজনি-নামনি দুয়োটা ফালতেই বিয়া নামৰ প্ৰচলন আছে ঠিক তেনেদৰেই পুতুলী বিয়াতো আয়তীসকলে বিয়া নাম গোৱাৰ প্ৰচলন আছে। ই সম্পূৰ্ণকৈ লোক-বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। ভেকুলী বিয়া পাতিলে যেনেকৈ খৰাং বতৰতো বৰষুণ হোৱা বুলি লোকদৃষ্টিত এটি বিশ্বাস আছে ঠিক তেনেকৈ পুতুলী বিয়াতো অসমৰ কিছুমান গাঁওত গাঁওলীয়া অপায়-অমঙ্গলবোৰ দূৰ হোৱা বুলি এটি কিংবদন্তী বা জনশ্ৰুতি চলি আহিছে।

আই নাম, ধাই নাম, ভেকুলী বিয়া, ভঠেলি উৎসৱ আদিৰ দৰেই 'পুতুলী বিয়া'ও লোক-বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত তথা লোক পৰম্পৰাগতভাৱে চলি অহা নামনি অসমৰ এটি উৎসৱ। এই উৎসৱটিৰ জন্মস্থল হৈছে নামনি অসমৰ গ্ৰাম্যভূমি। গাঁওৰ খেতিয়কৰ গৃহিণীসকলেহে ইয়াৰ জন্মদাতা। কাৰণ পুতুলী বিয়া অনুষ্ঠানটিৰ লগত মতা মানুহৰ কোনো সম্পৰ্ক নাই। সেয়ে 'পুতুলী বিয়া' গ্ৰাম্য জীৱনৰ আয়তীসকলৰ এটা জনপ্ৰিয় অনুষ্ঠান যত পুৰুষ মানুহৰ প্ৰৱেশ নিষিদ্ধ। এই উৎসৱটিত নাৰী সমাজৰ শিল্পী মনৰ এক অপূৰ্ব চানেকি প্ৰকাশ পায়। নাৰীসকলে ধুনীয়া নতুন উলুবনৰ খেৰেৰে পুতুলাবোৰ তৈয়াৰ কৰে আৰু প্ৰত্যেকটো পুতুলাতে বগা এৰা সূঁতাৰে বান্ধ দিয়া হয়। বান্ধবিলাক সদায় বিযোৰ হ'ব লাগে অৰ্থাৎ তিনিটা, পাঁচটা, সাতোটা অথবা নটা। এনেকুৱা কিছুমান নিয়মৰ মাজেৰে পুতুলাবোৰ সজোৱা হয়। পুতুলাবোৰৰ গাত মাটি লিপাৰ নিয়ম নাই। পুতুলা বিয়াক যোৰ যোৰকৈ সজোৱা হয়। প্ৰতিযোৰ পুতুলাৰ এটা দৰা আৰু আনটোক



কইনা হিচাবে ধৰি লোৱা হয়। গাঁওৰ প্ৰতিঘৰ মানুহৰ তিৰোতাবিলাকে এই পুতুলাবোৰ নিজ ঘৰতে উপবাসে থাকি শুদ্ধবস্ত্ৰ পৰিধান কৰি সজোৱাৰ নিয়ম। বহাগ বিহুৰ পৰা প্ৰতি ঘৰৰ নাৰীসকলে এই পুতুলা সজোৱা কাম আৰম্ভ কৰে। সাত বিহুৰ দিনাখন গাঁওৰ ওচৰত থকা নামঘৰত পুতুলী বিয়া উৎসৱ পতা হয়।

পুতুলী বিয়াৰ দিনাখন আবেলি গাঁওৰ বিভিন্ন ঘৰত সজাই ৰখা পুতুলাবোৰ গাঁওৰ মুখ্য ঠাইত বা ওচৰৰ নাম ঘৰলৈ অনা হয়। সেই দিনাখন গাঁওৰ পুতুলী বিয়া উৎসৱৰ লগত জড়িত থকা তিৰোতাসকলে উপবাসে থাকে আৰু নতুন বস্ত্ৰ পৰিধান কৰিব লাগে। কাৰণ উপবাসে থকা তিৰোতাসকলেহে পুতুলী বিয়াৰ কাম সুকলমে পৰিচালনা কৰিব পাৰে, নহ'লে দায়-দোষ লাগি গাঁওৰ মানুহৰ অপায়-অমঙ্গল হোৱা বুলি ভবাৰ স্থল পৰম্পৰাগতভাৱে আজিও লোক-বিশ্বাসত চলিয়ে আছে।

পুতুলী বিয়াত হোম পোৰা হয়। হোম পোৰাৰ বাবে সচৰাচৰ ব্ৰাহ্মণ লাগে। কিন্তু পুতুলী বিয়াৰ আইৰ মানৰ দৰে এজনী ওজা তিৰোতা লাগে। এই তিৰোতাজনী হ'ব লাগে বয়োবৃদ্ধা আৰু পুত্ৰ সন্তান নথকা। পুত্ৰ সন্তান থকা তিৰোতাই পুতুলী বিয়াৰ বিবাহ কাৰ্য্য সম্পাদন কৰিব নোৱাৰে। পুত্ৰ সন্তান থকা তিৰোতাই পুতুলী বিয়াৰ বিবাহ কাৰ্য্য সম্পন্ন কৰিলে পুত্ৰৰ অকাল মৃত্যু হয় বুলি লোক-বিশ্বাস আছে। পুতুলী বিয়া অনুষ্ঠানটি সন্ধিয়াৰ লগে লগে আৰম্ভ হয়। বিয়াৰস্থলীত চাকি-বন্তি, ধূপ-ধূনা নৈবেদ্য দি পাণ-তামোল আৰু প্ৰসাদ আগবঢ়াই ওজা তিৰোতাজনীয়ে হোম জুই জ্বলাই দি পুতুলী বিবাহৰ কাম আৰম্ভ কৰে। প্ৰতিযোৰ পুতুলাৰ লগত একোযোৰকৈ হাঁহ কণীও দিব লাগে। বিবাহ কাৰ্য্য চলি থকা অৱস্থাত আয়তীসকলে বিয়া নাম গায়। মানুহৰ বিবাহৰ দৰেই অনুষ্ঠানটো বিয়াৰ নামেৰে মুখৰিত কৰা হয়। বিবাহ কাৰ্য্য সম্পূৰ্ণ শেষ হোৱাৰ পিচত পুতুলী গোঁসানীৰ নামত হৰিধ্বনি দিয়া হয়। যাতে গাঁওৰ অপৰাধ বিনাশন কৰি গাঁওৰ ৰাইজক পুতুলী গোঁসানীয়ে মঙ্গলৰ চকুৰে চায়।

পুতুলী বিয়াৰ শেষৰ অনুষ্ঠানটিক বোলা হয় পুতুলা বিসৰ্জন। পুতুলী বিয়াৰ কাৰ্য্য শেষ হোৱাৰ পিচত পুতুলাবিলাক নি ওচৰত

থকা নদী বা পুখুৰীত ভুৰ বান্ধি ভুৰখন ফুলেৰে সজাই তাত ধূপ-ধুনা, চাকি-বন্তি জ্বলাই পুতুলাবিলাক তাৰ ভিতৰত ভৰাই দি তিৰোতাসকলে ভুৰখন নৈৰ সোঁতত উটাই দি তাত মুখ ধুই উভতি আহে। লোক-বিশ্বাসমতে এই কাৰ্য্যৰ ফলত গাঁওখনত হোৱা অপায়-অমঙ্গল, বেমাৰ-আজাৰ আদি পুতুলাৰ লগত গুচি যায় বুলি লোক-প্ৰবাদ আছে।

পুতুলাবোৰ নৈ বা পুখুৰীত উটুৱাই দি পুনৰায় নামঘৰলৈ আহি আয়তীসকলে নাম-প্ৰসঙ্গ কৰে আৰু তাৰ পিচত হৰিধ্বনি দি মাহ-প্ৰসাদ খাই সকলোৱে ঘৰাঘৰি যায়। উল্লেখযোগ্য যে উপবাসে থকা তিৰোতাসকলে পুতুলী বিয়াৰ সকলো কাম সুকলমে সমাপ্ত কৰিহে খোৱা-লোৱা কৰিব পাৰে। কোনো তিৰোতাই অপবিত্ৰভাৱে পুতুলী বিয়ালৈ আহিলে তেওঁৰ কোনো ঘৰত অপায়-অমঙ্গল হয়। পুতুলাবোৰ ভুৰত উটুৱাই দিয়াৰ পিচত ভুৰখনলৈ পুনৰাই দৃষ্টি নিক্ষেপ কৰা নিষেধ। ভুৰত পুতুলাৰ সৈতে জ্বলাই দিয়া চাকিটো যদি কিবা কাৰণত বতাহ লাগি নুমাই যায় তেন্তে গাঁওখনলৈ অমঙ্গল ঘূৰি অহা বুলি এটা লোক-প্ৰবাদ চলি আহিছে।

উল্লেখযোগ্য যে বৰপেটা জিলাৰ বজালী মহকুমাৰ অন্তৰ্গত টঙাবকুৰ গাঁওত আজি কিছু বছৰ আগতে পুতুলী বিয়াৰ দায়-দোষ লাগি হেনো পুতুলী বিয়াৰ পিচদিনাখন অচিন ৰোগত পৰি ১৪/১৫ জন মানুহৰ মৃত্যু হয়। এই কথা সেই গাঁওৰে শ্ৰীমতী অলকা শৰ্ম্মা নামৰ প্ৰায় সত্তৰ বছৰীয়া বুঢ়ী এজনীৰ পৰা জনা গৈছে।

পুতুলী বিয়াৰ আই নাম, সুবচনী গীত, অপেশ্বৰী গীত, লখিমী সবাহৰ গীত, গোঁসানী পূজাৰ গীত আৰু ভেকুলী বিয়াৰ গীতৰ লগত মিল দেখা যায়। এই গীতবোৰে যেনেকৈ নাৰী সমাজতহে সীমাবদ্ধ ঠিক তেনেদৰে পুতুলী বিয়াও পশ্চিম কামৰূপ অঞ্চলৰ নাৰী সমাজত চলি অহা লোক পৰম্পৰাগত সংস্কৃতি।

নতুন বছৰটোত কোনো ধৰণৰ অপায়-অমঙ্গল যাতে নহয় আৰু সকলো মানুহেই যাতে সুখে-সন্তোষে থাকে সেই উদ্দেশ্য আগত ৰাখিয়েই পুতুলী বিয়া অনুষ্ঠানটো নাৰী সমাজে প্ৰতি বছৰে পাতে। পুতুলাবিলাকক নদীত ভুৰ বান্ধি উটুৱাই দিয়াৰো উদ্দেশ্য পুৰণি বছৰৰ অপায়-অমঙ্গলবোৰ নদীত উটুৱাই দি নতুন বছৰৰ শুভ কামনা কৰে।●

# আপী ওজা

❑ মথুৰ ডেকা

অসমীয়া সংস্কৃতিত ওজাপালি অনুষ্ঠান এটি অতি প্ৰাচীন আৰু লোক মনোৰঞ্জক দলীয় অনুষ্ঠান। প্ৰাক্‌বৈষ্ণৱ যুগৰ পৰা বৰ্তমান আধুনিক যুগলৈকে বিভিন্ন উৎসৱ-পাৰ্বণ, সভা-মহোৎসৱ, পূজা, বিয়া আদি সামাজিক আৰু ধৰ্ম্মীয় অনুষ্ঠান আদিত প্ৰদৰ্শন কৰা ওজাপালি অনুষ্ঠানৰ জনমানসত আৰু সমাজ জীৱনত আদৰ আৰু মৰম কমা নাই।

মহাপুৰুষ শঙ্কৰদেৱৰ পূৰ্বতে চতুৰ্দ্দশ শতিকাতে অসমত ওজাপালি অনুষ্ঠানৰ পূৰ্ণ পয়োভৰ আছিল। ডাকৰ বচনত উল্লেখিত 'গীতাল' আৰু মাধৱ কন্দলীৰ ৰামায়ণত উল্লেখিত 'গন্ধৰ্ব' আদি শব্দই ওজাপালিকে সূচাইছিল। 'কথাগুৰু চৰিত' ৰামায়ণৰ 'গুৰুলীলা' আদি কাব্যসমূহত ওজাপালি অনুষ্ঠান প্ৰদৰ্শনৰ কথা থকা দেখা যায় যদিও অসমত ওজাপালি অনুষ্ঠান প্ৰচলিত হয় পুতলা নাচৰ পৰাহে। কিয়নো ওজাপালিৰ উৎপত্তিৰ কেইখোজমান আগবাঢ়ি গ'লে আমি পুতলা নাচহে থকা দেখা পাওঁ। সেয়েহে পুতলা নাচৰ ক্ৰম বিকশিত আৰু বিবৰ্তিত ৰূপ ওজাপালি অনুষ্ঠান বুলি ঠাৱৰ কৰিব পাৰি।

পুতলা নাচৰ সুতাডালত ধৰি পুতলা নচুওৱা মানুহজনক সূত্ৰধাৰ বুলি কোৱাৰ দৰে ওজাপালিত ওজাজনক সূত্ৰধাৰৰ ভূমিকাত অৱতীৰ্ণ কৰোৱা হয় আৰু বাকী পালিবোৰ পুতলা নাচৰ গায়ন-বায়নৰ দৰে গায়ন-বায়নহে। পালিবোৰৰ মুখ্য হ'ল দাইনাপালিজন। দাইনাপালিজন হাস্য ৰসৰ ভাণ্ডাৰ। ওজাপালিৰ কাহিনীভাগ আগবঢ়াই নিয়াত আৰু ঘটনাৰ পাৰস্পৰিক সম্পৰ্ক ৰক্ষা কৰাত বিশিষ্ট ভূমিকাত অৱতীৰ্ণ হয় দাইনাপালিজনে। অসমীয়া ব্যঙ্গ আৰু হাস্য ৰস সৃষ্টিত দাইনাপালিৰ বিশেষ অৰিহনা পৰিলক্ষিত। দাইনাপালিৰ বাহিৰে বাকী পালিবোৰে খুটি তাল বজাই তাল ৰখাত আৰু ৰাগ টনাত সহায় কৰে। ওজাপালি

নৃত্যৰ লগত পুতলা নাচৰ অনুপম সাদৃশ্য আছে। ওজাজনে বিশেষ ভঙ্গীমাত পদৰ লগত সুৰ মিলাই নৃত্য কৰে।

সাধাৰণতে অসমত চাৰি প্ৰকাৰৰ ওজাপালি অনুষ্ঠান চলি আছে।

১। শুকনান্নী গোৱা (মনসা শাখাৰ)

২। ব্যাহ গোৱা (পৌৰাণিক কাহিনী গোৱা বা ব্যাসদেৱ ৰচিত মহাভাৰতৰ পদ গোৱা)

৩। ৰায়মন গোৱা (ৰামায়ণৰ পদ গোৱা)

৪। বৈষ্ণৱী (বৈষ্ণৱ গ্ৰন্থৰ পৰা গোৱা)

পুতলাৰ প্ৰতি শব্দ 'পাঞ্চালিকা'। পাঞ্চালিকাৰ লগত সাদৃশ্য ৰক্ষা কৰা কাহিনী গীত সুৰ নৃত্য মুদ্ৰা আৰু সংলাপেৰে নাট্যাঙ্গৰ অভিব্যক্তি প্ৰকাশ কৰা পদসমূহক পাঞ্চালী গীত বা পাঁচালী কাব্য বুলি কোৱা হয়।

মনকৰ, দুৰ্গাবৰ, পীতাম্বৰ আৰু মুৰাৰি নাৰায়ণদেৱক অসমীয়া সাহিত্যত পাঁচালী কবি আৰু তেওঁলোকৰ ৰচনাক পাঁচালী সাহিত্য কোৱা হয়। অসমত ওজাপালি অনুষ্ঠানত দুৰ্গাবৰ আৰু মুৰাৰি নাৰায়ণদেৱ ৰচিত পাঁচালীৰ পদ বেছিকৈ পৰিবেশন কৰা যায়।

ওজাপালি দলত অতি কমেও ছয়জন লোক থাকে। ওজা আৰু দাইনাপালিৰ বাহিৰে বাকী চাৰিজন পালিয়ে থিয় হৈ হৈ থাকি খুটি তাল বজাই তাল ৰক্ষা কৰে আৰু ৰাগ টানে। ওজাৰ পোছাক বগা ধুতি, পাঞ্জাবী চোলা আৰু গলত এখন চাদৰ। ওজাৰ পোছাক বাকী কেইজনতকৈ বিশিষ্ট ধৰণৰ। ওজাজন গহীন-গম্ভীৰ আৰু সুৰীয়া মাতৰ হোৱাৰ উপৰিও সভা শুৱনি, বাকপটু আৰু সিদ্ধান্ত দিব পৰা জ্ঞান থকা উচিত। তেনেকৈ দাইনাপালিজন বাকপটুতা থকা, বিভিন্ন ধৰণৰ মুদ্ৰা প্ৰদৰ্শন কৰিব পৰা আৰু খুহুতীয়া কথা আৰু ব্যঙ্গাত্মক কথা ক'ব পৰা ধৰণৰ উপস্থিত বুদ্ধি থকা হোৱা উচিত। দাইনাপালিজনে কাহিনী ভাগৰ মূল কথাৰ ওপৰত কিছুমান ব্যঙ্গাত্মক খুহুতীয়া কথা কৈ দৰ্শকক হাঁহিব খোৰাক যোগোৱাৰ উপৰিও সভাৰ পৰিবেশ জীপাল আৰু ৰসাল কৰি ৰাখে কিন্তু ওজাজনেই সকলো চৰিত্ৰৰ প্ৰতিনিধিত্ব কৰে।

অসমৰ ওজাপালি অনুষ্ঠানত 'আপী ওজা' নতুন সংযোজন। আমাৰ আলোচ্য বিষয় আপী ওজাহে। অসমীয়া আপী শব্দই ছোৱালী



বা তিৰোতা মানুহক বুজায়। যেনে - "আমি আপী ছলি জ্বলা জুই অ" আৰু "এ ব্যাসকুছীয়া আপী ঘৰত আছানা"? ইয়াৰে প্ৰথম আপী শব্দটোৰে এজনী বিয়া নিদিয়া ছোৱালীক বুজাইছে আৰু দ্বিতীয় আপী শব্দটোৰে এজনী বিয়া হোৱা বোৱাৰীক বুজাইছে। গতিকে আমাৰ আলোচ্য বিষয় আপী ওজাৰ ওজাজনী ছোৱালীও হ'ব পাৰে বা তিৰোতাও হ'ব পাাৰে। পুৰুষৰ দ্বাৰা পৰিচালিত আৰু গঠিত ওজাপালি অনুষ্ঠান উজনি আৰু নামনি অসমত কেবাটাও আছে। তাৰ ভিতৰত দৰং আৰু পুৰণি কামৰূপ জিলাত সৰ্বাধিক। কিন্তু আপীৰ দ্বাৰা পৰিচালিত আৰু গঠিত আপী ওজাৰ অনুষ্ঠান জন্ম হ'বৰ আজি একুৰি সাত বছৰ হ'ল। ব্যাসকুছিৰ বিশিষ্ট ওজা শিল্পী ঁজনাৰ্দ্দন ডেকাই (দনা ওজা) অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি অসমীয়া সংস্কৃতিৰ পথাৰত আপী ওজাৰ দল সৃষ্টি কৰি তেওঁ বিশেষ খ্যাতি অৰ্জন কৰি থৈ গৈছে। ঁওজাই ১৯৭০ চনত নগাওঁ জিলাৰ বালিগাঁৱৰ ছোৱালী শ্ৰীপ্ৰেমলতা মেধিক ওজা আৰু শ্ৰীকুঞ্জলতা মেধিক দাইনাপালি হিচাপে লৈ এটি আপী ওজাৰ দল গঠন কৰি অসমৰ বিভিন্ন ঠাইত ওজাপালি প্ৰদৰ্শন কৰি ৰাইজৰ পৰা মৰম আৰু স্বীকৃতি লাভ কৰিছিল। উক্ত আপী ওজাৰ দলটোৱে ঁদনা ওজাৰ নেতৃত্বত নামনি অসমৰ ব্যাসকুছি, বৰপেটাকে ধৰি কেবা ঠাইত আপী ওজা প্ৰদৰ্শন কৰিছিল। ১৯৭৪ চনত ঁওজাই শ্ৰীকুলদা ডেকাক ওজা আৰু শ্ৰীললিতা বৰ্মণক দাইনাপালি হিচাপে লৈ নামনি অসমৰ ব্যাসকুছিত দ্বিতীয়টো আপী ওজাৰ দল গঠন কৰি অসমৰ সংস্কৃতিত বলিষ্ঠ পদক্ষেপ আগবঢ়ায়। শ্ৰীকুলদা ডেকাৰ আপী ওজাৰ দলটোৱে বৰপেটা, গুৱাহাটী, গোৱালপাৰা, নলবাৰী অঞ্চলৰ বিভিন্ন ব্যক্তিগত আৰু সামাজিক অনুষ্ঠানত ওজাপালি প্ৰদৰ্শন কৰি দৰ্শক ৰাইজৰ পৰা মৰম আৰু অনুকম্পা আদায় কৰিবলৈ সক্ষম হৈছিল। ব্যাসকুছিত আপী ওজা দল গঠন হোৱাৰ পৰা আৰু ইয়াৰ জনপ্ৰিয়তাক লক্ষ্য কৰি ব্যাসকুছিৰ শ্ৰীকনক পাঠকে (ওজা) ভকুৱাটেপাৰ শ্ৰীসবিতা নাথক ওজা হিচাপে লৈ এটি আপী ওজাৰ দল গঠন কৰে। শ্ৰীকুলদা ডেকাৰ নেতৃত্বত হেলনাৰ ওচৰৰ ঘোৰামৰাত আন এটি আপী ওজাৰ দল গঠন কৰা হয়।

ওজা অনুষ্ঠান পৰিবেশনৰ ক্ষেত্ৰত পুৰুষৰ ওজাপালি অনুষ্ঠানৰ

লগত আপী ওজাৰ কোনো পাৰ্থক্য নাই। আপী ওজাৰ দলেও পুৰুষ ওজাৰ দৰে পাঁচালিৰ গীত-পদ সুৰ ধৰি গায় - মুদ্ৰা দিয়ে আৰু নৃত্য কৰে। আপী ওজাৰ ওজাজনীয়ে ৰিহা-মেখেলা পিন্ধি গলত এখন গামোচা লয় আৰু বাকী দাইনাপালি আৰু পালিবোৰেও ৰিহা-মেখেলা পৰিধান কৰে। দাইনাপালি আৰু পালিয়ে খুটি তাল বজাই তাল আৰু মান ৰক্ষা কৰে।

অসমত আপী ওজাৰ বুৰঞ্জী দীঘলীয়া নহয়। মাত্ৰ একুৰি সাত বছৰীয়া সাংস্কৃতিক দল আপী ওজাই অসমৰ সংস্কৃতিত বিশেষ অৰিহণা যোগাব পৰা নাই যদিও আমি স্বীকাৰ কৰিব লাগিব যে ই এক শক্তিশালী সাংস্কৃতিক পদক্ষেপ।●

# এক প্ৰাচীন লোক সংস্কৃতি ঃ চৈতেলী গোৰা

❑ ডিম্বেশ্বৰ মেধী

বাৰে ৰহণীয়া কৃষ্টিৰ ভঁড়াল এই অসম দেশ। বাৰ মাহত তেৰটা তিথি-পাৰ্বণ কৰি ভালপোৱা অসমীয়া জাতিৰ স্বভাৱ। সেয়েহে হয়তো বিভিন্ন মাহ বা ঋতুৰ লগত সংগতি ৰাখি নাইবা মহাপুৰুষসকলৰ জন্ম-মৃত্যুৰ সময় বা তেৰাসকলৰ বিভিন্ন কাৰ্যকাৰণক লৈ, হয়তোবা বিভিন্ন অনুষ্ঠানৰ গইনা লৈ সৃষ্টি হৈছে অসংখ্য উৎসৱ-পাৰ্বণ বা পৰম্পৰাৰ। অৱশ্যে বাহ্যিক দৃষ্টিত এই উৎসৱ-পাৰ্বণবোৰো আচহুৱা ৰং-ৰহইচৰে ভৰা একোটা অনুষ্ঠানহে। বিভিন্ন ঠাইৰ ৰীতি-নীতি, লোকাচাৰ ইত্যাদিয়ে সমাজ এখনক বান্ধি ৰাখে। গতিকে বিভিন্ন সমাজৰ এই উৎসৱ-পাৰ্বণ বা লোকানুষ্ঠান ইত্যাদিৰ পৰা সমাজ এখনত বাস কৰা মানুহখিনিৰ সম্পৰ্কে ধাৰণা কৰাৰ উপৰি সেই জাতিৰ অতীতৰ সমাজ সংস্কৃতি সম্পৰ্কে এক সম্যক জ্ঞান পাব পাৰি। আমাৰ আলোচ্য "চৈতেলী গোৱা"ও আমাৰ সমাজত প্ৰচলিত এক লোকানুষ্ঠানহে। অৱশ্যে বিশেষকৈ নামনি অসমৰ টোলত শিক্ষা গ্ৰহণ কৰা ব্ৰাহ্মণ ছাত্ৰসকলৰ দ্বাৰা কৃত এই অনুষ্ঠান বৰ্ত্তমান আমাৰ সমাজৰ পৰা প্ৰায় লুপ্ত হৈ গৈছে বুলিয়ে ক'ব পাৰি। এই অনুষ্ঠানৰ উৎস বিচাৰি গ'লে কিছু আগলৈ উভতি চাব লাগিব।

প্ৰাচীন ভাৰতৰ শিক্ষা পদ্ধতিত আজিৰ দৰে স্কুলৰ ব্যৱস্থা নাছিল। গুৰুসকলৰ আশ্ৰম বা গৃহতেই থাকি ছাত্ৰসকলে শিক্ষা গ্ৰহণ কৰিব লাগিছিল। এই শিক্ষা গ্ৰহণত গুৰুই ছাত্ৰসকলৰ সমস্ত খৰচ-পাতি বহন কৰিছিল। বিনিময়ত ছাত্ৰসকলে পঢ়াৰ উপৰিও দিনপঞ্জীমতে গুৰুৰ বিভিন্ন কাম-কাজ যেনে- খেতি-বাতি, ঘৰুৱা আদি কামত সহায় কৰিব লাগিছিল। শিক্ষা গ্ৰহণৰ শেষত আনৰ পৰা খুজি-মাগি হ'লেও (প্ৰাচীন শিক্ষা পদ্ধতিত অৰ্থাৎ বৈদিক শিক্ষা পদ্ধতিত 'ভিক্ষা বৃত্তি'

পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত আছিল) আনি গুৰুক দক্ষিণা দিয়াৰ নিয়ম আছিল। আমাৰ আলোচ্য চৈতেলী গোৱা প্ৰথাও এনে শিক্ষা ব্যৱস্থাৰ লগত জড়িত এক অনুষ্ঠান। সৌ সিদিনালৈ অৰ্থাৎ বৃটিছ অহাৰ বহু বছৰ পাছলৈকে অসমত আজিৰ দৰে স্কুলৰ ব্যৱস্থা নাছিল। আনহাতে তেনে অৱস্থাতো এক শ্ৰেণীৰ বিশেষকৈ ব্ৰাহ্মণ সম্প্ৰদায়ৰ লোকসকলে সংস্কৃত ভাষাত শিক্ষা লোৱা কাম অব্যাহত ৰাখিছিল। প্ৰাচীন শিক্ষা পদ্ধতিৰ দৰে সংস্কৃত পণ্ডিতসকলে নিজ নিজ গৃহত ছাত্ৰক শিক্ষা দিবলৈ 'টোলৰ' ব্যৱস্থা কৰিছিল। এই টোলবোৰেই আছিল সেই সময়ৰ সংস্কৃত শিক্ষাৰ কেন্দ্ৰস্থল। নিজৰ মাতৃভাষাৰ পিনে ওভতনি পাক দি পাশ্চাত্য শিক্ষাৰে শিক্ষিত বুলি নিজকে জাহিৰ কৰিব খোজা সেই সময়ৰ এচাম লোকৰ বিপৰীতে এক মুষ্টিমেয় গোষ্ঠীয়ে প্ৰাচীন শিক্ষা ব্যৱস্থাৰে সংস্কৃত ভাষাৰ দৰে এক পাণ্ডিত্য গধুৰ ভাষাৰ শিক্ষা গ্ৰহণ কৰাৰ যি চেষ্টা সি প্ৰশংসনীয়ই নহয়, আদৰণীয়ও। এই সংস্কৃত টোলত শিক্ষা গ্ৰহণ কৰা ছাত্ৰসকলেই ঘৰে ঘৰে গাই ফুৰিছিল এই চৈতেলী। এই চৈতেলী শব্দৰ আভিধানিক অৰ্থ হয়তো হ'ব - চ'ত মাহত কৰা হয় যি। গোটেই বছৰটোৰে গুৰুৰ টোলত শিক্ষা গ্ৰহণ কৰাৰ পাছত বছৰৰ শেষত ছাত্ৰসকলে পৰীক্ষা দি উঠি কিছুদিন সময় পায়। ফাগুণ মাহৰ শেষত বছৰৰ পাঠ্যক্ৰম শেষ হয় আৰু ব'হাগ মাহৰ পৰা নতুন পাঠ্যক্ৰম আৰম্ভ হয়। ঘৰলৈ যোৱাৰ আগতে ফাগুণ আৰু চ'তৰ সংক্ৰান্তি অৰ্থাৎ দোমাহীৰ দিনাৰ পৰা চ'তৰ আঠ দিন যোৱালৈকে প্ৰতিখন টোলৰ পৰাই ছাত্ৰসকলে বিভিন্ন ঠাইলৈ ৮ বা ১০ জনীয়া দল একোটা হৈ ঘৰে ঘৰে সংস্কৃত শ্লোক গাই গাই পইচা সংগ্ৰহ কৰে। সুন্দৰ সুন্দৰ ধৰ্মীয় উপদেশেৰে ভৰা আশীৰ্বাদসূচক শ্লোকবোৰ শুনিলে গৃহস্থই আনন্দতে ছাত্ৰসকলক পা-পইচা দান কৰে। ছাত্ৰসকলেও বিভিন্ন শ্লোকেৰে—

["যো লোকভাৰ হৰণায় চক্ৰী
চক্ৰেহবতাৰং বসুদেব গেহে।
গোপীজনানন্দকৰো মুকুন্দঃ
পায়াৎ স বো যাদব ৰাজসিংহ।" অৰ্থাৎ যিজনাই সংসাৰৰ ভাৰ হৰণ কৰিবলৈ বসুদেৱৰ গৃহত আবিৰ্ভাব হৈছিল, যিজনা



গোপীসকলৰ আনন্দকাৰী, যিজনা মুক্তিদাতা, সেইজনা যাদৱ বংশৰ সিংহ তুল্য মহাপৰাক্ৰমী শ্ৰীকৃষ্ণই তোমালোকক ৰক্ষা কৰক। ইত্যাদি ইত্যাদি] গৃহস্থক মাঙ্গলিক আশীৰ্বাদ দিয়ে ঠিক বিহু হুচৰি গাই গাই বিহুৱাসকলে গৃহস্থৰ পৰা দান-বৰঙণি বিচাৰি আশীৰ্বাদ দিয়াৰ দৰে। তাৰ পাচত সেই ৮ দিনত যিখিনি টকা-পইচা পায়, সকলোখিনি নি প্ৰতিটো দলে প্ৰতিখন টোলৰ গুৰুৰ ওচৰত অৰ্পণ কৰে। গুৰুৱে সেই পইচাৰে ছাত্ৰসকলক লৈ ভালকৈ এটা ভোজ-ভাতৰ ব্যৱস্থা কৰে আৰু অৱশিষ্ট পইচাখিনি ছাত্ৰসকলে গুৰুক দক্ষিণা হিচাপে দান কৰে। আমাৰ অসমীয়া সমাজত প্ৰচলিত আন এক অনুষ্ঠান 'মহো-হো-গীত'ৰ সাদৃশ্যও এই চৈতেলী গোৱা পদ্ধতিত কিছু প্ৰতিফলিত হয়। কিন্তু মহো-হো দলে পইচাৰ লগে লগে চাউল বা আন তেনে বস্তুও লয়; কিন্তু চৈতেলী গোৱা ছাত্ৰসকলে অকল পইচাহে লয়। আকৌ মহো-হো দলৰ ল'ৰাসকল সৰু গৰখীয়া ল'ৰা; কিন্তু এই চৈতেলী গোৱা ল'ৰাসকল সু-শিক্ষিত, বিজ্ঞ। যিহেতু বৈদিক শিক্ষা পদ্ধতিত কেৱল ব্ৰাহ্মণ সম্প্ৰদায়ৰ ল'ৰাকহে টোলত ৰাখি সংস্কৃত শিক্ষা দিয়া হৈছিল, সেই আৰ্হিত গঠিত আধুনিক কালৰ টোলবিলাকতও অকল ব্ৰাহ্মণ ছাত্ৰসকলকহে শিক্ষা দিয়া হৈছিল। টিহু গামেৰীমুৰী, নলবাৰী দামোদৰ ধাম (ঘগ্ৰাপাৰাৰ কিছু দক্ষিণে), চামতাৰ ওচৰৰ নড্ডী আদি ঠাইত সেই সময়ত সংস্কৃত শিক্ষাৰ টোল আছিল। বিদেশী ইংৰাজী শিক্ষা পদ্ধতিৰ বিপৰীতে এই টোলবিলাকে সংস্কৃত শিক্ষাত শিক্ষিত এক শ্ৰেণীৰ ছাত্ৰ সৃষ্টি কৰিছিল, যিবিলাকে বহুতৰ দৰে বিদেশী শিক্ষাৰ বাহিৰে ৰংচং ভিতৰে ফোপোলা হোৱাৰ বিপৰীতে নৈতিক শিক্ষাত শিক্ষিত হোৱাৰ সুযোগ পাইছিল। আজিও নলবাৰী, আনন্দ বজাৰ, বৰপেটা, শিলা, প্ৰাঠশালা, মুগুৰীয়া আদি ঠাইত প্ৰাচীন টোলবিলাকৰ পদ্ধতিতে সংস্কৃত শিক্ষা দিয়া হয়। অৱশ্যে এই টোলবিলাকৰ বেছিভাগেই বৰ্ত্তমানে চৰকাৰৰ অনুদান লাভ কৰিছে। কিন্তু আগৰ ব্ৰাহ্মণ্য বা বৈদিক শিক্ষাৰ দৰে এক বিশেষ সম্প্ৰদায়ৰ ছাত্ৰক শিক্ষা নিদি জাতি-ধৰ্ম নিৰ্বিশেষে সকলো ছাত্ৰকে শিক্ষা দিয়াৰ ব্যৱস্থা এই টোলবোৰত আছে। লুপ্ত হ'ব ধৰা এই সংস্কৃত ভাষাটোক পুনৰুজ্জীৱিত কৰাত প্ৰাচীন আৰু বৰ্ত্তমানৰ এই টোলবিলাকৰ ভূমিকা নিঃসন্দেহে

উল্লেখনীয়। ইয়াৰ ফলস্বৰূপেই বৰ্ত্তমান স্কুল-কলেজ আনকি বিশ্ববিদ্যালয়তো সংস্কৃত শিক্ষা লোৱাৰ সুবিধা হৈছে।

অধুনালুপ্ত এই চৈতেলী গোৱা পদ্ধতিৰ এক সাদৃশ্য প্ৰাচীন বৌদ্ধ ধৰ্মীয় শিক্ষা পদ্ধতিতও পোৱা যায়। তাৰ ছাত্ৰসকলে শিক্ষা শেষ হোৱাৰ পাচত সমদলে ওলাই গৈ 'ভিক্ষাং দেহি', কল্যাণমস্তু ভৱ' আদি ধ্বনিৰে আনৰ পৰা অনুগ্ৰহ বিচাৰে। অৱশ্যে পাৰ্থক্য এইখিনিতে যে টোলৰ ছাত্ৰসকলক আন শিক্ষাৰ লগতে গাৰ্হস্থ্য ধৰ্মৰ শিক্ষাও দিয়া হয়; কিন্তু এই 'বৌদ্ধ বিহাৰ' (বৌদ্ধিক শিক্ষা বৌদ্ধ বিহাৰত দিয়া হয়। এই বিহাৰবোৰ আমাৰ টোল বা স্কুলৰ সমপৰ্য্যায়ৰ)বিলাকত গাৰ্হস্থ্য ধৰ্মৰ পৰা আঁতৰি থাকিবলৈহে শিক্ষা দিয়া হয়। আনহাতে বৈকুণ্ঠৰ কল্পতৰু সদৃশ ভাগৱত শাস্ত্ৰতো শ্ৰীকৃষ্ণ, দামোদৰ বিপ্ৰ আদি ছাত্ৰসকলে সান্দীপনী গুৰুৰ গৃহত থাকি শিক্ষা লাভ কৰাৰ কাহিনী পোৱা যায়। আজৰি সময়ত তেওঁলোকে খৰি লুৰিবলৈ গৈছিল বা কেতিয়াবা ভিক্ষা কৰিবলৈ গৈ যিখিনি পায়, সেইখিনি দক্ষিণা হিচাপে গুৰুক দান কৰিছিল। এইবোৰৰ উপৰিও ভাগৱত পুৰাণ আৰু আন তেনে ধৰ্ম গ্ৰন্থত এনে অসংখ্য কাহিনী পোৱা যায়। এইবোৰৰ পৰা এই চৈতেলী গোৱা পদ্ধতিৰ এক প্ৰাচীনতা আছে বুলি অনুভৱ হয়। পাত্ৰভেদে পানীৰ আকাৰ বেলেগ বেলেগ হোৱাৰ দৰে সময়ৰ লগে লগে এই চৈতেলী গোৱা পদ্ধতিৰো হয়তো কিছু পৰিবৰ্ত্তন ঘটিল; কিন্তু মূল জুমুধিটো একেই আছে। এই চৈতেলী গোৱা পদ্ধতিক আমি 'গুৰু দক্ষিণা' দিয়া অনুষ্ঠান বুলি ক'ব পাৰো। অৱশ্যে চ'ত মাহত এই কাম কৰাৰ উদ্দেশ্য সম্ভৱ চ'ত মাহত শ্ৰেণী বন্ধ হয় আৰু এই বন্ধৰ সময়ছোৱা বাচি লোৱা হয়। এই চৈতেলী গোৱা বা চ'ত ফুৰা অনুষ্ঠান বৰ্ত্তমান আমাৰ লোক-সংস্কৃতিৰ ভঁড়ালৰ এপাহ গোন্ধহীন ফুল। কিন্তু ইয়াৰ আলোচনাই আমাক লোক-কৃষ্টিৰ আন উৎস বিচাৰি পোৱাত অৰিহণা যে যোগাব পাৰে; সেইটো হ'লে নিশ্চয়কৈ ক'ব পাৰি।●

**বিঃদ্ৰঃ —** *এই 'চৈতেলী' সম্পৰ্কে এটি লেখা দৈনিক অসম (১৪ এপ্ৰিল, ১৯৯৬) যোগে লিখকৰ দ্বাৰা প্ৰচাৰ হৈছে।*

# সৰুক্ষেত্ৰী অঞ্চলৰ নাওখেল

❑ গুণেশ্বৰ পাঠক

নাওখেলৰ সংস্কৃতি প্ৰাচীন অসমৰ সংস্কৃতিৰ অন্যতম বাহক আছিল। এই নাওখেলৰ পৰম্পৰা সৰুক্ষেত্ৰী অঞ্চলতো আছিল। তাৰ এটি সম্যক আলোচনা সংস্কৃতিৰ ভঁড়াললৈ বুলি আগবঢ়োৱা হ'ল।

লোকপ্ৰবাদমতে ক্ষেত্ৰী অঞ্চল অতীজতে ব্ৰহ্মপুত্ৰ নদীৰ বুকুত আছিল। কালক্ৰমত ব্ৰহ্মপুত্ৰ নদী দক্ষিণ দিশলৈ গতি কৰি ক্ষেত্ৰী অঞ্চল মানুহৰ বসবাসৰ উপযোগী কৰি তোলে। আদিতে মানুহৰ বসতি খুব পাতল আছিল আৰু বেছি ভাগ ঠাই জলমগ্ন আছিল আৰু নল-খাগৰি, বাতাবন আদিৰে পৰিপূৰ্ণ আছিল। মানুহবিলাকে কৃষিৰ নামত তিনি-চাৰি মাহ মান ব্যস্ত থাকি বছৰৰ বাকী ন-আঠ মাহ সময় মাছ-কাছ মাৰি, পছু চিকাৰ কৰি পশু-পক্ষী, চৰাই-চিৰিকতি আদি ধৰাৰ লগতে নাওখেল খেলি আনন্দ বিনোদনেৰে দিনবোৰ অতিবাহিত কৰিব পাৰিছিল। তাৰোপৰি মানুহবোৰে খেতি নকৰা বতৰত বাৰিষাকালত প্ৰাত্যহিক জীৱনৰ ব্যৱহাৰ্য্য বস্তু যেনে - কুলা, চালনি, ডলা, ঢাৰি, জাকৈ, কুক্(খালৈ), ডিঙাৰ, চেপা আদি বাঁহৰ সঁজুলিবোৰ নামঘৰ বা কীৰ্ত্তনঘৰ নতুবা কোনোবাৰ চ'ৰাঘৰত সমূহীয়াভাবে বহি সাধুকথা কৈ ৰসাল গল্প আদি কৰি নিজৰ নিজৰ লাগতিয়াল বস্তু-সামগ্ৰীবোৰ তৈয়াৰ কৰি লৈছিল।

১৮৯৭ চনত বৰ ভুঁইকঁপৰ ফলত ক্ষেত্ৰী অঞ্চল দ হৈ বহি যায়। প্ৰবাদ আছে যে কিছুমান মানুহক দ হৈ বহি যোৱা গাতৰ পৰা টানি উলিয়াইছিল। তেতিয়াৰ পৰাই ক্ষেত্ৰী অঞ্চল দ অঞ্চলত পৰিণত হয়। দি, দৈ বা দিয়া আদি শব্দই পানীক বুজায়। ক্ষেত্ৰী অঞ্চলৰ বেছিভাগ ঠাই জলমগ্ন আছিল বাবে এই অঞ্চলত মানুহৰ বসতি ঘন হৈ অহাৰ লগে লগে দি, দৈ বা দিয়া আদি শব্দৰে গঠিত অনেক গাওঁৰ নাম থকা দেখা যায়। উদাহৰণস্বৰূপে চিনাদি, পিঠাদি, বাগোদী, বামুন্দী, আগদিয়া, ভোগদিয়া, মাজদিয়া আদি গাওঁবোৰে আজি তাৰেই সাক্ষ্য বহন কৰিছে। ইয়াৰোপৰি আল্‌পা নদী, চাউলখোৱা, শিংৰা নদী,

ব্ৰহ্মজান আদিয়ে ক্ষেত্ৰী অঞ্চলৰ প্ৰাচীনতম নদী সংস্কৃতিৰ নিৰ্দ্দেশ দিয়ে। বৰ্ত্তমান এই নদী বিলাক জীৱিতাৱস্থাত নাই যদিও জান বা জুৰি, বিল বা জলাশয়ৰূপে অধুনা বিদ্যমান। আল্‌পাৰ পৰা সৃষ্টি হোৱা বোগচৰাৰ জান, আল্‌পাশিংৰাৰ পৰা তাভাবিল, বুঢ়ীলুইত বা চাউলখোৱাৰ মৰাসুতি হিচাপে শালমাৰা, চাগমাৰা আৰু কাপলা বিল আদিয়ে অতীতৰ পুৰণি সাক্ষ্য বহন কৰি আছে। এইবোৰৰ লগত অনেক সংস্কৃতি ক্ষেত্ৰী অঞ্চলত পোত খাই আছে। প্ৰবাহমান কালত এই সকলোবিলাক সংস্কৃতি উদ্‌ঘাটন কৰিব পাৰিলে বা প্ৰকাশ পালে সংস্কৃতিৰ বৰগছ জুপি ডাল-পাত মেলি ফুলে-ফলে জাতিষ্কাৰ হৈ পৰিব।

মানুহ পৰিৱেশৰ দাস। অনুকূল পৰিৱেশৰ বাবেই ক্ষেত্ৰী অঞ্চলৰ মানুহক নাওখেলাই বৰকৈ টানে। আনন্দ-বিনোদনৰ লগতে প্ৰতিযোগিতামূলক মনোভাবৰ ফলত এই অঞ্চলত অৱস্থাসম্পন্ন কেবাঘৰো মানুহৰ ঘৰত খেলনাওৰ সৃষ্টি হয়। এই খেলনাও বিলাক সাধাৰণ নাওৰ নিচিনা নাছিল। নানান ৰং-ৰহন সানি হাইতাল বোলোৱা হৈছিল। কৱীৰ আগত (নাওৰ জোঙা আগভাগ) ৰঙেৰে বিভূষিত মগৰ বা অইন জীৱ-জন্তুৰ প্ৰতীক খোদিত বা অঙ্কিত কৰা হৈছিল। আগৰ দিনত অসমত কোনোবা মানুহৰ ঘৰত হাতী থকাটো আভিজাত্যৰ লগতে সংস্কৃতিৰো বাট প্ৰশস্ত কৰিছিল, ঠিক তেনেকৈ খেলনাও থকা মানুহৰো এটা সামাজিক মৰ্য্যাদা আছিল। ব্যয়বহুল হোৱা বাবে মন থাকিলেও সকলোৱে খেলনাও তৈয়াৰ কৰি ল'ব নোৱাৰিছিল। তথাপিও আঞ্চলিক ভিত্তিত যি কেইখন খেলনাও আছিল সকলোৱে মিলিজুলি আনন্দ মনেৰে নাওৰ অনুশীলন কৰাৰ লগতে দূৰ-দূৰণি ঠাইলৈ গৈ নাওখেলৰ প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিছিল। সৰুক্ষেত্ৰী অঞ্চলৰ লেখত ল'বলগীয়া খেলনাও থকা গাওঁ কেইখনমান হ'ল ক্ৰমে ব্যাসকুছি, ৰাউলী, গহিয়া, কাপলা, বৰমাৰা, আগদিয়া, সৰ্থেবাৰী, নামশালা আৰু কাৰাকুছি।

নাওখেলবোৰ সাধাৰণতে মহাপুৰুষসকলৰ তিথিত, ভাদমাহৰ অষ্টমী তিথিত, ৰাজহুৱা উৎসৱ-অনুষ্ঠান আদিত অনুষ্ঠিত হৈছিল। আনহাতে কিছুমান মানুহৰ ল'ৰা-ছোৱালীৰ জন্ম দিন আদিতো নাওখেল



অনুষ্ঠিত হৈছিল। পুৰস্কাৰ হিচাপে আগৰ দিনত এতিয়াৰ দৰে চিল্ড, কাপ, মেডেল আদি দিয়া হোৱা নাছিল। বিজেতাসকলক পুৰস্কাৰ হিচাপে দিয়া হৈছিল নাৰিকলৰ থোক আৰু সমূহীয়াভাবে দিয়া হৈছিল প্ৰসাদ আদি। অৱশ্যে বিজেতাসকলে এই নাৰিকলৰ থোকবোৰ সকলোৰে লগত ভগাই-মিলাইহে খাইছিল। নাওখেলৰ পৰা ঘূৰি আহি নাওৰ মালিকৰ ঘৰত চাহ-পিঠা আদি খোৱাৰ লগতে মাজে-সময়ে ভোজভাতো খোৱাৰ প্ৰথা আছিল নতুবা নাওৰ মালিকে নাৱৰীয়াসকলক ভোজভাত খুৱাইছিলোঁ। প্ৰতিযোগিতাসমূহত নাওখেলৰ সাফল্য নিৰ্ভৰ কৰিছিল নাওৰ গুৰিয়াল-আগুৱাল আৰু বাইচাৰ (বৈচা) ওপৰত আৰু বিশেষভাবে নিৰ্ভৰশীল আছিল পাঠকে দিয়া নাওখেলৰ গীতৰ সুৰ আৰু লয়ৰ ওপৰত। পাঠকে উদ্দীপনাদায়কভাবে যিমানেই গীত-পদবিলাক সুৰ লগাই গাই যাব সিমানেই নাওখনত থকা বাইচা আৰু গুৰিয়াল-আগুৱালসকলে গাত বল পায় আৰু পূৰ্ণোদ্যমে নাও বোৱাত সহায়ক হয়। সেয়ে নাওখেলত বিভিন্ন গাওঁৰ পৰা বাচক্ত কৰি আনি মানুহ লগ লগাই একোটা থুল বা পাৰ্টি তৈয়াৰ কৰি লোৱা হৈছিল। নাওৰ গুৰিয়াল যেই সেই মানুহে হ'ব নোৱাৰিছিল। গাত বিশেষভাবে বল-জোৰ থকা পাৰ্গত মানুহকহে নাওৰ গুৰৰ কৱীত (নাওৰ পিচৰ জোঙাভাগ) গুৰিয়াল হিচাপে দিয়া হৈছিল। গুৰিবঠা ঠিক নহ'লে নাও ঠিকমতে পৰিচালিত হ'ব নোৱাৰে। নাওখন পোন বাটেৰে ঠিক কৰি ৰাখিবলৈ হ'লে গুৰিয়ালজন সুদক্ষ আৰু পাৰ্গত হ'ব লাগে। খেলনাওৰ জয়-পৰাজয়ৰ কাৰণো সুদক্ষ পৰিচালনা আৰু বাইচা (বৈচা)সকলৰ একেচাবে পৰা বঠাৰ কোব।

খেলনাওৰ পম খেদি আমি পালো সৰুক্ষেত্ৰী অঞ্চলৰ ব্যাসকুছি গাওঁৰ ঁনৰেন্দ্ৰ বেপাৰীৰ নাও। গুৰিয়াল আছিল ঁআন্ধোৰাম হালৈ আৰু ঁভেবো বৰ্মণ (থেংলা)। আগুৱাল আছিল ঁসোণাৰাম বৰ্মণ, ঁভৰত বৰ্মণ আৰু এই নাওৰ দিহা দিয়া পাঠক আছিল ঁৰামেশ্বৰ পাঠক। ব্যাসকুছি গাওঁৰে আন এখন খেলনাও হ'ল ঁহৰিদাস হালৈৰ নাও। এই নাওৰ গুৰিয়াল আছিল একাদেহীয়া বৰ্মণ, ঁপোৱাৰাম বৰ্মণ, আগুৱাল আছিল ঁথানুৰাম বৈশ্য, ঁউত্তম বৰ্মণ আৰু পাঠক আছিল ঁচন্দ্ৰ পাঠক। এই গাওঁৰে আন এখন খেলনাও আছিল ঁৰামচৰণ

তালুকদাৰৰ। ˚তালুকদাৰৰ নাওৰ গুৰিয়াল আছিল –˚হৃদয় দাস আৰু ˚পৰশুৰাম বৰ্মা; আগুৱাল আছিল ˚হৰেন্দ্ৰ বৰ্মা, ˚মাণিক বৈশ্য আৰু গীতৰ পাঠক আছিল ˚মদন দাস। ব্যাসকুছি গাওঁৰে আন এখন লেখত ল'বলগীয়া খেলনাও আছিল ˚কান্দোৰাম বৰ্মাৰ নাও। এই নাওৰ গুৰিয়াল মঃ ৰহিছ আলী (চেঙা), ˚দীনবন্ধু বৰ্মা; আগুৱাল হ'ল - ˚মাধব বৰ্মা, ˚থগোৰাম বৰ্মা আৰু শ্ৰীকালীকান্ত বৰ্মা। (ব্যাসকুছি গাওঁৰ নাও কেইখনৰ সংবাদদাতা হ'ল শ্ৰীবনমালী বৰ্মণ প্ৰমুখ্যে সঙ্গীসকল)।

খেলনাও থকা মানুহৰ ভিতৰত আন এজন হ'ল ৰাউলী গাওঁৰ ˚খৰ্গেশ্বৰ ডেকা। এই নাওৰ গুৰিয়াল আছিল ˚বহুৰাম বৰ্মণ (বেপাৰী), ˚মহেন্দ্ৰ তালুকদাৰ, ˚ফুকন বৰ্মণ আৰু ˚বদন তালুকদাৰ। আগুৱাল আছিল ˚চেনিৰাম দাস, ˚মহেন্দ্ৰ বৰ্মণ, শ্ৰীলোহিত তালুকদাৰ আৰু ˚ভাবিত ডেকা (ব্যাসকুছি); পাঠক আছিল ˚বাহিৰাম ডেকা, ˚চেনিৰাম বৰ্মা (পেচা) আৰু শেহতীয়াভাবে শ্ৰীনবীন চন্দ্ৰ পাঠক (ওজা)। শেহতীয়াভাৱে ৰাউলী গাওঁৰ মোৰ পিতৃ ˚গজেন্দ্ৰ নাথ পাঠকৰ নাওখনো খেলোৱা হৈছিল।

সৰুক্ষেত্ৰী অঞ্চলৰ আন এখন খেলনাও হ'ল গহিয়া গাওঁৰ ˚কীৰ্ত্তনা নাথৰ নাও। এই নাওৰ গুৰিয়াল আছিল শ্ৰীনৰেশ্বৰ পাঠক, ˚উমেশ নাথ, শ্ৰীকালিচৰণ পাঠক; আগুৱাল আছিল ˚সৰ্বেশ্বৰ নাথ (বৰকাপলা), ˚গণেৰাম নাথ আৰু শ্ৰীহৰিৰাম নাথ। দিহা দিয়া পাঠক আছিল ˚যাদব নাথ আৰু ˚নিতোৰাম নাথ (বৰকাপলা)। (এই নাওৰ সংবাদদাতা শ্ৰীযুত অভয় চন্দ্ৰ নাথ)। গহিয়া গাওঁৰ আন এখন লেখত ল'বলগীয়া খেলনাও হ'ল ˚ভোকোৰাম বড়োৰ নাও। এই নাওৰ গুৰিয়াল আছিল শ্ৰীচেনিৰাম বড়ো, শ্ৰীজিতেন বড়ো আৰু শ্ৰীনিতাই মণ্ডল। আগুৱাল আছিল শ্ৰীকান্তেশ্বৰ স্বৰ্গীয়াৰী, শ্ৰীশিৱৰাম বড়ো; পাঠক আছিল শ্ৰীজ্ঞানেন্দ্ৰ ৰয় আৰু শ্ৰীহাৰেণ মণ্ডল। আগদিয়া গাওঁৰ শ্ৰীযোগেন বড়োৰ নাও আছিল এই অঞ্চলৰ আন এখন খেলনাও। এই নাওৰ আগুৱাল হ'ল শ্ৰীমণিৰাম বড়ো, শ্ৰীহেগোৰাম বড়ো; গুৰিয়াল হ'ল শ্ৰীদেবেন বড়ো, শ্ৰীদীনাৰাম বড়ো আৰু পাঠক আছিল শ্ৰীনিৰ্মল বড়ো (চৰেখোৱা)। (এই নাও দুখনৰ তথ্য দিওঁতা শ্ৰীঅতুল চন্দ্ৰ চৈনাৰী, গহিয়া)। সৰুক্ষেত্ৰী অঞ্চলৰ আন এখন খেলনাও আছিল বৰমাৰা



গাওঁৰ ˚মঃ মহিম আলীৰ নাও। এই নাওৰ গুৰিয়াল আছিল ˚মমত আলী আৰু মঃ হাইদৰ আলী; আগুৱাল ˚মঃ মহিম আলী আৰু পাঠক আছিল ˚ছাহজাহান আলী। (সংবাদদাতা মঃ বৰকাত আলী)।

সৰ্থেবাৰীৰ খেলনাও আছিল ˚ৰমনী ভূঞা আৰু ˚গোলক ডেকাৰ নাও। ˚ৰমনী ভূঞাৰ নাওৰ গুৰিয়াল আছিল ˚ৰাঘব ভূঞা, ˚ৰত্নেশ্বৰ চৌধুৰী; আগুৱাল আছিল ˚মাধব ডেকা, ˚লোহিত ডেকা আৰু দিহা দিয়া পাঠক আছিল ˚দংশীৰাম পাঠক। ˚গোলক ডেকাৰ নাওৰ গুৰিয়াল আছিল শ্ৰীআদিত্য তালুকদাৰ, ˚হেমৰাম ডেকা; আগুৱাল আছিল ˚ৰাঙা ডেকা, ˚সিদ্ধেশ্বৰ ডেকা আৰু পাঠক আছিল শ্ৰীধৰণীধৰ ডেকা, ˚দুৰ্লভ চন্দ্ৰ পাঠক। (সংবাদদাতা শ্ৰীসৰ্বানন্দ ডেকা, সৰ্থেবাৰী)। খেলনাও থকা মানুহৰ ভিতৰত আন এজন হ'ল নামশালা গাওঁৰ ˚সতাৰাম ভূঞা। ˚ভূঞাৰ নাওৰ গুৰিয়াল আছিল ˚নবীন চন্দ্ৰ ভূঞা, আগুৱাল হ'ল ˚দণ্ডৰাম ভূঞা আৰু গীতৰ পাঠক আছিল ˚দাসী ভূঞা, ˚হলধৰ ভূঞা। এই অঞ্চলৰ লেখত ল'বলগীয়া আন এখন নাও হ'ল কাৱাকুছি গাওঁৰ ˚যোগেন্দ্ৰ মেধিৰ খেলনাও। এই নাওৰ গুৰিয়াল আছিল ˚মহাদেৱ মেধি; আগুৱাল আছিল ˚খৰ্গেশ্বৰ ডেকা আৰু দিহা দিয়া পাঠক আছিল ˚গোপাল পাঠক। (উক্ত নাও দুখনৰ সংবাদদাতা হ'ল শ্ৰীসতীশ চন্দ্ৰ শৰ্মা (ব্যাকৰণ শাস্ত্ৰী) আৰু শ্ৰীসৰ্বানন্দ ডেকা, কাৱাকুছি)।

আঞ্চলিক ভিত্তিত নাওখেলসমূহ খেলোৱা হৈছিল সৰ্থেবাৰীৰ আল্‌পা নদীত (বৰ্ত্তমান সৰ্থেবাৰীৰ বাছষ্টেণ্ডৰ পৰা কাৱাকুছি গাওঁৰ পদশিলা থকা স্থানলৈ) বৰকাপলাত মনোহৰদেৱৰ তিথিত, ৰাউলী সত্ৰৰ তাভা বিলৰ কাষত আৰু বৰ্ত্তমান বেলবাৰীৰ সাতকুৰাৰ দলঙৰ পৰা ৰাউলী গাওঁৰ দলঙলৈ, গহিয়াৰ পশ্চিম দিশত আৰু নগাওঁৰ পূৰ্ব দিশত মৰা চাউলখোৱাত। ইয়াৰ বাহিৰেও জ্ঞাত-অজ্ঞাত বেলেগ বেলেগ ঠাইতো বছৰত নাওখেল পতাৰ দৃষ্টান্ত সৰুক্ষেত্ৰী অঞ্চলত অনেক পোৱা যায়।

নাওখেল খেলিবলৈ যোৱা, খেল খেলি ঘৰলৈ উভতি অহা আৰু প্ৰতিযোগিতাত হৰা-জিকা হ'লে বিজয়ী হোৱা নাওখনৰ মানুহে পৰাজিত হোৱা নাওৰ মানুহক উপলুঙা কৰা আদি নানান বিষয়ক গীত আছে। নাওখেলৰ প্ৰায়বোৰ গীতেই ৰাম-সীতা, কৃষ্ণাৰ্জুন, ৰাধা-

কৃষ্ণ আদিৰ নাম উল্লেখ কৰি ৰচা গীত। তলত দুই এটা গীতৰ নমুনা দাঙি ধৰা হ'ল ঃ

নাও খেলিবলৈ যোৱা আৰম্ভণী গীত—

হৰিবোল হৰিবোল হৰিবোল

দিহা ঃ বনবাসে অৰ্জুন চলিলা হৰি এ হে (দুবাৰ গায়)

পদ ঃ অৰ্জুনে বোলন্ত কৃষ্ণ কৃপাময়।
বন্ধুগণ দেখ শোকে দহয় হৃদয়।।
সকল শৰীৰ কম্পি লোম শিহৰিল।
হস্তৰ গাণ্ডীৱ ধনু খহিয়া পৰিল।।
নোৱাৰো ধৰিতে ধনু স্থিৰ নোহে মন।
তালু ওষ্ঠ শুকাইল নসৰে বচন।।

❖ ❖ ❖ ❖ ❖ ❖ ❖

প্ৰতিযোগিতামূলক গীত—

অ' হে হৰিবোল বোলৰে
কৃষ্ণ আছে কালীৰ জলে
তাতে কিবা হ'ল .............. হৰিবোল।
এ আজ্জুবা, হে হেইও হা (এই বুলি নাওৰ কৰীত গুৰি মাৰে)
এক শিশু মৰি আছে
কালীৰ জল খাই ......... হৰিবোল
ক্ৰোধ কৰি নাৰায়ণে জাম্প দিলা যাই।।
কালীৰ শিৰত ভৰ দিলা দামোদৰ।
ক্ৰোধ কৰি কালীৰ নাগে মাৰিলা কামোৰ।।
........... এ হৰি বোল বোলৰে ..........।

এনেকৈ গাই গাই যোৱাৰ পিছত গীতটো ভাঙি দিয়া হয় ঃ

অ' মোৰ ভায়াই মাৰা
হইছো ভায়া
হইছো ভায়া। এনেকৈ একেৰাহে বহুত বাৰ গায়।

প্ৰতিযোগিতাত বিজয়ী দলে পৰাজিত দলক উদ্দেশ্যি গোৱা গীত ঃ

কি চাই আছিলা ভায়া কি এহে



ৰাৱণে হৰি নিলা সীতা কি এহে।

❖ ❖ ❖ ❖ ❖ ❖ ❖

নাওখেলৰ পৰা উভতি অহা গীত ঃ

দিহা ঃ ঘাটে নাও চাপে দিয়া অ' বনমালী
আমি একো নাজানো অবোধ ছুৱালী।। (চাৰি পাঁচবাৰ গাব লাগে)

পদ ঃ গধূলি সময় ভৈলা সকল ছোৱাল।
হৰিক ভজিয়া সবে চলহ সত্তৰ।।
আন চিন্তা এৰি সবে হৰিক সুমৰি।
পাতক চাৰক ডাকি বোলা হৰি হৰি।।
হইছো ভায়া
হইছো ভায়া
হইছো ভায়া

এ হেইও হা এ আৰজ বা। (উক্ত গীতকেইটা শ্ৰীনবীন চন্দ্ৰ পাঠকৰ পৰা সংগ্ৰহ কৰা)

কালক্ৰমত সৰুক্ষেত্ৰী অঞ্চলত নাওখেল নোহোৱা হ'ল আৰু খেলনাওবোৰো আজি লুপ্ত হ'ল যদিও সৌ সিদিনালৈকে বৰপেটাৰ কাছাৰী ঘাটত স্বাধীনতা দিৱসত নাওখেল প্ৰতিযোগিতা চলি আছিল। এই স্বাধীনতা দিৱসত খেলোৱা গহিয়া গাওঁৰ ˚ভোকোৰাম বড়োৰ খেলনাওখন আজিও পৰিত্যক্ত অৱস্থাত আছে। এই নাওখনে স্বাধীনতা দিৱসত আৰু বিভিন্ন প্ৰতিযোগিতাত পুৰস্কাৰ হিচাপে লাভ কৰা চিল্ড, কাপসমূহ নিজ ঘৰত সংৰক্ষিত হৈ আছে। প্ৰবাদ আছে যে ˚ভোকোৰাম বড়োৱে মৃত্যুৰ আগমুহূৰ্ত্তত পুত্ৰসকলক নাওখন নিচিহ্ন নকৰিবলৈ উপদেশ দি থৈছিল। তেওঁলোকৰ ঘৰত আজিও খেলনাওৰ প্ৰতীক হিচাপে নাওখন ৰৈ আছে।

পৰিশেষত নাওখেলৰ সংস্কৃতি আজি মানুহৰ সাধুকথাত পৰিণত হৈছে। সময়ৰ সোঁতত এনেকুৱা সাতামপুৰুষীয়া পুৰণা সংস্কৃতিবোৰ এটি এটিকৈ লোপ পাই আহিছে। সময়ৰ বুকুত পোত খাই থকা লোক-সংস্কৃতিবোৰ উদ্‌ঘাটন কৰি কিতাপ আকাৰে লিপিবদ্ধ কৰিব পাৰিলে অসমৰ সংস্কৃতিৰ পথাৰখন চহকী হৈ পৰিব।●

# বৰপেটাৰ 'বৈঠকী'

❑ দ্বিজেন্দ্ৰনাথ দাস

অসমীয়া সমাজ ব্যৱস্থাত বিয়া হৈছে এক অন্যতম মাংগলিক অনুষ্ঠান। অসমীয়া সমাজে বিয়াক সংস্কৃতি বুলিও গণ্য কৰি আহিছে। কাৰণ বিয়াত যি ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পৰম্পৰা আদি পালন কৰা হয়, সেই সমূহত প্ৰকৃততে সংস্কৃতিৰ স্বাক্ষৰ প্ৰতিফলিত হোৱা দেখা যায়। উদাহৰণস্বৰূপে ক'ব পাৰি - বিয়ানাম বা বিয়াগীত, (বিয়ানামৰ লগত খিচাগীত, জোকৰ, পানী তোলা গীত ইত্যাদি), জোৰণ, বিবাহ কাৰ্য্য ইত্যাদিত প্ৰতিফলিত হয় সংস্কৃতিৰ প্ৰকাশ। অৱশ্যে আজিৰ পৰিবৰ্ত্তনশীল যুগত ক্ৰমান্বয়ে বিয়াৰ লগত প্ৰতিফলিত হোৱা সংস্কৃতিসমূহৰ এক ৰূপান্তৰ ঘটা বুলি ক'ব পাৰি। আজি হৈছে পৰিবৰ্ত্তনশীল যুগ। পৰিবৰ্ত্তনশীল সমাজ ব্যৱস্থাত আজি বিজতৰীয়া সংস্কৃতি কিছুমানে গা কৰি উঠিছে। তাৰে মাজত তাহানিৰ বিবাহ-অনুষ্ঠানসমূহত প্ৰতিফলিত হোৱা সংস্কৃতি বৰ্ত্তি থকাটো তেনেই দুৰূহ হৈ পৰিছে। ই সমাজ পৰিবৰ্ত্তনৰেই প্ৰতিফল। সমাজ পৰিবৰ্ত্তনৰ লগে লগে মানুহৰো ধ্যান-ধাৰণা, ৰীতি-নীতি আদিৰো ক্ৰমশঃ সলনি হৈ গৈছে। ফলস্বৰূপে সমাজত চলা উৎসৱ-অনুষ্ঠান আদিৰ পদ্ধতিসমূহৰো আজি পৰিবৰ্ত্তন হৈছে। তাহানি কালৰ বিবাহ আদিত যেনেদৰে ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পৰম্পৰা আদি পদ্ধতিসমূহ পৰিবৰ্ত্তন কিম্বা বিলোপ সাধন ঘটিছে ঠিক তেনেকৈ আমাৰ সমাজ ব্যৱস্থাত বিয়াৰ লগত প্ৰচলিত 'বৈঠকী' নামৰ অনুষ্ঠানটিও লুপ্ত হৈ গৈছে।

'বৈঠকী' বা 'বৈঠগী' হৈছে সংগীতৰ এক অনুষ্ঠান নাইবা সংগীতৰ মজলিছ নাইবা সংগীতৰ এক আসৰ বুলি কোৱা হয়। 'বৈঠকী' বৰপেটা চহৰ আৰু আশে-পাশে থকা অঞ্চলৰ বিশেষত প্ৰচলিত অনুষ্ঠান। সংস্কৃতিৰ প্ৰকাশ ঘটা 'বৈঠকী' বৰপেটাৰ এক বিৰাট জনপ্ৰিয় লোক-সংস্কৃতিৰ অনুষ্ঠান। ই অসমীয়া লোক-সংস্কৃতিৰ এক অন্যতম



সম্পদ বুলি ক'ব পাৰি। আধুনিকতাৰ প্ৰভাৱে বিজতৰীয়া সংস্কৃতি কলুষিত কৰা আমাৰ সমাজত 'বৈঠকী' অনুষ্ঠানটি আজি লুপ্তপ্ৰায় বুলি ক'ব পাৰি। 'বৈঠকী' বিয়াৰ আগদিনাৰ নিশা অনুষ্ঠিত হোৱা সংগীতৰ অনুষ্ঠান। আগতে বিয়া তিনিদিনীয়া কাৰ্য্যসূচীৰে অনুষ্ঠিত হৈছিল। তাৰে 'শুইন' নামৰ দিনটোৰ নিশা এই আয়োজন বিয়া ঘৰৰ গৃহস্থই কৰিছিল। অৱশ্যে তাৰ পৰৱৰ্ত্তী সময়ৰ পৰা দুদিনীয়া কাৰ্য্যসূচীৰে অনুষ্ঠিত বিয়াৰ আগনিশা এই আয়োজন হৈছিল। ৰভাৰ তলত বিয়াগীত নাগালে বিয়াখন শুৱনি নলগাৰ দৰে 'বৈঠকী' নহ'লেও বিয়াখন নজমে বুলি কয়। 'বৈঠকী' হয় বিয়াৰ ৰভা তলীত। 'শুইন'ৰ নিশা বা বিয়াৰ আগনিশা হোৱা বৈঠকীত বিভিন্নজনে বিভিন্ন ধৰণৰ গীত পৰিবেশন কৰে। ৰভাৰ তলত ঠিক মাজতে গায়ক আৰু বাদ্যযন্ত্ৰীসকলে 'আঁসৰ' পাতি বহি লৈ নানান ধৰণৰ গীত পৰিবেশন কৰে আৰু তাৰে চাৰিওফালে বিয়া ঘৰৰ আত্মীয়-স্বজন আৰু বিভিন্ন দৰ্শকসকলে বহি গীত উপভোগ কৰে। গায়কসকলে গীত পৰিবেশন কৰি থকা সময়তে গীত অনুযায়ী গায়কসকলৰ এজনে 'বাঃ বাঃ, বাঃ বাঃ'কৈ চিঞৰে। ইয়াক 'বাহাৰ' দিয়া বুলি কোৱা হয়। গীত গোৱা পৰ্ব চলি থাকোঁতে বিয়া ঘৰৰ গৃহস্থই দৰ্শক, শ্ৰোতা আৰু আত্মীয়-স্বজনক চাহ-মিঠাই খুৱাই-বুৱাই আপ্যায়িত কৰে। 'বৈঠকী' অনুষ্ঠান সঁচাকৈয়ে সংগীতৰ এক সুন্দৰ মজলিছ। তাহানিৰ হিন্দু ৰাজা-জমিদাৰ নাইবা মুছলমান ৰজাসকলৰ ৰাজপ্ৰসাদত চলা গীত-নৃত্যৰ মজলিছতকৈও বৰপেটাৰ 'বৈঠকী'ৰ এক বিশেষ বৈশিষ্ট্য আছে বুলি ক'ব পাৰি। কাৰণ 'বৈঠকী'ত গীতৰ লগত কোনো নৃত্য নচলে। তদুপৰি ৰজা বা জমিদাৰে আমোদ-প্ৰমোদৰ বাবেহে গীতৰ মজলিছৰ আয়োজন কৰিছিল। কিন্তু 'বৈঠকী' তেনেকুৱা নহয়। সি যিকি নহওঁক, বৈঠকী বৰপেটাৰ এক অন্যতম পৰম্পৰা তথা লোক-সংস্কৃতি। 'বৈঠকী'ৰ জৰিয়তেই সৃষ্টি হৈছিল ভালেমান কণ্ঠ শিল্পী তথা বাদ্যযন্ত্ৰী। এক উল্লেখযোগ্য কথা হৈছে বৈঠকীত কোনো বিখ্যাত গায়ক-গায়িকাই গীত নাগাইছিল; গাইছিল সংগীতৰ প্ৰতি আস্থা থকা কিছুমান অখ্যাত গায়ক-গায়িকাই। অৱশ্যে পাছলৈ এই অখ্যাত গায়ক-গায়িকাসকলৰ মাজৰ পৰা কেইবাগৰাকীয়ো সংগীতজ্ঞ তথা জনপ্ৰিয় গায়কলৈ পৰিগণিত হৈছে।

'বৈঠকী' অনুষ্ঠানটি বৰপেটাত এতিয়া প্ৰায় নাইকিয়া হ'লেও এসময়ত ৰাইজৰ মাজত অতি জনপ্ৰিয় আছিল। বৰপেটাৰ উপৰিও বৰপেটাৰ ওচৰ-পাজৰৰ অঞ্চল বিশেষত এই অনুষ্ঠানটিৰ প্ৰচলন আছিল বুলি ক'ব পাৰি। বিয়া আহিলেই বৰপেটাৰ গৃহস্থ লোকৰ আৰু আত্মীয়-স্বজনৰ মাজত প্ৰথমেই মনলৈ আহে 'বৈঠকী'ৰ কথা। বিয়াৰ কিছুদিন আগৰ পৰাই গৃহস্থ আৰু ওচৰ-চুবুৰীয়া লোকৰ মাজত আলোচনা-বিলোচনা চলে — কোন কোন গায়কক গান গাবলৈ মাতিব, কোন কোন দলক মাতিব, কোন 'অষ্টাদ'ক মাতিব নাইবা সেই অস্তাদে কি কি গীত পৰিবেশন কৰিব ইত্যাদি। উল্লেখ কৰিবলগীয়া যে তাহানিৰ 'বৈঠকী'ত গীত গাই ফুৰা বৰপেটাৰ একোটা দল সৃষ্টি হৈছিল। এই দলসমূহত কেইবাজনো গায়ক-গায়িকা থকাৰ উপৰিও বাদ্যযন্ত্ৰীও আছিল। দলবোৰৰ কোনো বিশেষ নাম নাছিল যদিও আমি জনামতে 'দাবানল' পাৰ্টি বুলি এটা দল সেই সময়তে গঢ়ি উঠিছিল। এই দাবানল পাৰ্টি বৰপেটাৰ এটি বিখ্যাত নাট্যদল আৰু 'বৈঠকী' কৰি ফুৰা বিখ্যাত দল বুলি জনা যায়। দাবানল পাৰ্টিৰ উপৰিও অসংখ্য গায়কে নিজাববীয়াকৈয়ে গীত পৰিবেশন কৰিছিল। তদুপৰি দলবোৰত থকা গায়ক তথা বাদ্যযন্ত্ৰীসকলে বৰপেটাত বিয়া ঘৰে বিয়া ঘৰে গীত গাই ফুৰাৰ উপৰিও আন ঠাইতো গীত পৰিবেশন কৰি ফুৰিছিল। বৰপেটাৰ বিখ্যাত 'দাবানল' পাৰ্টিয়ে বৈঠকীত গীত পৰিবেশন কৰাৰ উপৰিও বিয়া ঘৰত যাত্ৰা গান আদিও কৰিছিল। উল্লেখযোগ্য যে বৈঠকীত গীত পৰিবেশন কৰা গায়কসকলে বিয়া ঘৰত গীত পৰিবেশন কৰি কেতিয়াবা গোটেই নিশা কটাই ৰাতিপুৱাহে 'বৈঠকী' সমাপ্ত কৰি ঘৰলৈ উভতিছিল। গায়কসকলে কেতিয়াবা সন্ধিয়া, নিশা আৰু পুঁৱতি নিশা এই তিনিটা সময়ৰ লগত সংগতি ৰাখি গীত পৰিবেশন কৰিছিল। সন্ধিয়া আৰু পুঁৱতি নিশা ধৰ্মীয় গীত আৰু লোকগীত আদিয়ে বেছিভাগ গাইছিল। 'বৈঠকী'ত যোগদান কৰা দল বা গায়ক-বাদ্যযন্ত্ৰীসকলে গীত পৰিবেশন কৰা বাবদ গৃহস্থ ঘৰৰ পৰা কোনো মাননি আদি নলৈছিল। কাচিৎহে গৃহস্থই জোৰ কৰি কিবা দিলেহে কিছুমানে মাননি আদি লৈছিল। উল্লেখযোগ্য যে বৈঠকীসমূহত যিবিলাক গীত পৰিবেশন কৰা হৈছিল সেইসমূহ গীতৰ প্ৰায়ভাগ সেই সময়ৰ গায়ক তথা আন



কিছুমান লোকে ৰচনা কৰা। গীতসমূহৰ ভিতৰত আধুনিক গীতৰ উপৰিও হাস্যৰসাত্মক, ৰাগসংগীত আৰু ব্যঙ্গাত্মক গীতৰ প্ৰাধান্য আছিল। বিশেষকৈ হাস্যৰসাত্মক আৰু ব্যঙ্গাত্মক গীত 'বৈঠকী'ত গালে গৃহস্থ, দৰ্শক-শ্ৰোতাসকলে বৰ ভাল পাইছিল। সন্তুষ্ট হৈ কিছুমানে গায়কক ব্যক্তিগতভাৱে মাননি আদিও যাচিছিল। 'বৈঠকী'ৰ জৰিয়তে যিবিলাক গীত সৃষ্টি হৈছিল সেই গীতবোৰ অসমীয়া গীতি সাহিত্যৰ এক অন্যতম সম্পদ। কিন্তু গীতসমূহৰ সংৰক্ষণৰ অভাৱত বেছিভাগ গীত কালৰ গৰ্ভত হেৰাই গৈছে। আন এক উল্লেখযোগ্য কথা হ'ল সেই সময়ৰ 'বৈঠকী'ত ঘাইকৈ বাংলা ভাষাৰ গীতৰ প্ৰাধান্য বেছি আছিল যদিও ই ত্ৰিশৰ দশকৰ পিছৰ পৰা কমিবলৈ ধৰে। স্বাধীনতাৰ পৰৱৰ্ত্তী সময়ৰ পিছৰ পৰা বাংলা গীত 'বৈঠকী'ত নাছিলেই যদিও দুই-এটা বাংলাগীত গায়কসকলে নোগোৱাকৈ থকা নাছিল। কাৰণ বাংলাগীত বৈঠকীত নাগালে বৈঠকীৰ মজলিছ নজমে বুলি বহুতে কয়। বাংলাগীত পৰিবেশনৰ সময়ত শ্ৰোতা মুগ্ধ হয়, আনন্দত সকলোৱে গা নাচি উঠিছিল।

বৰপেটাৰ 'বৈঠকী' অনুষ্ঠানৰ জৰিয়তে সৃষ্টি হৈছিল অসংখ্য গায়ক তথা বাদ্যযন্ত্ৰী। বৰপেটাৰ 'বৈঠকী'ৰ লগত জড়িত থাকি গীত পৰিবেশন কৰি কেইবাজনো গায়কে ইতিমধ্যে বিখ্যাত গায়কৰূপে পৰিগণিত হৈছে। স্বৰ্গীয় ৰাঘৱ দাস, *যোগেশ চন্দ্ৰ ভৰালী, ৰামেশ্বৰ পাঠক, মহানন্দ দাস, *পুৰুষোত্তম দাস, গোকুল পাঠক আদি বিশিষ্ট গায়ক তথা সংগীতজ্ঞসকলেও বৰপেটাৰ বৈঠকীৰ লগত ওতপ্ৰোতঃভাৱে জড়িত থাকি গীত গাই ফুৰিছিল। ইয়াৰ উপৰিও তাহানি বৈঠকীৰ লগত জড়িত থাকি বিয়াঘৰে বিয়াঘৰে ফুৰা গায়ক তথা বাদ্য-যন্ত্ৰীসকলৰ ভিতৰত আছিল - নাৰায়ণ দাস, স্বৰ্গে অস্তাদ, নবীন মাষ্টানী, ফকিৰচাঁদ, কৃষ্ণকান্ত দাস, গোবিন্দ অস্তাদ, অম্বিকাচৰণ মজুমদাৰ, ৰামশংকৰ কাকতি, সত্যকৃষ্ণ মিশ্ৰ, জীৱননাথ দাস, ফটিক বায়ন (তবলা বাদক), মথুৰামোহন দাস, কৃষ্ণবাপু (কলাবাপু), দীন কাৰিকৰ, দ্বাৰিকা ওঁজা (বিখ্যাত ঢোলবাদক), দীনবন্ধু দাস (হুদুমহৰী), ভগবান দাস, হৰেন্দ্ৰ ৰায়চৌধুৰী (খন্টি), মন্তি অস্তাদ, গোবৰ্দ্ধন দাস, বলো দাস, ৰামো মেনেজাৰ (তবলা বাদক), ৰমেশ দাস, ফুকন বায়ন,

উপেন বায়ন, মনোৰঞ্জন দাস, ভূপাল দাস, গোপী দাস (অস্তাদ), হৰমোহন বণিক্য (তবলা, ঢুলকী), ভেদক দাস, উপেন দাস (ভেবল ড্ৰাইভাৰ), মাধৱ নাথ (ভবানীপুৰ) আদি। এইসকলৰ আন বহুতো গায়ক আৰু বাদ্যযন্ত্ৰী বৰপেটাৰ 'বৈঠকী'ৰ লগত জড়িত আছিল যিসকলৰ তথ্যপাতি কোনো ক্ষেত্ৰতে পোৱা নাযায়। 'বৈঠকী' গানৰ লগত যিসকল গায়ক জড়িত আছিল ইহ সংসাৰত তেওঁলোকৰ বহুতে এতিয়া নাই। মনে-প্ৰাণে সংগীতক ভাল পোৱা এই সু-শিল্পীসকল প্ৰচাৰৰ অভাৱৰ বাবেই অসমত বিশেষ সুখ্যাতি অৰ্জন কৰিবৰ সমৰ্থ নহ'ল বুলি বহু সংগীতজ্ঞই এতিয়া ক'ব খোজে। কিন্তু তেওঁবিলাকক বৰপেটীয়া ৰাইজে সেই সময়ত বিখ্যাত সংগীত-শিল্পী বুলি স্বীকৃতি দিছিল বুলি জনা যায়। সংগীতপ্ৰেমীসকলে বহুতো গায়কক 'অস্তাদ' আখ্যাও দিছিল। তেওঁলোকে বৰপেটা অঞ্চলত এতিয়াও অস্তাদ বুলি জনাজাত। 'বৈঠকী'ত গীত পৰিবেশন কৰি নাইবা বাদ্য-যন্ত্ৰ বজাই গায়কসকলে এই আখ্যা পাইছিল।

'বৈঠকী'ত গীত গাই ফুৰা সময়ৰ জনপ্ৰিয় গায়ক স্বৰ্গীয় ৰমেশ দাসক লগ পাই তেখেতৰ পৰা কেইবাটাও গীত শুনাৰ সৌভাগ্য এই লেখকৰ হৈছিল। সেই গীতৰ নমুনা তলত উল্লেখ কৰিছো —

(১) কাহাৰবা

'সুদূৰত আঁৰে আঁৰে
যমুনাৰ পাৰে পাৰে
কি নিৰিখি ফুৰা হেৰা
চতুৰ কানাই
হে চতুৰ কানাই .........।' (ৰচনা ঃ অৰ্জুন চন্দ্ৰ দাস)

(২) কাহাৰবা (বাংলা)

'কালিনাম কৰো সাধনা
এক মন আমাৰ
সেই নামেৰে পাপ হৰি মা
সেই নাম কৰো সাধনা .........।'

(৩) কাহাৰবা (বাংলা)

'আমিতো তোমাৰি



হতে না পাৰিনি
তুমি কেন আমাৰ হওনা
আমিতো তোমাৰি ডাকিতে জানিনা
তুমি কেন ডেকে লওনা ..........।'

উক্ত গীতকেইটা আছিল সেই সময়ৰ অতি জনপ্ৰিয় 'বৈঠকী' গীত। এনেকুৱা অসংখ্য জনপ্ৰিয় গীত গায়কসকলে 'বৈঠকী'ত পৰিবেশন কৰিছিল আৰু সৃষ্টি হৈছিল অগণন গীত। কিন্তু কালৰ গৰ্ভত সেই গীতবিলাক হেৰাই যায় একমাত্ৰ সংৰক্ষণৰ অভাৱত। তেনেদৰে 'বৈঠকী'ও আজি হেৰাই যোৱা বুলি ক'ব লাগিব। তাহানিৰ দৰে সংগীতৰ এই সুন্দৰ অনুষ্ঠানটি বিয়াসমূহত আজি নহয়। মানুহে যেন বৈঠকীৰ কথা সমূলি পাহৰি গৈছে। নতুনচামে 'বৈঠকী'ক যিধৰণে ৰাখিব পাৰিব লাগিছিল প্ৰকৃততে পৰা নাই। এই সংগীতৰ অনুষ্ঠানটিৰ ১৯৬০ চনলৈকে বৰকৈ প্ৰচলন আছিল। ১৯৭০ চনলৈকেও কিছু পৰিমাণে চলি আছিল। তাৰ পিছৰ পৰাহে 'বৈঠকী'ৰ আয়োজন নোহোৱা হয়। অৱশ্যে অতি সম্প্ৰতি দুই-এখন বিয়াত সংগীতৰ প্ৰতি বিশেষভাৱে জড়িত ব্যক্তিৰ বিয়া উপলক্ষে আগনিশা 'বৈঠকী'ৰ আয়োজন চলা দেখা যায়। এই অনুষ্ঠানটিৰ বিয়াসমূহত পূৰ্বৰ দৰে আয়োজন হওঁক। আমাৰ সংগীতপ্ৰেমী তথা সংগীতৰ লগত জড়িত ব্যক্তিসকলে 'বৈঠকী' অনুষ্ঠানক অধিক প্ৰচলন কৰাৰ বাবে যত্ন কৰা দৰ্কাৰ।●

# বৰপেটা জিলাৰ এটি লোকবিশ্বাস

□ কৰুণা দত্ত

বৰপেটা জিলাখন অসমৰ এক ক্ষুদ্ৰ সংস্কৰণ বুলিব পাৰি। বিভিন্ন ভাষা-ভাষী, ধৰ্ম্ম-সম্প্ৰদায়ৰ লোকে ইয়াত বাস কৰি আছে। এই সকলৰ মাজত সুকীয়া-সুকীয়া লোকবিশ্বাস বা জনবিশ্বাস থকা আমি দেখা পাওঁ। উদাহৰণস্বৰূপে যেতিয়া খেতিয়কসকলে খৰাং বতৰৰ বাবে কৃষি কাৰ্য্য সম্পূৰ্ণ কৰিব নোৱাৰা হয়, তেতিয়া বৰষুণৰ প্ৰাৰ্থনা কৰি থলুৱা অসমীয়া সমাজত ভেকুলীৰ বিয়া পতা নাইবা ঢেঁকী ওপৰমুৱাকৈ পুতি বৰুণ দেৱতাক পূজা কৰে। বৰপেটা জিলাৰ বিভিন্ন স্থানত এনেবোৰ লোক অনুষ্ঠান পালন কৰা দেখা যায়।

একেদৰেই চৰ-চাপৰিসমূহত বসবাস কৰি থকা 'ন-অসমীয়া মুছলমান' সমাজতো খৰাং বতৰ হ'লে লোক অনুষ্ঠান পালন কৰা দেখা যায়। (ক) খৰাং বতৰৰ বাবে ধান আদি শষ্য ৰুব নোৱাৰা হ'লে সৰু সৰু নাঙঠ ছোৱালীসমূহে 'পেকাপেকী' খেলে। অৰ্থাৎ বোকাময় স্থানত চাৰিটা কল পুলি পুতি তাৰ মাজত এজনীক বন্ধুৱাই লৈ, তাইৰ মূৰৰ ওপৰত চালনীৰে পানী ঢালি ঢালি গীত গায় আৰু বোকা ছটিয়ায়—

" আল্লাহ মেঘ দে, পানী দে, ছাঁয়া দেৰে
আল্লাহ মেঘ দে
চাউল ধুইবাৰ পানী নাই, ডাইল ধুইবাৰ পানী নাই
হৰিচান্দে (হৰিশ্চন্দ্ৰ)ৰ গোপালৰে
ই ঘাটে পানী নাই, ও ঘাটে পানী নাই
হৰিচান্দেৰ গোপালৰে।
অধৰে মেঘ ছাইৰা দে
আল্লাহ মেঘ দে, পানী দে, ছাঁয়া দেৰে।"

এনেদৰে 'পেকপেকী' খেলাৰ পাছত বৰষুণ হয় বুলি বিশ্বাস।



(খ) ক'ৰবাত আকৌ ঢেঁকী চুৰ কৰি নি লুকাই থয় বৰষুণ নহালৈকে। (গ) এই সমাজত প্ৰচলিত আন এক ধৰ্ম্মীয় আৰু লোক বিশ্বাসৰ দ্বাৰাও বৰষুণৰ বাবে প্ৰাৰ্থনা কৰা দেখা যায়। এই অনুসৰি যেতিয়া বতৰ বৰ খৰাং হয় আৰু পানীৰ অভাৱত খেতি কৰিব নোৱাৰা হয়, পথাৰৰ মাটি চিঁৰাল ফটা দিয়ে, তেতিয়া গাঁৱৰ মুৰব্বীয়ে পথাৰত সমূহীয়া নামাজৰ আয়োজন কৰে। প্ৰতিঘৰ লোকৰে ব্যক্তি এই নামাজত উপস্থিত থাকে লগতে এই নামাজৰ সময়ছোৱাত গাঁৱৰ কোনোগৰাকী মাতৃয়ে শিশুক স্তন পান নকৰায়, মানে কৰোৱাটো নিষেধ। আনহাতে পথাৰত ওলোটাকৈ 'মোনাজাত' ধৰি সমূহীয়া নামাজ কৰি প্ৰতিজন ব্যক্তিয়ে নিজৰ নিজৰ পাপৰ আত্মসমালোচনা কৰে। লগতে আল্লাহ-তালাৰ ওচৰত প্ৰাৰ্থনা জনায় বৰষুণৰ বাবে। এই নামাজ বৰ কষ্টকৰ। আকাশত মেঘে গিৰ্জনি নমৰালৈকে পথাৰত নামাজ কৰোঁতাসকলে অনুশোচনাত দগ্ধ হৈ চিএঞৰ-বাখৰ লগাই থাকে, ইফালে মাতৃদুগ্ধ বিচাৰি গাঁৱৰ শিশুসকলে হাঁহাকাৰ কৰিব ধৰে। এনে কৰিলে আল্লাহ সন্তুষ্ট হৈ সজোৰে বৰষুণ দিয়ে। পথাৰ পানীৰে উপচি পৰে। কৃষি জীৱনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত এইবোৰ লোকবিশ্বাস।

ইয়াৰোপৰি জিলাখনৰ বিভিন্ন স্থানত মানি চলা আৰু পালিত হৈ অহা লোকবিশ্বাসসমূহৰ ভিতৰত অন্যতম হ'ল - (১) গণককুছি থানত থকা ৰঙিয়াল ফুলৰ তলত কাপোৰ দিলে সন্তানহীন দম্পতীৰ সন্তান লাভৰ জনবিশ্বাস। (২) সৰভোগৰ শ্ৰীশ্ৰীগৰখীয়া গোঁসাইৰ থানত মানস কৰিলে মানুহৰ সিদ্ধি লাভ। (৩) গণককুছি ন-সত্ৰ বাসুদেৱ থানত ৰাইজৰ মঙ্গলাৰ্থে মহা ধুমধামেৰে এজোপা ধোপ বা আঁহত গছৰ লগত আন এজোপা পাকৰী গছৰ বিয়া পতা হৈছিল। এতিয়াও গছ দুডাল যুগ্মভাৱে বৰ্ত্তি আছে। (৪) বিয়াৰ নিশা দৰাই বিয়া কৰাবৰ বাবে কইনা ঘৰলৈ যোৱাৰ আগমুহূৰ্ত্তত চালৰ ওপৰত এগছি বন্তি জ্বলাই এটি কলৰ দোনাত বুট-মুগ অলপ দি মহামুনি নাৰদলৈ আগবঢ়ায়, যাতে বিয়াত একো খাম-খেয়ালি নালাগে বা অপায়-অমঙ্গল নঘটে। ইয়াক 'নাৰদ মতা' বোলে। এই কাম কইনাঘৰীয়াইও কৰে। (৫) বিয়াত কইনা ঘৰৰ পদূলি মুখৰ কলৰ গছত আঁৰি দিয়া সৰু মালাত চাকিৰ মাজত লুকাই ৰখা তামোল-পাণ দৰাৰ আপোনজনে সংগ্ৰহ কৰি লোৱা,

দৰা-কইনাক মাহ-হালধিৰে ধুওৱা, পানীতোলা, সুঁৱাগুৰি তোলা, এনে মঙ্গলময় কাজত সন্তানহীন নাৰী, বিধৱাক আঁতৰাই ৰখা আদি লোকবিশ্বাসৰ ওপৰত ভিত্তিশীল। (৬) সচৰাচৰ প্ৰতিজন লোকৰ মনৰ মাজতে কিছুমান লোকবিশ্বাসে ক্ৰিয়া কৰি থকা দেখা যায়। যেনে- ক'ৰবালৈ যাত্ৰা কৰাৰ সময়ত পিছফালৰ পৰা মাত দিয়া, ৰাতিপুৱা কাউৰীয়ে কেৰকেৰাই মাতি থকা, বিধবা তিৰোতা দেখা, ব্ৰাহ্মণ লোক দেখা, খালী পাত্ৰ দেখা, ডাড়ি-গোঁফ নথকা, কুলক্ষণীয়া পুৰুষ দেখা ধাৰণা আৰু যাত্ৰা অশুভ জ্ঞান আদি লোকবিশ্বাসৰ ওপৰত নিৰ্ভৰশীল যদিও ইয়াক অন্ধবিশ্বাস বুলিও ধৰিব পাৰি। (৭) একেদৰে যাত্ৰাকালত যোৰ সংখ্যক শালিকী দেখা, মৰা মানুহ দেখা পোৱা, ভৰা কলহ দেখা পোৱা, ধানৰ খৰাহী বা চোতালত ধান দেখা আদি শুভকাৰ্য্যৰ ইঙ্গিত বুলিও জ্ঞান কৰাটো মন কৰিবলগীয়া কথা। (৮) শিশুৰ জন্মৰ ৩দিন বা ৫দিনৰ দিনাখন নিশা বিধাতাই শিশুৰ জীৱনৰ ভাগ্য নিৰ্ণয় কৰা বিশ্বাস সকলো গোষ্ঠীৰ মানুহৰ ক্ষেত্ৰত দেখা যায়। (৯) শিশুৰ জন্মৰ পাছত নামকৰণ বা 'গণনি উৎসৱ'ত সমজুৱাক মাছ বিলাই দি মাছৰ দৰে বংশ বৃদ্ধি, টকা বিলাই দি সন্তান ধনী-মানী আৰু ঐশ্চৰ্য্যশালী হোৱা, মচলা আদি বিলাই সন্তানৰ যশ-কীৰ্ত্তি চৌদিশে মচলাৰ সুগন্ধিৰ দৰে বিয়পি পৰাৰ কামনা কৰাটোও লোকবিশ্বাসৰ অন্তৰ্গত। (১০) নদী পাৰ হ'বলৈ নাৱত উঠোতে সেৱা কৰা, নদীৰ পানীত পইচা এটি দলিয়াই দি মঙ্গল কামনা কৰা। একেদৰে চৰ-চাপৰিৰ মুছলমান সমাজেও নদীৰ পানীত নিমখ, এঁৱা গাখীৰ আদি দি, বিপদ-আপদৰ পৰা ৰক্ষা কৰিবলৈ নদীক সেৱা কৰা বিশ্বাস লোকবিশ্বাসৰ এৰাব নোৱাৰা অঙ্গ। (১১) অশোকাষ্টমীৰ দিনাখন পবিত্ৰ গঙ্গাৰ পানী আমাৰ লুইতৰ পানীত মিলি যায় বুলি এক জনবিশ্বাস আছে। সিদিনা বহৰিঘাটত বিৰাট আশোকাষ্টমী মেলা বহে। লুইতৰ পানীত স্নান কৰি পুণ্য অৰ্জন কৰাৰ উপৰি 'সখি-সখীয়তী' পাতে। (১২) উলুৱা গাঁৱত থকা শ্ৰীশ্ৰীভোগীগোঁসাইৰ থানত ৰুমাল, গামোচা দি সেৱা কৰা, বাঘবৰৰ বাঘেশ্বৰী থানত সেন্দুৰ দি সেৱা কৰা প্ৰথাও লোকবিশ্বাসৰ আধাৰত গঢ় লোৱা। (১৩) ছোৱালী পুষ্পিতা হ'লে ধুৱেনী পাতি, জপা থোৱা হয়। (১৪) গৰু, ম'হ, ছাগলী, মানুহ বা অইন কোনো সামগ্ৰী হেৰালে



'ঠিকনা' চোৱা প্ৰথা, বৰপেটা সত্ৰৰ দৌল উৎসৱৰ সুঁৱেৰীত বাঁহ ভঙাৰ পাছত সেই ঠাইৰ ধূলি বুটলি লৈ শিৰত লোৱা, ভঙা বাঁহৰ চোঁচ সংগ্ৰহ আদি কাৰ্য্যও লোকবিশ্বাসৰে ভিতৰুৱা বিষয়।

ওপৰোক্ত বিভিন্ন নীতি-নিয়ম, উৎসৱ-পাৰ্বন, সেৱা কাৰ্য্য আদিৰ উপৰিও বৰপেটা জিলাত লোকবিশ্বাসৰ অন্তৰ্গত অসংখ্য ঘটনা, কাহিনী আদি আছে। যিবোৰৰ কেৱল চমু উল্লেখেৰেই এখনি গ্ৰন্থ হোৱাৰ সম্ভাৱনা আছে।

শেষত আমি বৰপেটা চহৰৰ দক্ষিণফালে উপকণ্ঠত থকা গণককুছি থানৰ ৰঙিয়াল ফুলৰ মাহাত্ম্যৰ বিষয়ে আলোচনা কৰিম।

গণককুছি এখনি মহাপুৰুষীয়া থান। এই থান মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত। গুৰুজন শ্ৰীমন্ত শংকৰদেৱে এটি সোণৰ মুদ্ৰাৰে এজন গণকৰ পৰা এই ঠাই কিনি লৈ প্ৰিয় শিষ্য মাধৱক থাকিবলৈ দিয়ে। ইয়াত মাধৱদেৱ মহাপুৰুষে ওঠৰ বছৰৰো অধিক কাল বসতি কৰে। গুৰুজনৰ মৃত্যুৰ পাছত বাধ্য হৈ মাধৱদেৱ মহাপুৰুষজনাই সুন্দৰীদিয়ালৈ গুচি যায়। ফলত এই ঠাই হৈ ৰয় পৰিত্যক্ত। এই থানৰ দায়িত্ব তেৰাই কাৰো ওপৰত দি নগ'ল। আজিৰ পৰা প্ৰায় দুশ-আঢ়ৈশ বছৰ আগতেহে এই ঠাই উদ্ধাৰ হয়। হাবিৰ মাজত ফুলি থকা ৰঙিয়াল ফুলৰ পৰাই অনুমান কৰা হয় এইখনেই মহাপুৰুষ দুজনা গুৰুৰ মিলনভূমি গণককুছি থান বুলি।

ইয়াত থকা ৰঙিয়াল ফুলৰ মাহাত্ম্য মন কৰিবলগীয়া। অন্যান্য থান-সত্ৰত দুজনা গুৰুৰ বাসস্থান সমূহত প্ৰকাণ্ড প্ৰকাণ্ড মঠ আছে, য'ত ৰাইজে সেৱা কৰে। ইয়াত মঠ নাই। দুজনা গুৰুৰ অন্তিম মিলনৰ সাক্ষীস্বৰূপ আৰু গুৰুজন শ্ৰীমন্ত শংকৰে ইয়াতেই নিজৰ শক্তি-ভক্তি, মালা-জপ আদি সকলো মাধৱদেৱক অৰ্পণ কৰি অনানুষ্ঠানিকভাৱে ধৰ্ম্মাচাৰ্য্য পাতিছিল। একেখন শয্যাত দুয়ো শয়ন কৰিছিল, একেটি পাত্ৰৰ অন্ন দুয়ো ভোজন কৰিছিল। তাৰোপৰি ভকতৰ নিৰ্মালি জ্ঞান কৰি মাধৱদেৱৰ পাতৰ অন্ন গুৰুজনে ভোজন কৰা আদি কথাচৰিত পুথি সমূহে প্ৰমাণ কৰে।

এই থানত থকা লোকপ্ৰবাদ আৰু চৰিত পুথিত উল্লেখ থকামতে— "মহাপুৰুষ দুজনা গুৰুৰ এই থানত অন্তিম মিলন হৈছিল

আৰু একেলগে একেখন শয্যাত শয়ন কৰিছিল— য'ত নেকি মাধৱদেৱ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ দেহত বিলীন হৈ গৈছিল। পিছদিনা ৰাতিপুৱা দুজনা গুৰুৱে শয্যা ত্যাগ কৰাত শয্যাৰ ওপৰত এটি ৰঙা গুটি পৰি থকা দেখা পায়। তেতিয়া গুৰুজনৰ আজ্ঞাত শ্ৰীমাধৱদেৱে তেৰাই গা ধোৱা স্থানৰ কাষত গুটিটো পুতি থয়। শ্ৰীমন্ত শংকৰ গুৰুৱে গণককুছিৰ পৰা বেহাৰলৈ গমন কৰে। সময়ত তেৰাই পুতি থোৱা গুটিটোৰ পৰাই লহ্‌পহ্‌কৈ ৰঙিয়াল ফুলৰ জোপোহা গজি উঠিল।"

আমি ইয়াত ৰঙিয়াল ফুলৰ জন্ম বৃত্তান্ত থোৰতে উল্লেখ কৰিলো। ৰঙিয়াল ফুল এই থানৰ প্ৰধান চিনাকি। দুজনা গুৰুৰ অন্তিম মিলনৰ সাক্ষী হিচাপে আজিও এই ফুলৰ গুৰিত সেৱা কৰা, শৰাই আগবঢ়োৱা, বন্তি জ্বলোৱা আদি প্ৰথা প্ৰচলিত হৈ আছে। ইয়াৰ ফুলৰ গুৰিত সেৱা জনাই মানস কৰিলে মানুহে সিদ্ধি লাভ কৰে আৰু ইয়াত এগছি বন্তি জ্বলাই সেৱা কৰি মানস কৰামতে হেৰোৱা বস্তুও পায় বুলি এক সৰ্ব্বব্যাপক জনপ্ৰবাদ আছে।

এই জনপ্ৰবাদৰ অন্যতম হ'ল— "ফুলৰ গুৰিত কাপোৰ দিয়া প্ৰথা।" এই লোকবিশ্বাস অনুসৰি সন্তানহীন লোকে এই ফুলৰ গুৰিত বুট-মুগৰ শৰাইসহ কাপোৰ দি সন্তান কামনা কৰিলে সু-ফল লাভ কৰে। এই ফুলৰ গুৰিত উদাসীন ভকতে আগতে গাখীৰ ঢালিছিল। এই ফুলৰ পাত, ফুল আদিও উদাসীন ভকতেহে ছিঙে। এই থানত থকা উদাসীন ভকত বা 'কেউলা' শ্ৰীপ্ৰফুল্ল আতৈৰ মতে ফুলৰ গুৰিত কাপোৰ দিয়া সন্তানহীন প্ৰতিগৰাকী দম্পতিয়ে সন্তানৰ মুখ দেখা বুলি দাবী কৰে। তথাপিও আমি শতকৰা ৯৭ জন লোক উপকৃত হোৱা বুলি ধৰি লৈছো।

সন্তানহীন দম্পতিয়ে ঘপহ্‌কে কাপোৰ এখন নি ফুলৰ গুৰিত দলিয়াই দিলেই ফল প্ৰাপ্তি নহয়। ইয়াৰো এক প্ৰথা আছে। সন্তানহীনা নাৰীগৰাকীয়ে তেওঁৰ মাহেকীয়া ঋতুৰ চাৰিদিনৰ আবেলিৰ পৰা উপবাসে থাকিব লাগিব। সিদিনাই বুট, মুগ, ফল-প্ৰকৰণ আৰু এখনি মাউৰা কাপোৰ থানত উদাসীন ভকতজনক দি আহিব লাগে। পিছদিনা দম্পতিহালে গা-পা ধুই একো নোখোৱাকৈয়ে থানলৈ আহি ফুলৰ গুৰিত সেৱা জনাই সন্তানৰ কামনা কৰিব লাগে।



আগদিনাখনেই দি যোৱা মাউৰা কাপোৰখন উদাসীন ভকতজনে আগদিনা ৰাতিয়ে ফুলৰ গুৰিত পাৰি থয়। এই কাপোৰত ফুল পৰিলে কন্যা সন্তান, পাত, গুটি পৰিলে পুত্ৰ সন্তানৰ আগলি বতৰা পোৱা বুলি জনবিশ্বাস। কিবা কাৰণত একো নপৰিলে এই ভকতজনে গুটি ছিঙি আনি দুয়োকে খাব দিয়ে আৰু সিদিনা নিশা দুয়ো মুকলি মনেৰে সহবাসত লিপ্ত হ'ব লাগে। এনে কৰিলে সন্তানপ্ৰাপ্তি হয় বুলি কোৱা হয়।

একেখন শয্যাত দুজনা গুৰুই শয়ন কৰি, শ্ৰীমন্ত শংকৰ গুৰুৰ দেহত মহাপুৰুষ মাধৱদেৱ বিলীন হৈ যোৱা ঘটনাৰ ফলস্বৰূপেই শয্যাত এই ফুলৰ গুটিটোৰ প্ৰাপ্তি ঘটিছিল। সেইফালৰ পৰা ফুলজোপাৰ এক মাহাত্ম্য থকাটো বিশ্বাসযোগ্য হ'ব পাৰে। এই ফুলৰ সঁচ গণককুছি থানৰ পৰাই অন্যান্য থান-সত্ৰলৈ নিয়া হৈছিল। দুজনা গুৰুৱে ইয়াৰ সঁচ ক'ত পাইছিল জনা নাযায়।

সেয়েহে এই অলৌকিক কাণ্ডৰ ফলস্বৰূপেই দৈৱক্ৰমত ৰঙিয়াল ফুলৰ বীজ ইয়াত পোৱা কথাটো গ্ৰহণীয়। এই ফুলৰ পাত, ফুল, থান-সত্ৰসমূহত নিৰ্মালি হিচাপে দিয়া হয়।

সন্তান কামনাৰ আশাত ইয়ালৈ বৰপেটা জিলাৰ উপৰিও নলবাৰী, কামৰূপ, দৰং, শোণিতপুৰ, নগাওঁ, যোৰহাট, লক্ষীমপুৰ, ধেমাজী, ডিব্ৰুগড় আদিৰ উপৰিও কলিকতা, কাণপুৰৰ পৰা লোক আহে। সুদূৰ নেপালৰ পৰাও সন্তান কামনাৰ্থে ইয়ালৈ লোক অহা কথা জনা যায়।

আমাৰ জিলাখনৰ ভিতৰত এই থানৰ 'ফুলৰ গুৰিত কাপোৰ দিয়া প্ৰথা' এক অতি উল্লেখনীয় লোকবিশ্বাসৰ অন্তৰ্গত ঘটনা বুলি ক'ব পাৰি।●

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

*১। অসমীয়া লোক-সংস্কৃতিৰ আভাষ - ড° নবীন চন্দ্ৰ শৰ্মা*
*২। অসমৰ লোক সাহিত্য - শ্ৰীশশী শৰ্মা*
*৩। দুজনা গুৰুৰ মিলনভূমি গণককুছি থান - শ্ৰীকৰুণা দত্ত*

দিয়া নিয়ম। দিন বাৰ প্ৰশস্ত নহ'লে এদিন আগেয়ে অনুষ্ঠানটি কৰা হয়। বিয়াৰ প্ৰাক্-কালত সমাপন কৰা এই তেলৰ ভাৰ (বৰ্তমান জোৰণ শব্দটি ব্যৱহাৰ কৰা হয়) অনুষ্ঠানটিত দৰাপক্ষই পাণ-তামোল, দৈ-গুৰ, মাছ, লাউ, কাপোৰ, অলংকাৰ, তেল-সেন্দুৰ আদি সামগ্ৰীসমূহ ভাৰ বান্ধি আনিছিল বাবে ইয়াক যথাৰ্থতে তেলৰ ভাৰ আখ্যা দিয়া হৈছিল। বৰ্তমান আধুনিকতাৰ চাপ পৰি ভাৰ বান্ধি অনা প্ৰথা প্ৰায় লোপ পাইছে যদিও দুই এঠাইত এতিয়াও দেখিবলৈ পোৱা যায়। মহিলাসকলৰ বাবে অতি আনন্দমুখৰ এই তেলৰ ভাৰত গোৱা অলেখ গীত আছে। প্ৰবন্ধ দীঘল হ'ব বুলি জানি আমি মাত্ৰ দুই-চাৰিটা গীত উল্লেখ কৰিলোঁ। কইনাক তেল-সিন্দুৰ দি কাপোৰ আৰু অলংকাৰ পিন্ধোৱা প্ৰক্ৰিয়াত ঠাই ভেদে তাৰতম্য দেখা যায়।

বিয়াৰ দিনাখন ৰাতিপুৱাৰ পৰা নানা ধৰণৰ মাংগলিক অনুষ্ঠান পাতি দৰাঘৰীয়া আৰু কইনাঘৰীয়াই আগবাঢ়ি যায়। দৰা-কইনাক ধুওৱাৰ বাবে পুৱা ঢলফাঁত দিয়াৰ লগে লগে আয়তীসকলে নদী নাইবা ডাঙৰ পুখুৰীৰ পৰা পানী তোলে। চৰাই-চিৰিকতি সাৰ নৌপাওতেই পানী তোলা কাম আঁতাই পেলোৱা নিয়ম বৰ্তমান দেখা নাযায়। কাউৰী-কুকুৰে পানী খাই ঘাটৰ পানী চুৱা কৰা বুলি ৰাতিপুৱা এন্ধাৰে-পোহৰে পানী তোলা কাৰ্য মহিলাসকলৰ কৰ্ম তৎপৰতাৰ অপূৰ্ব নিদৰ্শন আছিল। গীত ঃ

"চতলতে অলিগলি মজিয়াতে বাতি
ওলে আহা ৰত্নমালা পূৱে যাই কাতি
ৰাতিতে তুলিবা পানী অৰে বিনন্দীয়া
পুৱালি পৰিব পথি পানী যাব চুৱা।
বাছি লোৱা কুমাৰৰে পাঁচটি কলহে
পাঁচটি কলহ পাঁচটি বৰণীয়া
পাঁচটি আয়তীক মাতিহে
কাষে ঘট লোৱা ৰাধা
ও শচী মাথে লোৱা মালা
যমুনাক যাবাক লগি নকৰিবা হেলা।



এ হৰি ডালিমৰে ফুল
সোণাৰে কলচী নাযায় বুৰ
যমুনাৰে বালি বগী ঢকে ঢকি
তাতে যাই কুৰুৱা চৰে
বৰৰ (কইনাৰ) মাক আবৃৰা যোথৰা পানী বুৰবা নৰে।
জল দিয়া আইদেউ জলকুঁৱেৰী
মুঠিতে আনিছো কড়িহে।

কটাৰী ভালকৈ ধৰিবা দৈৱকী
মুঠি টান কৰি কাটিবা পানী
পানী তুলি ৰাধে উলটি নাচাবা
সাগৰ পৰিব ঢলিহে।।"

দুপৰীয়া পিতৃ পুৰুষৰ শ্ৰাদ্ধ কৰি পিণ্ড দানেৰে পূৰ্ব পুৰুষৰ সৎ আশীৰ্বাদ কামনা কৰা হয়। দৰা-কইনাক মাক বা অইন সম্বন্ধীয় লোকে বোৱা আনাকাটা কাপোৰ পিন্ধিবলৈ দিয়া হয়। কইনাক দৰাপক্ষই তেলৰ ভাৰত দিয়া তেলপাত্নী (ৰঙা পাৰিৰ শাৰী) পিন্ধা নিয়ম। ভূত-প্ৰেতৰ ৰোষৰ পৰা মুক্তি পাবলৈ দৰা-কইনাৰ হাতত বেজৰ দ্বাৰা মন্ত্ৰপুত যব (আলইনা) বান্ধি দিয়া প্ৰথা প্ৰচলিত আছে। তাৰোপৰি উভয়ে হাতত দৰ্পন আৰু ছুৰী-কটাৰী লৈ ফুৰোৱা প্ৰথাও দেখা যায়।

আবেলি পৰত দৰা-কইনাক সুবিধাজনক ঠাইত আগেয়ে পুতি থোৱা কলপুলিৰ তলত বহুৱাই ধুওৱা হয়। মাহ, হালধি আৰু ৰাতিপুৱাৰ ভাগত তুলি ৰখা পানীৰে নানা ধৰণৰ ৰং-তামচাৰে দৰা-কইনাক গা ধুওৱা কামত বহুতো গীত-মাত পৰিবেশন কৰি মহিলাসকলে আনন্দ উৎসৱ কৰে। বিয়াৰ বাবে সংগ্ৰহ কৰা সামগ্ৰীসমূহত সেন্দূৰৰ ফোঁট দিয়া এটি লোক পৰম্পৰা। ইয়াৰ অন্তৰ্নিহিত অৰ্থ হ'ল দৰা-কইনা উভয়ে বহুকাল যুগ্ম জীৱন-যাপন কৰাৰ শুভ ইচ্ছা জ্ঞাপন কৰা। কইনাজনীয়ে যাতে সেন্দূৰৰ ফোঁটসহ বৃদ্ধকাললৈ জীয়াই থাকে তাৰেই কামনা। দৰা-কইনাই ব্ৰত পালন কৰি কোনো ধৰণৰ গুৰুপাকী খাদ্য গ্ৰহণ নকৰাকৈ শুদ্ধ ভাৱত থাকিব লাগে।

গীত ঃ

ফুল ফুলিছে জাতিস্কাৰ
আগতে কৰা বাপু গণেশক নমস্কাৰ
টেকেলী গলে গলে ৰঙীয়ালৰ মালাহে
আহিছে প্ৰেমেৰ বৰ ঠউগাৰে।
বাইহা ফুল থোৱা বাপু সাউজা ফুল লোৱাহে
বাহিছে প্ৰেমেৰ বৰ ঠউগাৰে
আৰু যদি ফুলে নাটে
পুৰোহিতক কোৱাহে, আহিছে প্ৰেমেৰ বৰ ঠউগাৰে
নাউমাইক নিবাক লগি হোমৰ যোগাৰ কৰাহে
বহিছে প্ৰেমেৰ বৰ ঠউগাৰে।
ঠউগা বৰ, ঠউগা কইনা কথাৰ নাপং গুৰি
আজিৰ পৰে শুদা হ'ব মিথিলা নগৰী।

গীত ঃ

আহিছে ৰামচন্দ্ৰ বহিছে হোমত।
আইদেউ শুই আছে পিতেকৰ ৰূপত।
লাহে লাহে কৰি দেউতাকে জগয়
উঠা মোৰ আইজনী আহিছে জোঁৱাই।
আহকটো আহকটো আপোনাৰ জোঁৱাই
হোমত জুই জ্বলালে দিবা মোক জগায়।

গীত ঃ

ও হৰিচন্দ্ৰ, আসন পাৰি থৈছো বহা ৰামচন্দ্ৰ
অলপো পানীতে ও হৰিচন্দ্ৰ
অলপ মেলিছে পাহিহে
ও হৰিচন্দ্ৰ, আসন পাতি থৈছো বহা ৰামচন্দ্ৰ

কন্যাদাতাই দৰাক ভালদৰে বহুৱাই দিয়াৰ পিছত আসনৰ তলত কুশেৰে তৈয়াৰী "বিষ্টৰ" পাৰি ল'ব। ইয়াৰ অৰ্থ হ'ল- "মোৰ শত্ৰুবোৰক পৰাভূত কৰি মই সহধৰ্মিনী গ্ৰহণ কৰিবলৈ ওলালো।" ভৰিৰ তলতো সেইদৰে বিষ্টৰ ল'ব। জল দেৱতাক স্মৰণ কৰি অৰ্ঘ ল'ব। মূৰত অৰ্ঘটি লগাই মন্ত্ৰ মাতি অলপ পানী পেলাই দিব। আচমনীয়ৰ দ্বাৰা অলপ



পানী মুখত লগাই বৰে ক'ব- "হে আপ, আচান্তৰ দ্বাৰা তুমি মোক তোমাৰ যশস্যাৰে যশস্বী, তেজেৰে তেজস্বী, লোকপ্ৰিয় আৰু গো প্ৰভৃতি জীৱগণৰ কল্যাণকামী কৰা।"

পিছত কন্যাদাতাৰ হাতত থকা মধুপৰ্ক চাই গ্ৰহণ কৰিব। মন্ত্ৰৰ অৰ্থ- হে মধুপৰ্ক আদিত্যই চকু দি অনুগৃহীত কৰা বাবে মই তোমাক দেখিলো আৰু সূৰ্যদেৱৰ সন্মতত অশ্বিনীকুমাৰে দিয়া বাহুৰে মই গ্ৰহণ কৰিলোঁ। বুঢ়া আঙুলি আৰু আন তিনিটা আঙুলিৰ সহায়ত মধুপৰ্ক মথি সাৰভাগ উলিয়াই এই মন্ত্ৰেৰে তিনিবাৰ গুডি মাটিত পেলাব। মন্ত্ৰৰ অৰ্থ- "খাদ্যৰ দ্বাৰা যিদৰে বল-বীৰ্য্য বৃদ্ধি হয় সেইদৰে মধুপৰ্ক পান কৰি (ঘ্ৰাণ) অতিশয় শক্তিশালী হোৱাৰ কামনা কৰিলোঁ আৰু বাকী অংশ জগতবাসী সকলো জীৱৰ বাবে ত্যাগ কৰিলোঁ।"

তাৰ পাছত আচন্ত হৈ বাওঁ হাতত পানী লৈ সোঁ হাতৰ তৰ্জনী, মধ্যমা আৰু অনামিকাৰে পানী চুই মন্ত্ৰ মাতিব — মুখ চুই ক'ব- "মোৰ উৎকৃষ্ট বাক্ শক্তি হওঁক", অঙ্গুষ্ঠ আৰু তৰ্জনীৰে নাক চুই ক'ব- "মোৰ উৎকৃষ্ট শ্বাস-প্ৰশ্বাসৰ শক্তি হওঁক", অঙ্গুষ্ঠ আৰু অনামিকাৰে চকু চুই ক'ব- "মোৰ উৎকৃষ্ট দৰ্শন শক্তি হওঁক", কাণ চুই ক'ব- "মোৰ উৎকৃষ্ট শ্ৰৱণ শক্তি হওঁক"। সকলো আঙুলিৰে বাহু দুখন চুই ক'ব- "মোৰ উৎকৃষ্ট বল শক্তি হওঁক", বাওঁ হাতৰ সকলোবোৰ আঙুলিৰে ভৰিত চুই ক'ব- "মোৰ উৎকৃষ্ট প্ৰজনন শক্তি হওঁক। দুয়োখন হাতেৰে মূৰৰ পৰা ভৰিলৈ চুই ক'ব- "মোৰ সকলো অঙ্গ-প্ৰত্যংগ নিৰোগী, আপদহীন হৈ মংগলময় হওঁক।" এজনী ছোৱালীক নিজৰ স্ত্ৰী হিচাপে গ্ৰহণ কৰোঁতে সকলো ফালৰ পৰা শক্তি আহৰণ কৰি শক্তিশালী হোৱা একান্ত বাঞ্ছনীয়।

তাৰ পাছত কন্যাদাতাই দুয়োখন হাতৰ অঙ্গুষ্ঠ আৰু অনামিকাৰে কুশ এডাল ধৰিব। দৰাই কুশ মোচন কৰিব এই মন্ত্ৰেৰে- (কুশডাল গভীৰ প্ৰতীক) মানবৰ জ্ঞান লাভ হোৱা দিনৰ পৰা সকলো দেৱ-দেৱতা, যক্ষ, ৰক্ষ, কিন্নৰ, মনুষ্য সকলোতে পূজ্য, অমৃতৰূপ, গাখীৰ উৎপাদিকা, নিৰাপৰাধিনী, পাপনাশিনী এই গাভীজনী এৰি দিয়া - ঘাঁহ খাওঁকগৈ।

**গীত ঃ**

কুশ কাটি কৃষ্ণ গোঁসাই পুৱে দিশে মুখ,
সীতা সতী কান্দি আছে কিবা মনৰ দুখ।
ৰাম হেন স্বামী তোমাৰ লক্ষ্মণ হেন দেৱৰ,
কৌশল্যা হেন শাহু তোমাৰ অযোধ্যা নগৰ।

তাৰ পাছত কন্যাদাতাই দৰাক বৰণ কৰিব। প্ৰথমে কাপোৰ গ্ৰহণ কৰি ক'ব, "শতবৰ্ষ পৰমায়ুৰ বাবে মই কান্তিমান এই বস্ত্ৰ ল'লো।" উত্তৰীয় গ্ৰহণ কৰি ক'ব, "স্বৰ্গৰাজ ইন্দ্ৰ আৰু দেৱগুৰু বৃহস্পতিয়ে মোৰ যশস্যা বৃদ্ধিৰ কাৰক হওঁক।" যজ্ঞপবীত (লগুণ) ধাৰণ কৰি ক'ব, "তেজ, বল, আয়ু আৰু শ্ৰীবৃদ্ধিৰ বাবে মই এই যজ্ঞপবীত ধাৰণ কৰিলোঁ।" পিছত মালা পিন্ধি মন্ত্ৰ মাতিব, "শ্ৰদ্ধা, মেধা, কামনা, জ্যোতি, যশস্যা আৰু সৌভাগ্যৰ বাট দেখুওৱা যমদগ্নি স্বৰূপ এই মালা মই পিন্ধিলোঁ।" তাৰ পাছত উভয়েৰে মুৰীয়াল গায়ত্ৰী মন্ত্ৰেৰে শান্তি কৰি প্ৰথমে দৰাই পিন্ধিব। পিন্ধা মন্ত্ৰৰ অৰ্থ- "উপস্থৰ (পুৰুষাঙ্গ) ওচৰত থকা নোমবোৰ-কুকুৰনেচীয়া বাঘৰ, মুখৰ ওচৰত থকাবোৰ সৌন্দৰ্যশালী বাঘৰ নোমসদৃশ, চুলিবোৰ সিংহৰ নোমৰ নিচিনা (অৰ্থাৎ মই সকলো পিনৰ পৰা উজ্জ্বল কান্তিময়)।" কইনাৰ কাপোৰ চুই পাঠ কৰা মন্ত্ৰৰ অৰ্থ হ'ল- "হে আয়ুষ্মতি, তুমি বৃদ্ধা নহ'বা, দীৰ্ঘজীৱী হ'বা, মনোহাৰিণী আৰু শয়নৰ বাবে পবিত্ৰা হ'বা, পৰম দ্বীপ্তিশালিনী হৈ ধন আৰু পুত্ৰত চকু ৰাখিবা।" মালা আৰু মুৰীয়াল পিন্ধোৱা মন্ত্ৰৰ অৰ্থ হ'ল- "স্বৰ্গৰ অপেশ্বৰীসকলে যশস্যা ৰূপ সূঁতাৰে গথা এই মালা পিন্ধা। যজ্ঞৰ আহুতি প্ৰদানত যিদৰে শতধাৰেৰে ঘিউ অগ্নিৰ ওচৰলৈ যায়, তেনেকৈ মনোহাৰিণী ঋতুমতী কন্যা পতি পাবৰ বাবে যজ্ঞাস্থলীলৈ আহুত হৈছে।"

**হোম যজ্ঞ ঃ**

হোম দৰাই নিজে কৰা বাঞ্ছনীয়। নিজে নকৰিলে এজন ব্ৰাহ্মণ বৰণ কৰি তেওঁৰ দ্বাৰাই কৰাব। নিৰ্দ্দিষ্ট জোখ-মাপ কৰি অতাই হোম প্ৰজ্বলিত কৰিব। খেৰৰ জুমুঠিত জুই লগাই তিনিবাৰ ঘূৰাই এভাগ অগ্নি ত্যাগ কৰিব এই মন্ত্ৰেৰে- " মৃতভক্ষক অপবিত্ৰ অগ্নিক মই দূৰলৈ পঠালো।" বাকী অগ্নিৰে হোমত সংযোজন কৰি ক'ব- "হে জাতবেদ



অগ্নি, এই যজ্ঞত প্ৰকাশ্যৰূপে থাকি, দেৱতাসকলৰ বাবে ভুৱনীয় ঘৃতাদি গ্ৰহণ কৰক। আমালোকৰ অপবিত্ৰতা হৰণ কৰি পবিত্ৰতাৰ বীজ সিঁচি দিয়ক।"

**হোম কৰা গীত ঃ**

হোমত পূণ চিত্তৰে ব্ৰহ্মা ৰূপ ধৰি
বিষ্ণু ৰূপ ধৰি,
জ্বলিছে অগনি কুৰা দলোদপো কৰি।
চাই আছু ছো
বাপু কিমান সৰু
বাতাহতে হালে জালে হৰবে ডম্বৰু।

**দৰা-কইনাৰ মুখচন্দ্ৰ দৰ্শন ঃ**

দৰা-কইনাই পৰস্পৰে মুখ দৰ্শন কৰোঁতে মতা মন্ত্ৰৰ অৰ্থ হ'ল- "হে কন্যে মোৰ মুখচন্দ্ৰ শুক্ৰ আৰু অধৰ ৰূপ অমৃতৰ দ্বাৰা তোমাৰ মুখচন্দ্ৰ আৰু অধৰামৃত কিনিলোঁ। কইনাই নমস্কাৰ কৰি দেউতাকৰ কোলাত বহিব (আজিকালি বয়সীয়া ছোৱালী বিয়া হোৱাবাবে পীৰাত বহুৱা হয়)। কন্যাদাতাই মন্ত্ৰ মাতি আচন্ত কৰাই ক'ব- "কইনা-দৰা সমভাবাপন্ন হোৱা।" দৰাই উচ্চাৰণ কৰা মন্ত্ৰৰ অৰ্থ হ'ল- "তোমাৰ আৰু মোৰ হৃদয় বিশ্বদেৱ আৰু জলৰূপী নাৰায়ণে এক কৰক, দুয়োৰো প্ৰাণ আৰু প্ৰজাপতি, কামনা-বাসনা এক হওঁক।"

কন্যাদাতাই তিনিবাৰ কন্যাজনীক পূজা কৰিব এই মন্ত্ৰেৰে- "হে কন্যে, জন্মদান কৰাৰ পৰাই যি পাপ কৰিছো, তাক ক্ষমা কৰিবা। হে স্বৰ্গদাত্ৰি লক্ষ্মী, তোমাক নমস্কাৰ কৰি কওঁ যে অজানিতে তোমাৰ ওপৰত খং কৰি, কঠিন বাক্য প্ৰয়োগৰ দ্বাৰা মনত কষ্ট দিছিলো, সকলোবোৰ ক্ষমিবা।" এইদৰে দৰাকো আবাহন মন্ত্ৰৰ দ্বাৰাই পূজা কৰি তিল, কুশ, শিলিখা আৰু জলপূৰ্ণ কন্যাৰ সোঁ হাতখন দৰাৰ হাতত দিব। দৰাই "স্বস্তি" বুলি উচ্চাৰণ কৰি কন্যাজনী গ্ৰহণ কৰা সংকল্প মন্ত্ৰ মাতিব। মন্ত্ৰৰ অৰ্থ- "হে বৰুদে, আকাশৰূপে তোমাক দান কৰিলে, পৃথিৱীৰূপে মই গ্ৰহণ কৰিলোঁ (গূঢ়াৰ্থ - পিতৃয়ে নিৰাশ্ৰয় ঠাইত ত্যাগ কৰিলে, মই পৃথিৱীৰূপে আশ্ৰয় দিলো) ধৰ্ম, অৰ্থ, কাম এই ত্ৰিবৰ্গৰ লগৰীয়া প্ৰজাপতি দেৱতা যুক্ত তোমাক মই কোনো কালে নেৰিম।

আজিৰ পৰা শ্ৰীমতী ........................ মোৰ সুখ-দুখৰ লগৰীয়া হ'ল।" গায়ত্ৰী মন্ত্ৰৰ দ্বাৰা কন্যাদাতাই দৰা-কইনাৰ হাত কুশেৰে বান্ধিব। তাৰ পাছত কন্যাদানৰ দক্ষিণা উৎসৰ্গ কৰি দৰাৰ হাতত দিব। দৰাই "স্বস্তি" বুলি কৈ এই মন্ত্ৰেৰে গ্ৰহণ কৰিব- "কোনে কাক কি দিব পাৰে। প্ৰকৃতপক্ষে কামদেৱেই হ'ল সকলোৰে উৎস। দত্তা আৰু গ্ৰহীতা যিহেতু তোমাৰেই অধীনত, আজিৰ পৰা এই কন্যাজনী মোৰ উপভোগ্যা।" দৰা-কইনাৰ হাতত পানী আৰু দৈ দি পিন্ধি থকা কাপোৰ সংলগ্ন কৰি লগুণ গাঠি দিব আৰু গায়ত্ৰী মন্তেৰে হাতৰ বান্ধ খুলি দিব।

**লগুণ গাঠি মৰাৰ সময়ত গোৱা গীত ঃ**

কজলা বিৰিখৰ তলে গীতা সতী কান্দে  
ইমান দিনে সীতা সতী মাএকৰ ঘৰতে  
আছিলা মাএৰাৰ ঘৰত মনৰ উলাহতে  
আজি দেখোন যাব লাগে পৰৰে ঘৰতে  
ৰাম হেন স্বামী আই তোৰ লক্ষ্মণ হেন দেওৰ  
কৌশল্যা হেন শাহু আই তোৰ অযোধ্যা নগৰ  
কিছু দয়া নাই দেউতাৰ কিছু মৰম নাই  
সমাজৰ মাজতে দেউতাই কুশ কাটি দেই  
কুশ কাটি ৰাম গোঁসাই পুৰে দিল মুখ  
সীতা সতী কান্দি আছে কিবা মনৰ দুখ।  
কান্দি কাটি সীতা সতী মনতে ভাবিলে  
আজি দেখো যাব লাগিল ৰামৰ লগতে।

তাৰ পাছত দৰাই কন্যাৰ সোঁ হাতৰ বুঢ়া আঙুলিত ধৰি মন্ত্ৰ পাঠ কৰিব- "হে কন্যে, বায়ু, সূৰ্য আৰু অগ্নিয়ে মোৰ হৃদয় আৰু তোমাৰ হৃদয় এক কৰি দিয়াত তুমি পিতৃকুশ পৰিত্যাগ কৰি মোৰ সৈতে যাবলৈ ওলালা।" তুমি সকলো পিনৰ পৰা সৌভাগ্যশালিনী হোৱা, জীৱ-জন্তুৰ প্ৰতি মৰমীয়াল হৈ নিৰ্মল মন, অমল ক্ৰান্তিৰ অধিকাৰিণী হোৱা, ৰমন ক্ৰীড়াত কৌতূহলী হৈ সুখ লাভ কৰা আৰু বীৰ পুত্ৰ প্ৰসৱিনী হৈ আমাৰ পৰিয়াল পৰিজনৰ শ্ৰীবৃদ্ধি কৰা। তুমি আমাক ত্যাগ নকৰিবা। তোমাৰ প্ৰতি আসক্ত হৈয়ে সকলো কাম কৰা হ'ব। তোমাত মোৰ বহু অভিলাষ নিহিত আছে।। এতেকে হে বৰদে,



তুমি আমাৰ প্ৰতি আসক্ত হৈয়ে বিবাহ বন্ধন গ্ৰহণ কৰা।"

হোমৰ বাবে আৱশ্যকীয় সামগ্ৰীসমূহ যতনাই লৈ বৈদিক প্ৰথা অনুসৰি একাদিক্ৰমে অগ্নিত ঘৃতাহুতি দিব। প্ৰথম পাঁচটা হোমক প্ৰায়চিত্ত হোম বোলে। মন্ত্ৰবোৰৰ অৰ্থ হ'ল- "হে অগ্নিদেৱ, তুমি আমাৰ এই কৰ্মৰ(বিবাহৰ) সাক্ষী হোৱা, আমাৰ অহমিকা নাশ কৰা, আমাৰ প্ৰতি ক্ৰোধান্বিত আন দেৱতাসবৰ ক্ৰোধ নিবাৰণ কৰা, তুমি আমাৰ দ্বাৰা সিঞ্চৰিত এই আহুতি তথা হবনীয় বস্তুবোৰ দেৱতাসকলক পোৱাই দিয়া। মোৰ হকে তুমি বৰুণদেৱক সন্তুষ্ট কৰি দেশ আৰু দহৰ মংগল সাধন কৰা। প্ৰাণী জগতৰ ৰক্ষাৰ হেতু তোমাক মই প্ৰাৰ্থনা কৰিছো, তুমি সকলোৰে হিত সাধন কৰা। আমাৰ অন্তৰত প্ৰবাহিত শত-সহস্ৰ পাপ মোচনৰ বাবে এই যজ্ঞলৈ বিষ্ণু, বিশ্বদেৱ, মৰুৎ আৰু আদিত্য আগমন হওঁক। হে বৰুণদেৱ, তোমাৰ অমৃত পাশেৰে আমাক আবৰি ৰাখা যাতে আমি কোনো অপৰাধৰ বশবৰ্তী নহওঁ।"

পিছৰ বাৰটা হোম ৰাষ্ট্ৰ ৰক্ষাৰ বাবে কৰা হয়। দেশবাসীৰ মংগলৰ বাবে ঘৃতাহুতি দি কোৱা হয়- "হে অগ্নি, আমাৰ জ্ঞান, বল-বীৰ্য্য বৃদ্ধি কৰি দীৰ্ঘায়ু কৰা।" তাৰ পিছত সূৰ্যক, চন্দ্ৰক, নক্ষত্ৰক, বায়ুক, জলক, গন্ধৰ্বক, প্ৰজাপতিক, বিশ্বকৰ্মাক আৰু সঞ্জীৱনী ঔষধি বৃক্ষসমূহক উদ্দেশ্যি হোম কৰা হয়। ইয়াৰ পিছৰ হোমক 'জয়া' হোম বোলে। জগত জয় কৰি শ্ৰেষ্ঠ হোৱাৰ কামনা কৰি কোৱা হয়, "হে শত্ৰুঘ্ন প্ৰজাপতি, তুমি দেৱতাৰ শত্ৰুসবক বিনাশ কৰি যিদৰে ইন্দ্ৰৰ স্বৰ্গপ্ৰাপ্তিত সহায় কৰিছিলা, তেনেদৰে এই আহুতি প্ৰদানৰ দ্বাৰা তোমাক আহ্বান জনাইছো মোকে অজাতশত্ৰু কৰা।"

তাৰ পিছত বংশ পৰিয়াল ৰক্ষাৰ বাবে - বিভিন্ন দেৱ-দেৱীক ১৮ বাৰ আহুতি দিব। নিজৰ বিবাহ কাৰ্য্য উপভোগ কৰাৰ বাবে পিতৃ পিতামহ আদি কৰি উপৰিপুৰুষসকলক আহ্বান জনাব।

জলৰূপী ভগবানক জনোৱা প্ৰাৰ্থনা মন্ত্ৰৰ অৰ্থ হ'ল- "বৰুণদেৱ, তোমাৰ আদেশানুসাৰে অগ্নিয়ে আমাক যমপাশৰ পৰা ৰক্ষা কৰক, মোৰ পত্নীয়ে যাতে পুত্ৰশোক নাপায়, পতিৰ লগত মিলিজুলি থাকিব পাৰে। আমাৰ বাবে মঙ্গলকাৰক বস্তুবোৰ যাতে উভৈনদী হয়। আমাৰ মাজৰ পৰা মৃত্যুভয় আঁতৰি যাওঁক। হে যমৰাজ, আপুনি হিংসা পথ

ত্যাগ কৰি অহিংসাৰ পথ লওঁক। আপোনাক এই আহুতিৰ দ্বাৰা বিনীত নিবেদন জনাইছো, আপুনি যাতে আমাৰ আত্মীয়সকলক বিনাশ নকৰে আৰু পুত্ৰ পৌত্ৰাদিৰ হিত সাধনত ব্ৰতী হয়।"

**আখৈ তোলা ঃ**

এখন কুলাত পূৰ্বতে ৰখা আখৈ দৰাই হোম বাৰিৰে চাৰিভাগ কৰিব। দৰা-কন্যা থিয় হৈ কইনাৰ অঞ্জলিবদ্ধ হাত স্পৰ্শ কৰি হোমত আহুতি দিব। কইনাৰ ভায়েকে নাথাকিলে কন্যাদাতাই একাদিক্ৰমে প্ৰথম ভাগৰ পৰা তৃতীয় ভাগলৈ আখৈ কইনাৰ হাতত দিব। দৰাই কইনাৰ হাতৰ পৰা আখৈ নি হোমত দিব। মন্ত্ৰৰ অৰ্থ- "হে সূৰ্যদেৱ, এইজনা পতিৰ ওচৰৰ পৰা মই যাতে বিতাৰিত নহওঁ। মোৰ স্বামী দীৰ্ঘজীৱী হওঁক আৰু মোৰ জ্ঞাতি-কুটুম্ব বৃদ্ধি হওঁক। পতিৰ ধন বৃদ্ধিৰ বাবে মই আখৈৰ দ্বাৰা হোম কৰিলোঁ। অগ্নিদেৱ, তুমি পৰিতুষ্ট হৈ আমাৰ মংগল কৰা।" মন্ত্ৰটি কইনাৰ হৈ দৰাই মাতিব আৰু বাওঁ হাতেৰে কইনাৰ হাত চুই সোঁ হাতেৰে জুইত আখৈ দিব।

**আখৈ তোলা গীত ঃ**

আখৈ আখৈ তোলা চেনেহৰে ভাই
আজি সীতা সতীক ৰামচন্দ্ৰে লৈয়া যাই।

তাৰ পিছত কইনাৰ বুঢ়া আঙুলিত ধৰি দৰাই মন্ত্ৰ পাঠ কৰিব। মন্ত্ৰৰ অৰ্থ- "তোমাৰ সৌভাগ্যৰ বাবে হাতত ধৰিলো, কামদেৱ আৰু সূৰ্যদেৱে তোমাক গাৰ্হস্থ্য ধৰ্মৰ অধিকাৰিণীৰূপে মোক দিছে, তোমাৰ অবিহনে মই লক্ষ্যভ্ৰষ্ট, তুমি পৃথিৱীৰূপা। মই তোমাৰ স্বৰ্গস্বৰূপ। আজিৰ পৰা দুয়োজনে মিলি বংশ ৰক্ষাৰ পৰিকল্পনা কৰোঁ।"

তাৰ পিছত কইনাক সোঁ ভৰিৰে এচটা শিল গচকিব দিব। মন্ত্ৰৰ অৰ্থ- "তুমি শিলত আৰোহণ কৰা আৰু ইয়াৰ নিচিনা ধীৰ-স্থিৰ হোৱা। তোমাৰ শত্ৰুসবক সদায় পদতলত ৰাখিবা।" কন্যাৰ ফালে ক'ব- "মাইকী ঘোঁৰাৰ দৰে বেগবতী আৰু মনোহাৰিণী হোৱা। হে সৰস্বতীদেৱী এই যজ্ঞভূমিত মই তোমাৰ গুণাণুকীৰ্তন কৰিলোঁ। তোমাৰ পৰাই এই বিশ্ব চৰাচৰ সৃষ্টি হৈছে। হে মাতৃস্বৰূপীনী, স্ত্ৰীজাতিৰ সকলো গুণ তোমাৰ গাত আৰোপিত হওঁক।"

দৰা-কন্যাই হোম-যজ্ঞত সেৱা জনাব। এই বুলি বৰে ক'ব- "হে অগ্নি, সূৰ্যৰ নিচিনা কান্তিময় এই কন্যাজনী মই গ্ৰহণ কৰিলোঁ।" কুলাত থকা বাকী ভাগ আখৈ হোমত দি মন্ত্ৰ মাতিব- "কামদেৱক সন্তুষ্ট কৰাৰ বাবে আখৈৰ অঞ্জলি প্ৰদান কৰিলোঁ।" হোমৰ লগত থকা কুশ ব্ৰাহ্মণৰ সংলগ্ন গুচাই প্ৰজাপতিৰ উদ্দেশ্য হোম কৰাৰ অন্তত সাতপাত পাণ মাটিত পাৰি লৈ কইনাক দক্ষিণ ফালৰ পৰা গচকিব দিব। প্ৰতিপদৰ অৰ্থ হ'ল অভীষ্ট সিদ্ধিৰ এপদ, বল লাভৰ বাবে দুপদ, ধন বৃদ্ধিৰ বাবে তিনিপদ, সুখ লাভৰ বাবে ৪ৰ্থ পদ, গো লাভৰ বাবে ৫ম পদ, ঋতুকাল প্ৰাপ্তিৰ বাবে ৬ষ্ঠ পদ, বিষ্ণুৰ বাবে অৰ্পিত ৭ম পদ দিয়াৰ পিছত দৰাই সপ্তলোকৰ ভিতৰত বিচৰণ কৰি কন্যাজনীক নিজৰ ব্ৰতাধীন কৰাৰ সংকল্প কৰাব। কন্যাদাতাই ক'ব- "যিজন তোমাৰ চিৰকালৰ বন্ধুৰূপে জন্মিছে সেইজনক তুমি (কন্যাজনী) বজ্ৰবাহু ইন্দ্ৰ তথা সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ তুল্য জ্ঞান কৰিবা।"

তাৰ পাছত শান্তি জল কন্যাৰ গাত ছটিয়াই ক'ব- "কল্যাণকাৰী জলে তোমাৰ ৰোগ নাশ কৰক।" সূৰ্যক দেখুৱাই ক'ব- "দেৱ বাঞ্চিত সূৰ্যক উপসনা কৰা আৰু দৰ্শন-শ্ৰৱণ শক্তি লাভ কৰি এশ বছৰ পৰমায়ু লোৱা। দৰাই কন্যাৰ সোঁ কান্ধেৰে হৃদয় চুই ক'ব- "আজিৰে পৰা দুয়োৰো হৃদয় এক হওঁক, চিত্ত এক হওঁক।" সমাজত থকা সকলোকে সাক্ষী কৰি কন্যাৰ মূৰত ধৰি ক'ব- "হে সদাশয় ব্যক্তিসকল, এই পৰম সুন্দৰী মংগলময়ী কন্যাজনীক মই সমাজবিদ্যমানে গ্ৰহণ কৰিলোঁ, আপোনালোকে আশীৰ্বাদ কৰক যাতে আমাৰ মংগল হয়।" তাৰ পাছত ধ্ৰুৱতৰা দেখুৱাই মন্ত্ৰ মাতিব- "তুমি ধ্ৰুৱ তৰাৰ নিচিনা নিশ্চল হৈ অবিচলিতভাবে মোৰ অনুগামিনী হোৱা। বৃহস্পতি গুৰুৰ আদেশানুসৰি মই তোমাক গ্ৰহণ কৰিলোঁ। পুত্ৰবতী হৈ এশ বছৰ জীয়াই থাকা।" দৰাই কন্যাজনীক শান্তি পানীৰে শান্তি কৰিব। মন্ত্ৰৰ অৰ্থ- "হে দেৱী, তোমাৰ পতি, প্ৰজা, পশু, গৃহ আৰু যশস্যা নাশক যি বদগুণ আছে মই তাক নাশ কৰিলোঁ। উপপতি গ্ৰহণৰ অথবা চৰিত্ৰ স্খলনৰ যদি বেয়া চিহ্ন আছে তাক নাশ কৰিলোঁ। মোৰ এই শান্তি কাৰ্য্যৰ দ্বাৰা তুমি দোষহীনা হৈ মোৰ সৈতে দীৰ্ঘজীৱী হোৱা।" তাৰ পিছত অন্নহোমৰ থলিত থকা উচ্ছিষ্ট শুঙোৱাৰ অৰ্থ হ'ল- "হে কন্যে, এই অন্ন প্ৰাসনৰ দ্বাৰা তোমাৰ প্ৰাণ, অস্থি, মাংস চালেৰে সৈতে মোৰ প্ৰাণ, অস্থি, মাংস,

চাল যোগ কৰিলোঁ।”

হোমৰ ত্যাগ এৰা ঘিউ শুঙি দৰা-কইনাই আচান্ত হ'ব। পুৰোহিতে দুয়োকে শান্তি কৰিব। ৰাতিৰ কাৰ্য্য বাবে বিবাহত হবিষ্যভোজ্য উৎসৰ্গ কৰা নিয়ম নাই। তাৰ পাছত বৰ-কইনাই হাত লগ লগাই চাৰিটা মন্ত্ৰৰে পূৰ্ণা (ফলপূৰ্ণ কৰা হোম) দিব। এই মন্ত্ৰৰ দ্বাৰাই দেৱতাসকলৰ পৰা শুভ দৃষ্টি কামনা কৰিব আৰু ঋষিসকলৰ পৰা আশীৰ্বাদ ল'ব। শেষত ইন্দ্ৰক আহ্বান জনাই ক'ব- “হে ইন্দ্ৰদেৱ, আমি দুয়োৰো তুমি ক্ৰেতা আৰু বিক্ৰেতা হোৱা। মূল্যৰ সলনি তোমাক এই হবিষ্যভোজ্য দিলো, তুমি আমাক আয়ু, বল, বীৰ্য্য, পূণ্য দিয়া।” হে অগ্নি, তোমাক আদিত্য, ৰুদ্ৰ আদি বসুগণে ক্ষেপন কৰক, পুৰোহিত আৰু যজমানে যজ্ঞ কাৰ্য্যত প্ৰজ্বলিত কৰক, তুমি যজমানে অৰ্পণ কৰা ঘিউৰে শৰীৰৰ পুষ্টি সাধন কৰা। তোমাৰ কৃপাতে যজমানৰ মনোৰথ সফল হওঁক। শেষত ঘিউ, কল, পাণ-তামোল, দুবৰি-চাউল, ফুল লৈ হ'ম কৰিব। মন্ত্ৰৰ অৰ্থ- “হে হবনীয় বস্তুৰ অধিকাৰী অগ্নি, দেৱকুলৰ দ্বাৰা দৈত্য তাৰণ কৰা কাৰ্য্যত প্ৰথমে তোমাকে নিযুক্ত কৰিছিলি। মোৰ এই যজ্ঞ কাৰ্য্যত তুমি দেৱতাসকলক স্বাগতম জনাই দৈত্যসকলক তাৰণ কৰা।” ৰুদ্ৰক আহুতি দি ক'ব- “তুমি যজুমানক যজ্ঞৰ ফল দিবলৈ যজ্ঞপতি বিষ্ণুক আহ্বান জনোৱা আৰু মোৰ দ্বাৰা আহুত দেৱগণক স্বধামলৈ যোৱাৰ ব্যৱস্থা কৰা।

তাৰ পিছত চুটি হোম বাৰিৰে হোমৰ ভস্ম গ্ৰহণ কৰিব। হোমৰ ধোঁৱাবোৰ আকাশমাৰ্গলৈ গৈ মেঘস্বৰূপে থাকি পুনঃ বৃষ্টি ৰূপে পৃথিৱীত পতিত হোৱাৰ কামনা কৰি কুশ ব্ৰাহ্মণক বিসৰ্জন দিয়া হয়। পবিত্ৰ মোচন কৰি প্ৰণীতাৰ জল মূৰলৈ ছটিয়াই ক'ব- “মিত্ৰৰূপী জলদেৱতাসকল, তোমালোক আমাৰ ৰোগ বিনাশক হোৱা।” পবিত্ৰৰ গাঁঠি খহোৱা মন্ত্ৰৰ অৰ্থ- “যিসকলে আমাক হিংসা কৰে তেওঁলোকৰ পতন হওঁক।” ভষ্মৰ ফোঁট কপালত, গলত, সোঁ হাতৰ বাহুমূলত আৰু হৃদয়ত ল'ব। ভাৰ্য্যাৰো কপালত ফোঁট দিব। দুয়োডাল হোম বাৰিৰে পূৱলৈ হোমটি ঠেলি দিব আৰু পৃথিৱী শীতল কৰাৰ উদ্দেশ্যে হোম কৰা ঠাইখিনিত এৰা গাখীৰ ঢালিব। তাৰ পাছত নাৰায়ণক তিনি আঁজলি ফুল দি সূৰ্য আৰু চন্দ্ৰক অৰ্ঘ দিব। কেশচিন বা টিক ধৰাৰ



বাবে এডোখৰ শিল, ধানৰ সীহ আৰু পাজিৰে দৰা-কন্যাৰ চুলি লগ লগাই শান্তি কৰি সোণ-ৰূপ উৎসৰ্গ কৰিব। কন্যাৰ সোঁহাত তলত আৰু বৰৰ সোঁহাত ওপৰত ৰাখি কন্যা আৰু দৰাপক্ষৰ লোকে কাপোৰ কানি, আন ৰূপ, টকা-পইচা উছৰ্গা কৰিব। একেবাৰে শেষত দৰাই কন্যাক আগত লৈ বেদীৰ চাৰিওফালে সোঁহাতেৰে সাতপাক ঘূৰিব। বৰ্ত্তমান এই দস্তুৰ অসমীয়া লোকৰ বিবাহ কাৰ্য্যত দেখা নাযায়।

**টিক ধৰাৰ সময়ৰ গীত ঃ**

টিক ধৰা টিক ধৰা ও চিকন কলীয়া
কাচা টাকাই টিক ধৰা অঞ্জলী ভৰিয়া
চালত পৰিল টিয়া
প্ৰথম বেটীৰ চিয়া
টিকতে দশ টাকা দিয়াহে।

আমাৰ মাই চুলি কচা
ৰাণী ৰাজাই দিছি,
তাহাৰ বাপুৰ চুলি কচা
ইন্দুৰে কাটি নিচি।

(চুটিকৈ দৰাই চুলি কটা বাবে এনেদৰে কয়)

বৈদিক নীতি-নিয়ম অনুসৰি বিবাহ কাৰ্য্য সমাধা হোৱাৰ পিছত দৰা-কইনাক ঘৰৰ ভিতৰলৈ নিয়া হয়। লোক পৰম্পৰা অনুসৰি এই অনুষ্ঠান সম্পাদন কৰা হয়। ইয়াত কোনো মন্ত্ৰ নাই। কইনাজনীৰ পিছে পিছে দৰাই যোৱা বাবে এনেদৰে গীত গোৱা হয়। ইতিমধ্যে দৰা-কইনাক স্বামী-স্ত্ৰীৰ স্বীকৃতি প্ৰদান কৰা হয়।

চাউল চাই চালনী ঘূৰে
কৰে সোণামুৰা, কৰে ৰূপামুৰা
তিৰীৰ পাছে পাছে ঘূৰে।

ঘৰৰ ভিতৰত দৰা-কইনাক বহুৱাই চাউলৰ দুণিসহ, চাকি-বন্তি জ্বলাই লৈ মহিলাসকলে নানান ৰং-ৰহইচ কৰে। দৰা-কইনাক দুণিৰ চাউলত আঙুঠি পুতিব দিয়া হয়। আঙঠি বিচাৰি উলিয়াব নোৱাৰাজনে পাণ-তামোলেৰে মাতি আঙঠি উলিয়াই দিবলৈ অনুৰোধ কৰাৰ নিয়ম।

এই অনুষ্ঠানটিত দৰাৰ সহায়ক হিচাপে এজন দৰা ধৰা লোক ভিতৰলৈ যাব পাৰে। সাধাৰণতে দৰাৰ বন্ধু বা ভিনিহীয়েকে দৰা ধৰা ৰূপে অবতীৰ্ণ হয়। এই অনুষ্ঠানত বহুতো খিচা গীত প্ৰচলিত আছে। যেনে—

অ' মনে বিলাহী, অ' মনে বিলাহী
বাপুৰে আঙঠি মাই উলিয়াই দিলাহি।
অ' মনে শিলিখা, অ' মনে শিলিখা
তাহাৰ বাপু টিলিকা, আমাৰ মাই
ডাঙৰ দীঘল সমাজতে জিলিকা।

অ' ৰুণজুন তুইলা টেঙাৰ পাত
আগতে খাই থৈছা বাপু মাই ৰান্ধা ভাত
অ' ৰুণজুন তুইলা টেঙাৰ শুথি
আগতে খাই থৈছা বাপু মাই কৰা ৰুটী।

বৰ ধৰা হে নকৰিবা শোক
আমাৰ মাইৰ তিনটা বৈনেক এটা দিম তোক
বৰ ধৰা নকৰিবা শোক।

মহিলাসকলৰ সম্পুৰ্ণ একচেতীয়া এই অনুষ্ঠানটি শেষ হোৱাৰ পিছত দৰা-কইনাক ৰভাতলিলৈ আনি সমজুৱাক সেৱা কৰি আশীৰ্বাদ লয়। লগুণ গাঠি খুলি দিয়াৰ অন্তত ৰাইজক কন্যা দেখুৱা হয়। কইনাজনীক ঘৰৰ ভিতৰলৈ নি শহুৰৰ ঘৰলৈ যোৱাৰ প্ৰস্তুতি চলোৱা হয়।

কইনাৰ শ্বশুৰালয়লৈ গমণ এটি হৃদয় বিদাৰক দৃশ্য। এই সময়ত গোৱা গীতবোৰ শুনিলে কইনাৰ মাক-দেউতাক, ককায়েক-ভায়েক, বায়েক-ভনীয়েক সকলোৱে শোকত ম্ৰিয়মান হৈ পৰে।

পাহাৰ পৰ্বত ভাঙি আহে বেকীৰ পানী
মাই তই যাবলৈ ওলালি
পিতাকে কান্দা ঐ ফেকুৰি ফেকুৰি
মাই তই আছিলি, চাহ কৰি দিছিলি
কালিৰ পৰা কোনে চাহ দিব আনি



মাকে কান্দা ঐ গলে ধৰি ধৰি
কালিৰ পৰা কোনে বাচন ধুই দিব
কোনে বাহীবন কৰি মোক সহায় কৰিব।
দাদাকে কান্দা ঐ উচ্চ স্বৰ কৰি
কালিৰ পৰা মোক কোনে কাপোৰ ধুই দিব
কাপোৰ পৰি থাকিব পুখুৰীৰ পাৰত হে।

কইনাজনী ঘৰৰ পৰা ওলাই যাওঁতে —

নাকান্দিবি নাউমাই গলিত দেখি চাই
পিতেৰ যদি মৰম আছে দিব বগী গাই
বগীও নাল্‌গে কলীও নাল্‌গে লাগে বাজান গৰু
চাৰ্‌বা পাৰে বান্‌বা পাৰে জাডে নাইকা সৰু।।

ঔ ফুলে চাকা চাকি কদম ফুলে ৰাতি
আজি দেখো নাউমাই ওলে যাই পুৱা ৰাতি

প্ৰবন্ধটি প্ৰস্তুত কৰোঁতে যিমান পাৰি লোক সংস্কৃতিৰ লগত ৰজিতা খুৱাই বিবাহৰ অনুষ্ঠানসমূহ সম্পন্ন কৰাৰ প্ৰতি লক্ষ্য ৰখা হৈছে। দৰা-কন্যাক, হৰ-পাৰ্বতী, কৃষ্ণ-ৰুক্মিণী, সাবিত্ৰী-সত্যবান, নল-দময়ন্তী, ৰাম-সীতা, ঊষা-অনিৰুদ্ধৰ লগত ৰিজাই গোৱা বিয়া গীতবোৰ সঁচাকৈয়ে মনমুগ্ধকৰ। লোক সংস্কৃতিৰ বাহক এই গীত-মাতবোৰ পাহৰি যোৱাতো আমাৰ কাৰণে চৰম দুৰ্ভাগ্যজনক। সময় থাকোঁতে এইবোৰ যাতে পাহৰণিৰ গৰ্ভত লীন নাযায় তাৰ বাবে যত্নবান হোৱাতো শিক্ষিত মাত্ৰেই সকলোৱে কৰ্ত্তব্য।●

**টোকা ঃ** *প্ৰবন্ধটি যুগুত কৰোঁতে কৈঠালকুছি নিবাসী স্বৰ্গীয় গোপাল চন্দ্ৰ দেৱশৰ্মা বেদান্তবাগীশ তৰ্কতীৰ্থৰ দ্বাৰা ৰচিত "দশকৰ্ম কৌমুদী" আৰু মোৰ চিৰ আৰাধ্যা মাতৃ শ্ৰীমতী হৰেশ্বৰী দেৱীৰ পৰা সহায় লোৱা হৈছে।*

# বৰপেটা জিলাৰ যাত্ৰাভিনয়ত বজালী

❑ প্ৰবোধ শৰ্মা

**বজালীৰ নাট্য কলাৰ আদি পৰ্ব ঃ**

বৰপেটা জিলাৰ বজালী মহকুমা আঠখন মৌজাৰে বেষ্টিত এটি বৃহৎ কৃষি প্ৰধান অঞ্চল। খৃষ্টীয় চতুৰ্দশ শতিকা মানৰ পৰাই বজালীৰ ধৰ্মীয় সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, কলা-সংস্কৃতিৰ অস্তিত্ব অনুভৱ কৰিব পৰা যায়। অঞ্চলটোৰ কলা-সংস্কৃতিৰ উপাদানসমূহ অসমৰ নাট্য সংস্কৃতিৰ বৰ পথাৰৰ মাইলৰ খুটি স্বৰূপ হিচাবে জিলিকি আছে। অঞ্চলটোৰ পুৰণি নাট্য-সংস্কৃতিৰ বাহক হিচাবে আমি উল্লেখ কৰিব পাৰো বামাখাটা, অকয়া, কালজিৰাপাৰা, ভালুকীৰ গায়ন-বায়নৰ দল, ডুবিৰ দেৱদাসী নৃত্য, ওজাপালি, পুতলা নাচ, দেওধানী, অঙ্কীয়া ভাওনা, দধিমথন, ঢুলিয়া আদি। এই নাট্যধৰ্মী অনুষ্ঠানবোৰৰ স্মৃতি গাঁওসমূহত এতিয়াও আছে। সেইবোৰৰ ভিতৰত ১৯২৬ চনত স্থাপিত বামাখাটা সত্ৰত প্ৰতিষ্ঠিত 'বামাখাটা শঙ্কৰী কলা প্ৰচাৰ সমিতি', বজালী শঙ্কৰী কৃষ্টি উন্নয়ন সংঘৰ দ্বাৰা পৰিবেশিত ভাওনা, ডুবিৰ দেৱদাসী নৃত্য, ঢুলিয়াপাৰা, হৰিহৰ, খাটাৰটাৰী, হকাৰটুপৰ ওজাপালি, চৰ্ণাৰ ঢুলীয়া পাৰ্টীৰ কৃষ্টি প্ৰদৰ্শন আদি উল্লেখনীয়।

**যাত্ৰাভিনয়ৰ আদি কথা ঃ**

প্ৰকৃততে অসমত প্ৰচলিত 'যাত্ৰা' বংগদেশৰ লোকধৰ্মী নাট্যানুষ্ঠান। অসমত ইয়াৰ প্ৰচলন হয় উনবিংশ শতিকাৰ শেষৰফালে। অৰ্থাৎ ১৮৬০-৮০ খ্ৰীষ্টাব্দৰ ভিতৰত। উনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ ফালে বংগদেশৰ পৰা কিছুমান যাত্ৰা দল আহি অসমৰ বিভিন্ন অঞ্চলত অভিনয় কৰি ঘূৰি ফুৰিছিল। তাৰে অনুপ্ৰেৰণাতে অসমত যাত্ৰা দল গঠন হোৱা বুলি ক'ব পাৰি। পুৰণি কামৰূপ জিলাৰ মুৰকুছি গাঁওত



জয়দেব শৰ্মাৰ নেতৃত্বত অসমত প্ৰথম যাত্ৰাদল সংগঠিত হয়। বজালী অঞ্চলত এই যাত্ৰাদল প্ৰতিষ্ঠিত হয় ১৮৮৮ খ্ৰীষ্টাব্দত। প্ৰকৃতাৰ্থত যাত্ৰা মানে উৎসৱ। অৰ্থাৎ এই যাত্ৰাভিনয় প্ৰথমে ধৰ্মীয় অনুষ্ঠান, মেলা, বিবাহ, তিথি আদিত অভিনীত হৈছিল। অভিনীত নাটকসমূহৰ বিষয়বস্তু ধৰ্মীয়, পৌৰাণিক, ঐতিহাসিক, কাল্পনিক পটভূমিত ৰচিত হৈছিল। বিশেষকৈ ৰামায়ণ, মহাভাৰত, পুৰণি বুৰঞ্জীৰ আধাৰত আৰু বঙালী ভাষাত ৰচিত হৈছিল। নাটবোৰ সাধাৰণতে গীতি প্ৰধান আছিল। সময়ৰ মেৰপাকত এই নাট্যানুষ্ঠানবোৰৰ পৰিবৰ্ত্তন ঘটে। অনুষ্ঠানবোৰৰ গহীন আধ্যাত্মিক পৰিৱেশ ক্ৰমান্বয়ে হ্ৰাস পাই আহিল। স্থান-কাল ভেদে ই আধ্যাত্মিক জগতৰ পৰা ব্যৱহাৰিক জগতলৈ বাগৰ সলালে। এই প্ৰসঙ্গত ১৮৯০ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠিত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জাতীয় চেতনাৰ প্ৰভাৱত প্ৰচলিত ভাওনাৰ সংস্কাৰ কৰি ইংৰাজী আৰ্হিৰ থিয়েটাৰ পাতি পুৰণি অসমীয়া নাট আৰু আধুনিক অসমীয়া নাট মঞ্চস্থ কৰি অসমীয়া ভাষা তথা নাট্য জগতখন জাতীয় ভাৱত উদ্বুদ্ধ কৰে।

**যাত্ৰাভিনয়ৰ বৈশিষ্ট্য ঃ**

যাত্ৰাভিনয়ৰ কিছুমান নিজা বৈশিষ্ট্য আছে। সামান্য পোহৰেৰে, শব্দযন্ত্ৰ নোহোৱাকৈ, মুক্ত আকাশৰ তলত, চাৰিওফালে মুকলি থকা কোনো আঁৰ কাপোৰ নোহোৱাকৈ কেঁচা মাটিৰ ওখ ভেটিত বা টক্তাৰে তৈয়াৰ কৰা ওখ চাঙত হেজাৰ হেজাৰ দৰ্শকক মনোৰঞ্জন দিয়াকৈ ডিঙি ফুলাই চিঞৰি গোটেই নিশা কৰা অভিনয় যাত্ৰা নাটৰ অন্যতম বৈশিষ্ট্য। প্ৰথম অৱস্থাত মিঠাতেলৰ মহলা আছিল পোহৰৰ উৎস। তাৰ পিচত কাৰ্বাইড লাইটৰ ব্যৱহাৰ হয়। তাৰ পিচত ব্যৱহাৰ হয় পেট্ৰোমাক্স লাইট আৰু শেষত বিজুলী লাইট ব্যৱহাৰ হয়। শেষৰ চোৱাত শব্দযন্ত্ৰ মাইক্ৰফোনৰো ব্যৱহাৰ কৰা হয়। যাত্ৰা নাটৰ আৰম্ভণিতে গুৰুবন্দনাৰে কনচাৰ্ট (মঞ্চ মুকলি সংকেত ধ্বনি) বজাই দৰ্শকক আপ্লুত কৰিছিল। তাৰ পিচত সেইদিনা অভিনয় হোৱা নাটৰ নাম, কাহিনী, চৰিত্ৰলিপি, অভিনেতাসকলৰ নাম লিখা প্ৰগ্ৰেম (পুস্তিকা) দলিয়াইছিল। তাৰ পিচত আৰম্ভ কৰিছিল নৃত্য নাটিকা। ইয়াকে পুৰাণ, মহাকাব্য ধৰ্মপুথি আদিৰ পৰা অনা কিছুমান উল্লেখযোগ্য বিশেষ

কাহিনীৰ একোখন চুটি নাট মুকাভিনয়েৰে নৃত্যৰ জৰিয়তে অভিনয় কৰি দেখুৱাইছিল আৰু লগে লগে আৰম্ভ হৈছিল মূল নাট। কোনো মঞ্চ সজ্জা নাছিল। ৰাজ সিংহাসন হিচাবে মাত্ৰ এখন কাপোৰ ঢাকি দিয়া কাঠৰ চকী ব্যৱহাৰ কৰা হৈছিল। সেইখন আনি মঞ্চত থোৱা, যুদ্ধ-বিগ্ৰহৰ পিচত তৰোৱাল, ৰাজমুকুট, মণি-মুকুতা আদি সৰি পৰা বুতলি অনা নিৰ্দিষ্ট মানুহ আছিল। দুজন স্মাৰক মঞ্চৰ দুয়োকাষে বহিছিল। নাটকৰ মাজে মাজে চোকৰা নৃত্য আছিল। ৰাজসভাত আনন্দ উৎসৱত ৰাজ নৰ্তকীবোৰে নৃত্য কৰিছিল। এই চোকৰা নৃত্যৰ নাচনীসকল আৰু মূল নাটৰ নাৰী চৰিত্ৰসমূহ পুৰুষে কৰিছিল। পিচৰ ফালেহে নাৰী চৰিত্ৰত অভিনয়ৰ বাবে ছোৱালী মঞ্চত প্ৰবেশ কৰিছিল। যাত্ৰাৰ ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰসমূহৰ ভিতৰত আছিল হাৰমনিয়াম, তবলা, ঢুলুকী, ক্লেৰিওনেট, ড্ৰাম, চাইদড্ৰাম, বেণু, জুৰি আদি। নাটৰ মাজে মাজে গীতৰ চলেৰে কোনোবাক উপদেশ বা সাৱধান বাণী শুনোৱাৰ বাবে 'বিবেকৰ' চৰিত্ৰ অংকণ কৰা হৈছিল। নাটকত সকলোবোৰ ৰসেই উপভোগ কৰিব পাৰিছিল। অভিনয়েৰে মঞ্চত পাহাৰ, পৰ্বত, বৃষ্টি, ধুমুহা, মন্দিৰ, মচজিদ, দুৰ্গ, মচনদ, মৰিশালি আদিৰ সৃষ্টি কৰি দৰ্শকক মোহভঙ্গ কৰিছিল। সাজ ঘৰৰ পৰা বচন মাটি দৌৰি অভিনয় কৰিয়ে মঞ্চ পাইছিল। মঞ্চৰ পৰা নামি গৈ দৰ্শকৰ মাজেৰে গৈ গৈও অভিনয় কৰি দৰ্শকক উত্তেজিত কৰিছিল। এইদৰে পুৱতি নিশালৈ অভিনয় কৰি দৰ্শকক হিম চেঁচাতো মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল।

যাত্ৰাদলৰ প্লেয়াৰসকল এঠাইৰ পৰা আন এঠাইলৈ খোজ কাঢ়িয়েই, চাইকেলেৰে আৰু শেষৰফালে বাছেৰে অহা-যোৱা কৰিছিল। প্ৰথম ডোখৰত বস্তু-বাহানিৰে ভৰা কাঠৰ বাকচবোৰ ভাৰিৰ হতুৱাই বা গৰু গাড়ীৰে অনা-নিয়া কৰিছিল। নাটসমূহৰ মূল বিষয়বস্তু আছিল ধৰ্মৰ জয় অধৰ্মৰ পৰাজয়। দুষ্টক দমন শান্তক পালন। সেই সময়ৰ অশিক্ষিত দৰ্শকসকলে ৰামায়ণ, মহাভাৰত, ভাৰত বুৰঞ্জীৰ বিভিন্ন উজ্জলময় কাহিনী অভিনয়েৰে দেখি-শুনি সমাজ জীৱনত মানসিকভাবে প্ৰভাৱান্বিত হৈছিল। বহুতো জ্ঞান অৰ্জন কৰিছিল। মঞ্চত শ্ৰীকৃষ্ণই প্ৰবেশ কৰাৰ লগে লগে বহুতো পুৰুষ-মহিলা দৰ্শকে হাতযোৰ



কৰি প্ৰণাম কৰিছিল।

মূলত এইখিনিয়ে যাত্ৰা নাটকৰ বিশেষ বৈশিষ্ট্য বুলি ক'ব পাৰি।

**বজালীত যাত্ৰাভিনয়ৰ যৎকিঞ্চিত ঃ**

বজালী মহকুমাৰ পাঠশালাৰ ওচৰৰ ভালুকী গাওঁত স্বৰ্গীয় ভোগীৰাম কাকতিৰ নেতৃত্বত ১৮৮৮ চনত প্ৰথম যাত্ৰা দল গঠন হৈছিল। তেখেতে বৰপেটাৰ ওস্তাদ ঁগোবিন্দৰাম বায়নৰ পৰা শিক্ষা লৈ দলটি পৰিচালনা কৰিছিল। তেওঁলোকে মঞ্চস্থ কৰা নাটসমূহ আছিল 'সুৰঙ্গ উদ্ধাৰ', 'পৰশুৰামৰ মাতৃ হত্যা', 'নল-দময়ন্তী', 'ৰজা হৰিশ্চন্দ্ৰ' আদি। ১৯০৩ চনলৈ এই দলটি চলিত হৈ থাকে। ১৯১০ চনত ঁভদিৰাম কলিতাৰ পৰিচালনাত দলটি পুনৰ গঠিত হৈ কেইবছৰমান বৰ্ত্তি থাকে। ফণী শৰ্মা, অন্নদা শৰ্মা, হৰগোবিন্দ শৰ্মা, দেবীৰাম কলিতা, মহেশ্বৰ তালুকদাৰ, দানাৰাম ৰয়, চেনীৰাম ঠাকুৰীয়া, হৰিহৰ দাস আছিল এই দলৰ অভিনেতা-অভিনেত্ৰী।

১৯০৮ চনত বামুণকুছিত কেইজনমান সংস্কৃতিবান ডেকাই এটা যাত্ৰা দল গঠন কৰে। তেওঁলোকে মঞ্চস্থ কৰা নাটসমূহ আছিল - কীচক বধ, হৰিশ্চন্দ্ৰ, উত্তৰা পৰিণয়, লব-কুশ, মেঘনাদ বধ আদি। অভিনয় কৰিছিল - সৰ্বেশ্বৰ চৌধুৰী, বিষ্ণু শৰ্মা, সত্যনাথ শৰ্মা, কান্তেশ্বৰ চৌধুৰী, দেৱ কুমাৰ শৰ্মা আদি অভিনেতাসকলে। গিৰীন্দ্ৰ নাথ চৌধুৰী আছিল দলটোৰ মেনেজাৰ। এই দলটি বাৰ বছৰমান অভিনয় কৰি ঘূৰি ফুৰিছিল।

সেইদৰে ১৯১৬ চনত (সৰিহ মৌজা) হেলনাত এটা নতুন যাত্ৰা দল গঠিত হৈছিল। নাট পৰিচালক আছিল বৰপেটাৰ গোবিন্দৰাম ওস্তাদ। দলটি ১৯৫০ চনলৈ চলিছিল। অভিনয় কৰা নাটকসমূহ আছিল - অজামিলৰ বৈকুণ্ঠ লাভ, সংসাৰ চক্ৰ, কংস বধ আদি। শিল্পীসকল আছিল - গৌৰী শৰ্মা, নাৰায়ণ শৰ্মা, যোগেন্দ্ৰ বৰুৱা, লম্ব শৰ্মা, গোপী শৰ্মা আদি।

ঠিক সেইদৰে ১৯২৩চনত গোবিন্দপুৰত এটি যাত্ৰা দল গঠিত হৈছিল। এই দলটিৰ বিশেষত্ব আছিল জুৰিৰ গান মঞ্চৰ চাৰিকোণত চাৰিজন গায়কে বহি গীত পৰিবেশন কৰি ঘটনা প্ৰবাহৰ লগত দৰ্শকক সংযোগ ৰাখি গৈছিল। যজ্ঞেশ্বৰ শৰ্মা, মোহন পাঠক এই জুৰি গানৰ

গায়ক আছিল। ১৯৩২ চনত গোবিন্দপুৰত অন্য এটি যাত্ৰা দল গঠিত হৈছিল। ১৯৪৭ চনলৈ এই দলটি জীয়াই আছিল। গিৰীশ গোস্বামী, প্ৰাণেশ্বৰ শৰ্মা, সৰ্ব্বেশ্বৰ মজুমদাৰ, গিৰীন্দ্ৰ নাৰায়ণ গোস্বামী, প্ৰাণেশ্বৰ ভাগৱতী আছিল দলৰ মুখ্য অভিনেতা। নেত্ৰানল, মাণিকমালা, মহালক্ষ্মী আদি আছিল তেওঁলোকৰ উল্লেখযোগ্য নাট।

১৯২৪ চনত ডুমুৰীয়াত গিৰীন্দ্ৰনাথ দেৱ চৌধুৰীৰ নেতৃত্বত এটি নাট্যদল গঠিত হৈছিল। ধ্ৰুবচৰিত, ৰাণা প্ৰতাপ, দেবলাদেবী আছিল তেওঁলোকে অভিনয় কৰা জনপ্ৰিয় নাট। তনু পাঠক, দয়াৰাম দাস, মিহিৰাম পাঠক, মঙলা ৰায়, কাশী বৈশ্য, কমলেশ্বৰ ৰয়, পৃথুৰাম দাস, নৰেশ্বৰ দাস আছিল মুখ্য অভিনেতা। ১৯২৮ চনলৈ এই দলটি জীৱিত আছিল।

১৯২৫ চনত পাঠশালাত দুৰ্গানাথ চৌধুৰীৰ নেতৃত্বত এটি যাত্ৰা দল গঠিত হৈছিল। অভিনেতা আছিল - গৌৰীকান্ত শৰ্মা, নাৰায়ণ শৰ্মা, গোপীনাথ শৰ্মা, হাঁহিৰাম কলিতা, শিবেন্দ্ৰ নাথ শৰ্মা, অনন্ত নাথ শৰ্মা, সত্যনাথ শৰ্মা, ভবানী শৰ্মা আদি।

পাঠশালাৰ গাতে লাগি থকা গণাগাঁওতে ১৯২৭ চনত এটি দল গঠিত হৈছিল। দলটিৰ নাম আছিল 'গণাগাওঁ বীণাপাণি অপেৰা'। ১৯৩১ চনলৈ এই দলটিয়ে নাট অভিনয় কৰিছিল।

১৯২৭ চনটো যাত্ৰা দলৰ কাৰণে স্মৰণীয় বছৰ। এই চনতে ডুবি গাঁওত অকয়াৰ ভূৱন বায়নৰ পৰিচালনাত এটি যাত্ৰা দল গঠিত হয়। উল্লেখযোগ্য যে এই যাত্ৰা দলত পোন প্ৰথমবাৰৰ বাবে ছোৱালীয়ে নাৰী চৰিত্ৰত অভিনয় কৰাৰ বাবে মঞ্চলৈ প্ৰবেশ কৰে। তেওঁলোকৰ ভিতৰত হালধী দাস, নিভাৰ্যা দাস, আউসী দাস, প্ৰমীলা দাস, যামিনী দাস, ৰামেশ্বৰী দাস, জানকী দাস, সুশীলা দাস, বৈয়া দাস আছিল অন্যতম। পুৰুষ চৰিত্ৰত অভিনয় কৰিছিল - লোকনাথ শৰ্মা, যদুৰায়, সুখনা দত্ত, হলীৰাম ৰায়, ধৰম ৰায়, মহেন্দ্ৰ মালাকৰ, বলীৰাম ভৰালী, চন্দ্ৰ শৰ্মা আদিয়ে। দলটিয়ে গাৱেঁ-ভূঞে আলোড়নৰ সৃষ্টি কৰিছিল। দলটিয়ে চাৰি বছৰ নাট অভিনয় কৰি ঘূৰি ফুৰিছিল।

১৯৩০ চনত অকয়াত ঠাবো বৰাৰ প্ৰযোজনাত এটি নাট্য দল গঠিত হয়। ওস্তাদ আছিল গাঁওৰে ভূৱন বায়ন। দলটিৰ নাম আছিল



'শ্ৰীশ্ৰীশংকৰদেৱ অপেৰা'। এই দলৰ যাত্ৰাভিনয় চলিছিল ১৯৪০ চনলৈ।

১৯৩৫ চনত পাঠশালাৰ ওচৰৰে বাঁহবাৰীত 'সঞ্জীৱনী অপেৰা' নামৰ নাট্য দল এটি জন্ম হয়। প্ৰযোজক আছিল বাণহু চৌধুৰী। ১৯৩৮ চনলৈ এই দলটিয়ে অভিনয় কৰে। ১৯৬৭ চনত সৰ্ব্বেশ্বৰ চৌধুৰীৰ প্ৰযোজনাত দলটি পুনৰ গঠিত হয়। পৰীক্ষিত পাঠক, বিমল মজুমদাৰ আছিল দলৰ ওস্তাদ। উল্লেখযোগ্য যে এই দলৰ ওস্তাদ পৰীক্ষিত পাঠক, অভিনেতা সুৰেণ পাটগিৰি, দুখোৰাম পাটগিৰি, বিপিন বৰুৱা, কমল চৌধুৰী আজিও অভিনয়ৰ লগত জড়িত হৈ আছে।

১৯৩৬ চনত হৰিপুৰ গাওঁত 'মধ্য বজালী অপেৰা' নামৰ যাত্ৰা দল এটি গঠিত হৈছিল। দলৰ মেনেজাৰ আছিল কোহিৰাম গাঁওবুঢ়া।

১৯৩৭ চনত ব্ৰজনাথ শৰ্মাৰ পৰিচালনাত দৈশিংৰীত এটি নাট্য দল গঠিত হৈছিল। ১৯৪৪ চনত ৰতিকান্ত দাসৰ পৰিচালনাত এই দলটিয়ে নতুনকৈ প্ৰতিষ্ঠা লাভ কৰে আৰু ছয় বছৰ অভিনয় কৰে।

১৯৩৮ চনত বামাখাটাত 'শ্ৰীকৃষ্ণ অপেৰা' নামৰ যাত্ৰা দল এটিৰ জন্ম হয়। দলৰ ওস্তাদ আছিল গোৱালপাৰাৰ খ্যাতনামা অভিনেতা মহেশ ৰায়। এই দলটি ১৯৪০ চনলৈ জীয়াই থাকে।

১৯৪২ চনত মেধিকুছিত শ্ৰীগজেন তালুকদাৰৰ নেতৃত্বত 'দলৰায় নাট্য সমিতি' নামৰ যাত্ৰা দল এটি গঠিত হৈ ৬ বছৰ নাট অভিনয় কৰিছিল।

১৯৪৬ চনত ৰায়পুৰৰ সৰ্ব্বেশ্বৰ ৰায়ৰ নেতৃত্বত এটি দল গঠিত হৈ ১৯৫০ চনলৈ চলি থাকে।

১৯৫৭ চনত সুৰেণ ৰায়ৰ প্ৰযোজনাত সাউদৰভিঠাত এটি যাত্ৰা দল গঠিত হৈছিল।

১৯৬৫ চনত সাউদৰভিঠাক কেন্দ্ৰ কৰি 'বিজনী নাট্য সমাজ' নামেৰে এটি নাট্য দলৰ জন্ম হৈছিল। ১৯৭০ চনলৈ এই দলটিয়ে অসমৰ বিভিন্ন স্থানত নাটক অভিনয় কৰিছিল। নাটকসমূহ আছিল - বন্দীৰ সন্তান, পথৰ শেষত, কণৌজ কুঁৱৰী, জনপ্ৰিয় নাট সাত ভাই চম্পা। অভিনয় কৰিছিল - লোহিত নাথ, খগেন কলিতা, সদানন্দ নাথ, তাৰিণী মেধী, হৰেণ দাস, কেশৱ ৰায়, ৰাজেন দাস, উমেশ

উজীৰ আদিয়ে।

১৯৫৮ চনত পূব বজালী মৌজাৰ বামুঁণপাৰা গাওঁত 'বিশ্বকৰ্মা অপেৰা' নামৰ এটি দলে ভূমুকি মাৰিছিল। প্ৰযোজক আছিল গুণেশ্বৰ ৰায়। নাট পৰিচালক আছিল - যোগেশ শৰ্মা, কালীচৰণ শৰ্মা, পুৰন্দৰ তালুকদাৰ।

একে ঠাইতে ১৯৬৭ চনত 'সৰস্বতী অপেৰা' নামৰ এটি দল গঠিত হৈছিল। দলৰ পৰিচালক আছিল - সুৰেণ পাটগিৰি, উদ্ধৱ মেধী। ১৯৭৫ চনত এই দলটিৰ পৰিচালনাৰ দায়িত্ব লৈছিল তৰুণ মেধীয়ে।

উত্তৰ গাতিত ৰাজেন্দ্ৰ প্ৰসাদ ৰায়ৰ প্ৰযোজনাত এটি নাট্য দল জন্ম হৈছিল। তেওঁলোকে অভিনয় কৰা মুখ্য নাটসমূহ আছিল - বাজীৰাও, নগাকোঁৱৰ আদি।

একে সময়তে দক্ষিণ গাতিত গজেন দাসৰ পৰিচালনাত এটি নাট্যদল জন্ম হৈছিল।

ষাঠিৰ দশকত চমুৰা গাতিত অন্য এটি নাট্য দল গঠিত হৈছিল। সেই অঞ্চলৰ 'বিষ্ণুজ্যোতি শিল্পী সমাজ' নামৰ এটি নাট্য দলে দুই বছৰ নাট অভিনয় কৰি অঞ্চলটোৰ জনপ্ৰিয়তা অৰ্জন কৰিছিল।

১৯৫৯ চনত বামাখাটাত 'ভোলানাথ অপেৰা' নামৰ এটি বলিষ্ঠ আৰু গতিশীল যাত্ৰা দল গঠিত হৈছিল। প্ৰযোজক আছিল শ্ৰীসুৰেন্দ্ৰ নাথ তালুকদাৰ। দলৰ পৰিচালক আছিল যোগেশ শৰ্মা, সিদ্ধেশ্বৰ গোস্বামী আৰু সুৰেণ পাটগিৰি। অভিনয়ত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল - নবীন দাস, দেবেন শৰ্মা, কৃষ্ণ বৰুৱা, সুৰেণ চৌধুৰী, ৰঘু মালাকৰ, দুখোৰাম পাটগিৰি, ভবানন্দ পাটগিৰি, সৰ্ব্বেশ্বৰ গোস্বামী, সুৰেণ তালুকদাৰ, দধি কলিতা, দুগ্ধ বায়ন আদিয়ে। উল্লেখযোগ্য নাট আছিল দিল্লীৰ মচনদ, অজাত শত্ৰু।

ইয়াৰ পিচত ১৯৬৩ চনত 'কামৰূপ আৰ্য্য অপেৰা' নামৰ এটি আলোড়ন সৃষ্টিকাৰী যাত্ৰা দল গঠন হয় নিত্যানন্দত। সেই সাহসী প্ৰযোজকজন আছিল পুৰন্দৰ তালুকদাৰ। উল্লেখযোগ্য যে ডুবিৰ 'নাটকৰ গান' (১৯২৭)ৰ পিচত দ্বিতীয়বাৰৰ বাবে মুকলি মঞ্চত নাৰী চৰিত্ৰৰ বাবে ছোৱালীৰ প্ৰবেশ ঘটায়। সেই কালজয়ী অভিনেত্ৰীসকল আছিল - জয়া নাথ, কিৰণ দাস, প্ৰমদা পাঠক, তৰুবালা কলিতা আদি।



মাত্ৰ চাৰি বছৰ বহু ঘাত-প্ৰতিঘাতৰ মাজেৰে এই দলটিয়ে প্ৰতিষ্ঠা লাভ কৰে। অভিনেতাসকল আছিল - ৰঘু মালাকৰ, দশৰথ পাঠক, পুৰন্দৰ তালুকদাৰ, সুৰেণ পাটগিৰি, অনন্ত তালুকদাৰ আদি। উল্লেখযোগ্য নাট আছিল - নল-দময়ন্তী, কৰতৰ কান্দোন, বিজয়-বসন্ত।

কামৰূপ আৰ্য্য অপেৰাৰ আগতে নিত্যানন্দত মহেশ্বৰ তহবিলদাৰৰ প্ৰযোজনাত 'নাট্য ভাৰতী অপেৰা' নামেৰে এটি যাত্ৰা দল গঠিত হৈ দুবছৰ নাট অভিনয় কৰিছিল।

১৯৫৯ চনত ভবানীপুৰৰ ওচৰৰ কলবাৰীত বলিষ্ঠ অভিনেতা শ্ৰীউদ্ধৱ তালুকদাৰৰ পৰিচালনাত 'দীগম্বৰ অপেৰা' নামেৰে এটি উল্লেখনীয় যাত্ৰা দল গঠিত হৈছিল। দলটিয়ে ৫ বছৰ সুখ্যাতিৰে কেবাখনো মঞ্চসফল নাট অভিনয় কৰি অসমৰ দৰ্শক ৰাইজক আকৰ্ষণ কৰিছিল। মৰা ওস্তাদ হৰেন্দ্ৰ মোহন গোস্বামী, বিপিন বৰুৱা, কৃষ্ণ বৰুৱা, প্ৰভাত বৰুৱা, দুখো পাটগিৰি, ৰমা শীল, দাপৰ মালাকৰ, বংশী দাস, ৰাজেন শীল, তনু কলিতা, ভবানন্দ তালুকদাৰ আছিল অভিনেতা। হংস ডিম্ব আছিল তেখেতসকলৰ উল্লেখযোগ্য নাট।

১৯৬৪ চনটো যাত্ৰা দলৰ বাবে এটি স্মৰণীয় সময়। এই চনতে বামাখাটাক কেন্দ্ৰ কৰি 'অসম নটবাণী নাট্য সমাজ' নামেৰে এটি প্ৰথম সমবায় ভিত্তিত যাত্ৰা দল গঠিত হয়। সভাপতি আছিল উমাকান্ত চৌধুৰী আৰু সম্পাদক আছিল বলিষ্ঠ অভিনেতা, পৰিচালক সুৰেণ পাটগিৰি। যিজনে এই দলটি আজিও গুৰি ধৰি আছে। উল্লেখযোগ্য যে অসমৰ যাত্ৰা দলৰ শেহতীয়া সংস্কৰণ স্বৰূপ। এই যাত্ৰা দলটিয়ে অসম তথা দিল্লী (১৯৮৮), চিত্ৰকূট ধাম (১৯৯২)ত নাট অভিনয় কৰি অসমৰ লুপ্তপ্ৰায় এই নাট্য সংস্কৃতিৰ ধাৰাটো জীয়াই ৰাখিবলৈ সক্ষম হৈছে। দলটিয়ে অভিনয় কৰা কালজয়ী নাটসমূহ আছিল - বাকদত্তা, ৰক্তৰ আলপনা, ভাৰতৰ মাটি, পাৰঘাট, দ্বিতীয় পাণিপথ, ভক্তধ্ৰুৱ, প্লাৱন, শেষ অভিযান, নন্দকুমাৰ, ময়ুৰ সিংহাসন আদি। অভিনেতা-অভিনেত্ৰীসকল আছিল - সুৰেণ পাটগিৰি, সুৰেণ চৌধুৰী, প্ৰিয় পাটগিৰি, বসন্ত শৰ্মা, আনন্দ ৰয়, ৰাজেন শীল, হৰিশ মেধী, বলদেৱ শইকীয়া, কালিচৰণ শৰ্মা, গোপাল গোস্বামী, কমলা বৈষ্ণৱ, কৃষ্ণ বৰুৱা, ইভা দেৱী, সোমেশ্বৰী দাস আদি।

বজালীৰ যাত্ৰা দলৰ ভিতৰত আৰু এটা আধুনিক আৰু জনপ্ৰিয় দল গঠিত হয় ১৯৫৯ চনত, পাঠশালাৰ অত্যুৎসাহী বলিষ্ঠ অভিনেতা শ্ৰীসদানন্দ লহকৰৰ প্ৰযোজনাত 'নটৰাজ অপেৰা'। ১৯৬২ চনলৈ এই দলটিয়ে এটা নৱ জাগৰণ সৃষ্টি কৰিবলৈ সক্ষম হয়। নৃত্য, গীত, নাটকৰ অভিনয় আছিল নটৰাজ থিয়েটাৰৰ নতুনত্বৰ ধাৰা।

অসমৰ খ্যাতনামা অভিনেতা, নাট পৰিচালক, সংগীত শিল্পীৰ আগমনে এই যাত্ৰা দলটিক অসমৰ নাট্যপ্ৰেমী ৰাইজৰ ওচৰ চপাই আনিছিল। ১৯৬২ চনলৈ এই দলটিয়ে দৰ্শকক আনন্দ দিয়ে। ১৯৬৩ চনত পাঠশালাৰ দূৰদৰ্শী নাট্যশিল্পী অচ্যুত লহকৰে 'নটৰাজ থিয়েটাৰ' নামেৰে অসমত প্ৰথম অত্যাধুনিক সা-সঁজুলিৰে ভ্ৰাম্যমান থিয়েটাৰ জন্ম দিয়াৰ ফলত যাত্ৰা দলৰ অভিনয়ৰ প্ৰতি দৰ্শকৰ অনিহা আহি পৰিল। কিন্তু ১৯৭২ চনত সদানন্দ লহকৰে থিয়েটাৰৰ পৰা ওলাই আহি পুনৰ 'নটৰাজ অপেৰা' নামৰ যাত্ৰা দল আৰম্ভ কৰে। এবছৰ পিচত এই দলটোক 'নটৰাজ শিল্পী নিকেতন', 'আৰাধনা থিয়েটাৰ' নাম দি থিয়েটাৰলৈ ৰূপান্তৰিত কৰে।

ইয়াৰ পিচত ১৯৭৪ চনত হাঠিনাপুৰৰ শ্ৰীসুৰেণ তালুকদাৰৰ প্ৰযোজনাত আৰু শ্ৰীসুৰেণ পাটগিৰিৰ পৰিচালনাত 'সুৰশ্ৰী নাট্য কোম্পানী' নাম দি এটি যাত্ৰা দল গঠন কৰিছিল। ডুবি-মালিপাৰাৰ অভিনেতা ৰঘু মালাকৰে "পৰিহৰেশ্বৰ নাট্য দল' নামেৰে এটি যাত্ৰা দল গঠন কৰি কেবা বছৰো যাত্ৰা নাট অভিনয় কৰি পিচত ভ্ৰাম্যমান থিয়েটাৰলৈ ৰূপান্তৰিত কৰি আজিলৈ অভিনয় কৰি আছে।

ইয়াৰ উপৰিও ৫০ আৰু ৬০ দশকত বজালীত কেবাটাও সৰু বৰ যাত্ৰা দল গঠিত হৈছিল। যেনে - আনন্দপুৰ অনন্ত অপেৰা, হকাৰটুপ, আনন্দ বজাৰ, কৰ্দৈগুৰী, বৰতাৰী, মহাৰাণী, বাঘমাৰা, ভূতেপোৱাবড়ী, সাদেৰী, কাহাৰ পৰা, মৰিপুৰ, চাউলীয়াবড়ী, বকুৰা ভেবেলা, হেলনা, জালিখাটা, লেচেৰা আদি অঞ্চলত যাত্ৰা দল গঠন হৈ ৩-৪ বছৰ অভিনয় কৰাৰ পাছত বন্ধ হৈ গ'ল।

আমাৰ এই আলোচনাটিত বজালী অঞ্চলটোৰ যাত্ৰা দলসমূহেৰেহে কথা উল্লেখ কৰা হৈছে। বৰপেটা জিলাৰ গুৰুত্বপূৰ্ণ আৰু যুগজয়ী কেইটিমান যাত্ৰা দলৰ কথা আমি উল্লেখ কৰিব বিচৰা



নাই। সেই দলবোৰ হৈছে - ১৯২৪ চনত ব্ৰজ শৰ্মাৰ প্ৰযোজনাত গঠিত 'শিলা কালিকা অপেৰা' আৰু 'দক্ষিণ গণকগাৰী অপেৰা', লগতে ১৯৬১ চনত গঠিত বনিয়াকুছিৰ 'বীণাপাণি অপেৰা'। ৰৰপেটাৰ বাৰাদি, সৰভোগৰ আৰু অন্যান্য ঠাইৰ নাট্য দলৰ কথা।

শেষত আমি আশা ৰাখিছো অসমৰ নাট্য জগতৰ দোকমোকালিতে প্ৰতিষ্ঠিত হৈ নাট্যাভিনয়ৰ বৰ ঘৰলৈ আগবঢ়াই দিয়া, নাট্য কলাৰ জৰিয়তে সমাজখনক একাত্মীয় কৰা, সমাজৰ সংস্কাৰ সাধন কৰোঁতা যাত্ৰা দলৰ অভিনয় পুনৰ জীৱিত হ'ক। নাট্যামোদী ৰাইজে আলফুলকৈ আদৰি ল'ব। মৰম কৰি নাট ঘৰৰ সোঁমাজত বহুৱাই ৰাখিব।●

*সহায় লোৱা গ্ৰন্থ ঃ মুনীন্দ্ৰ নাথ শৰ্মাৰ - মুকলি মঞ্চৰ পৰা দূৰদৰ্শনলৈ নামৰ গ্ৰন্থ*

*ব্যক্তিসকল ঃ গান মাষ্টাৰ ওস্তাদ - শ্ৰীপৰীক্ষিত পাঠক*
*পৰিচালক - শ্ৰীসুৰেণ পাটগিৰি*

# সামাজিক সমন্বয়ৰ উৎসৱ ঃ বিবাহ

❑ গণেশ চন্দ্ৰ নাথ

'সত্য-শিৱ-সুন্দৰ'ৰ সন্ধান আৰু বেদৰ 'ওঁঙ্কাৰ' ধ্বনিৰ মাহাত্ম্য ভাৰতীয় সভ্যতাৰ সাংস্কৃতিক জীৱনৰ অমোঘবাণী। ইয়াৰ সৈতে অন্তৰ্নিহিত হৈ আছে বিয়াৰ সামাজিক, সাংস্কৃতিক জীৱনৰ মূল ভেটি। দেশৰ বাবে, সমাজৰ বাবে আৰু মানুহৰ জীৱনৰ বাবে বিবাহ অপৰিহাৰ্য্য। স্ত্ৰী-পুৰুষৰ মিলন বিধিৰ বিধান; মানুহৰ জীৱনৰ জয়যাত্ৰা ইয়াৰ পৰাই শুভাৰম্ভণী। সেয়ে বিবাহ উৎসৱৰ উদ্দেশ্যও মহৎ। এই উৎসৱ বহুজনৰ সুখৰ কাৰণে আৰু সমাজৰ কল্যাণৰ অৰ্থে। ভিন্ন পৰিবেশৰ ভিন্ন মনৰ এহাল নৰ-নাৰীৰ পৱিত্ৰ হৃদয়ৰ প্ৰত্যাশিত, চিৰ বাঞ্ছিত জ্ঞান-চিন্তা আৰু সাধনাকে ধৰ্ম বন্ধন কৰি সমাজক, অগ্নিক আৰু দেৱ-দেৱতাক সাক্ষী কৰি প্ৰতিশ্ৰুতিবদ্ধ হৈ বিবাহৰ যোগেদি একাত্ম হৈ পৰে। বিবাহ সেয়েহে এহাল নৰ-নাৰীৰ সাংসাৰিক জীৱনৰ বৈধ স্বীকৃতি। এটা পৰিয়ালৰ পৰা এখন সমাজলৈ বিয়াই হৈ পৰিছে সমাজৰ মূল ভেটি। বিবাহ বেদ বিহিত পৱিত্ৰ মাংগলিক উৎসৱ। ইয়াৰ অভিপ্ৰেত অৰ্থই হ'ল- সমাজৰ কল্যাণ সাধন কৰা। সমাজৰ কল্যাণ সাধন কৰিবলৈকে মানুহে মনুষ্যত্ব শক্তি জাগ্ৰত কৰি যেতিয়া বিশেষ আনন্দ, আত্মবিশ্বাস, দৃঢ় মনোবল লাভ কৰে আৰু সেইবোৰৰ আনন্দ, বিশ্বাস মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰে তেতিয়াই উদ্‌যাপিত হয় মানুহৰ উৎসৱ। এই উৎসৱৰ অৰ্থ হ'ল- উৎপাদন। যি উৎপাদনৰ জৰিয়তে সমাজৰ, দেশৰ-দহৰ কল্যাণ সাধন হয়, সামাজিক মূল্যবোধৰ উৎকৰ্ষিত হৈ জগত মংগলময় হয় সিয়েই বিবাহ উৎসৱ। এই বিবাহ বন্ধনত এহাল নৰ-নাৰীৰ পাৰস্পৰিক আত্মসমৰ্পণত স্বামী-স্ত্ৰীলৈ উন্নীত হৈ পৱিত্ৰ ধৰ্ম-কৰ্ম বন্ধনৰ জৰিয়তে সাংসাৰিক গতিশীলতা আৰম্ভণ হয়। দৰা-কন্যাৰূপী এহাল পুৰুষ-নাৰীয়ে মাংগলিক অনুষ্ঠান বিয়াত মাংগলিক প্ৰথাৰে শপত গ্ৰহণ কৰে। আকুতি জনায় দাম্পত্য জীৱন



পবিত্ৰ কৰিবলৈ; মৰতত সৰগ ৰচনা কৰিবলৈ। বিয়াত পত্নীয়ে হৃদয়ৰ আবেগ-অনুভূতি, ভালপোৱাক চকুলোৰে প্ৰেমাঞ্জলি যাচি মিলনৰ আশাত স্বামীক জনায় অন্তৰৰ সহজাত প্ৰণতি। বিয়াৰ হোম-যজ্ঞৰ অন্তত পত্নী হয় পতিৰ জীৱনত জীৱন সংগী।

নৰ-নাৰীৰ মিলন সৃষ্টিৰ আঁকৰ। ই প্ৰাকৃতিক। শাস্ত্ৰত উল্লেখ আছে যে- "যেতিয়ালৈকে এগৰাকী পুৰুষে এগৰাকী নাৰী অথবা এজনী নাৰীয়ে এগৰাকী পুৰুষ লাভ নকৰে তেতিয়ালৈকে তেওঁলোক অসম্পূৰ্ণ।" সেই কাৰণে বিবাহ পতি আৰু জায়াৰ মিলন। বৃহদাৰণ্যক উপনিষদত উল্লেখ্য যে- "নিজৰ শৰীৰক দুই ভাগ কৰি প্ৰজাপতিয়ে পতি আৰু পত্নীৰ সৃষ্টি কৰিছিল; সেয়ে পতি আৰু পত্নী অভেদাত্মা - অভিন্ন; অৰ্দ্ধাঙ্গিনী।"

এগৰাকী পুৰুষে এগৰাকী ৰূপৱতী, গুণৱতী, কৰ্মদক্ষা কইনাক নিজৰ পত্নী হিচাপে পোৱাটো কামনা কৰাৰ দৰে কইনাগৰাকীয়েও তেওঁৰ পতিগৰাকী ৰূপবান, গুণবান হোৱাটো বাঞ্ছা কৰে। সমাজত প্ৰচলিত ধাৰণা অনুযায়ী কইনাৰ মাকে জোঁৱাই গৰাকী ধনবান লোক হোৱাটো বিচাৰে। দেউতাকে বিচাৰে দৰাৰ যশ আৰু খ্যাতি। আত্মীয়-স্বজন, ইষ্ট-কুটুম্বই কিন্তু দৰাৰ কূল আৰু জাতিহে বিচাৰে। শুভাকাঙ্ক্ষী অন্যান্যসকলে বিয়াত মিষ্টান্ন ভোজনৰ আশা কৰে। বিয়াৰ পৰিবেশ আহিলেই আৰম্ভ হয় সুমধুৰ কল্পনা-জল্পনা আৰু আন কিছুমান অনৰ্থক চিন্তা-ভাৱনা। বিয়াৰ এই জল্পনা-কল্পনাবোৰকে কিছুমান বিশেষ ৰীতি-নীতি, প্ৰথা-দস্তুৰ তথা আচাৰভিত্তিক ৰূপায়িত হোৱাত অসমীয়া লোক-সংস্কৃতিৰ অন্তৰংগ অংগ হৈ পৰিছে। এইবোৰৰ সংগৃহীত তথ্যৰে বৰপেটা জিলাৰ বৃহত্তৰ অসমীয়া সমাজখনত পৰম্পৰাগত ভাবে পালিত, আচাৰিত ৰীতি-নীতিক সামৰি সামাজিক জীৱনত বিবাহৰ এক আলোচনা আগবঢ়াবলৈ চেষ্টা কৰা হৈছে।

বিবাহ এক সামাজিক উৎসৱ। সকলো জাতি-গোষ্ঠীৰ লোকে নিজৰ পৰম্পৰাগত প্ৰথামতে বিবাহ কাৰ্য্য সম্পাদন কৰে। পুৰুষ-মহিলা, ল'ৰা-ছোৱালী সকলোৰে, সকলো শ্ৰেণীৰ লোকে বিয়া উৎসৱৰ জৰিয়তে আনন্দ, ৰং-তামছা প্ৰকাশ কৰে। বিয়াৰ আয়োজন আৰম্ভ হ'লেই দৰাঘৰৰ প্ৰস্তুতি, কইনা চোৱা বা কইনা ঠিক-ঠাক কৰা আদি

প্ৰাৰম্ভিক কাম-কাজবোৰ সম্পাদন কৰি দিনবাৰ নিৰ্দ্ধাৰণ কৰি লয়। কোনো অঙহী-বঙহী অথবা শুভাকাঙক্ষী ব্যক্তিৰ জৰিয়তে কন্যাৰ, কইনাৰ পৰিয়ালৰ সবিশেষৰ সন্ধান লৈ কইনা ঘৰৰ প্ৰাথমিক সন্মতি সাপেক্ষে নিৰ্দ্দিষ্ট দিনত দৰা ঘৰৰ পৰা কন্যা চাবলৈ যায়। দস্তুৰ অনুযায়ী দিন বাৰৰ সময়ৰ শুভ-অশুভ চাইহে যাত্ৰা কৰে।

যাত্ৰাত দিন-বাৰ-সময় বান্ধি শুভক্ষণত কন্যা চাবলৈ ৩জন/৫জন/৭জন অভিজ্ঞ ব্যক্তি যোৱাৰ নিয়ম। বিয়োৰ শালিকা দেখা, সম্মুখফালৰ পৰা গোটা বাঁহ ভাৰ বান্ধি অনা, পিছফালৰ পৰা মাত দিয়া, মৰাশ দেখা যাত্ৰাকালত অশুভ। কইনাৰ ৰাশি-যোৰা চাই পছন্দ হ'লে সিদিনাই অথবা পিছত বিয়া সম্বন্ধে আলাপ-আলোচনাৰ দিন নিৰ্দ্ধাৰণ কৰে। অপছন্দ হ'লে পিছত খা-খবৰ জনাব বুলি কৈ আহে। কেতিয়াবা কন্যা ঘৰকো দৰা-সমন্বিতে পৰিয়ালবৰ্গক চাবলৈ নিমন্ত্ৰণ জনায়। উভয়পক্ষৰ সন্মতিৰ পিছত 'খাটাৰ ভাৰ' কন্যা ঘৰলৈ নি সমজুৱাৰ সন্মুখত বিয়া দিন- তাৰিখসহ আৱশ্যকীয় কথাবোৰৰ সিদ্ধান্ত কৰে। নিয়ম অনুযায়ী খাটাৰ ভাৰত তামোল এথোক, পাণ, চাউল আৰু গাখীৰৰ টেকেলি নিয়ে। বিয়াৰ দিন ঘোষণা কৰাৰ লগে লগে দৰা-কইনা দুয়োটা পৰিয়ালতে বিয়াৰ আয়োজনৰ তৎপৰতা আৰম্ভ হয়। দুয়োপক্ষই খৰছৰ বাজেট প্ৰস্তুত কৰি আৱশ্যকীয় সামগ্ৰীসমূহ আহৰণত ব্যস্ত হৈ পৰে। বিয়াৰ প্ৰস্তুতিৰ সমসাময়িকভাৱে আৰম্ভ হয়- আত্মীয়-স্বজন, শুভাকাঙক্ষী-বন্ধু-বান্ধৱলৈ-ৰাইজলৈ নিমন্ত্ৰণ। তামোল-পাণৰ শৰাই অসমৰ লোক-সংস্কৃতিৰ সম্পদ। বিভিন্ন উৎসৱ-পাৰ্ব্বণৰ লগতে বিবাহ-সবাহতো তামোল-পাণৰ শৰাইৰে নিমন্ত্ৰণ দিয়া প্ৰথা অসমত বৈদিক যুগৰে পৰা পৰম্পৰাগতভাৱে চলি আহিছে। বৰপেটা জিলাও ইয়াৰ ব্যতিক্ৰম নহয়। অতি নিকট আত্মীয়-স্বজনক তামোল-পাণ, ৰাইজ তথা শুভাকাঙক্ষীসকলক ছপোৱা চিঠিৰেও নিমন্ত্ৰণ দিয়া নিয়ম চলি আহিছে। বৰপেটা জিলাৰ বৃহত্তৰ বৰনগৰ অঞ্চলত আৰু বৃহত্তৰ বজালী অঞ্চলৰ কোনো কোনো স্থানত লং, বিড়ি-চিগাৰেট যাচিও বিয়ালৈ নিমন্ত্ৰণ কৰা দেখা যায়। কোনো কোনো স্থানত আজিকালি দৰা বা কন্যাৰ অভিভাৱকে নিকট আত্মীয়ক বিয়ালৈ নিমন্ত্ৰণ নিদিলে বিয়ালৈ যাবলৈ অনিচ্ছা প্ৰকাশ কৰা মানসিকতাও গা



কৰি উঠা দেখা যায়। আজিকালিও দৰা-কন্যাক নোওৱাবৰ বাবে পানী তুলিবলৈ আৰু ধোৱাবলৈও মহিলাসকলক একেলগে সুকীয়াকৈ নিমন্ত্ৰণ দিয়াৰ নিয়ম চলি আছে। নিমন্ত্ৰণৰ পিছতে হোৱা আন এটি পৰ্ব হ'ল- 'জোৰণ দিয়া' অনুষ্ঠান বা 'তেলৰ ভাৰ'। মাংগলিক প্ৰথাৰে কিছুমান নীতি-নিয়মৰ আধাৰত আঢ়ৈ চাউলৰ টেকেলী, দৈ, গাখীৰ-এঁৰা গাখীৰৰ টেকেলী, তেলৰ টেকেলী, তামোল এথোক, পাণ, নাৰিকল এযোৰ, কল পছলা এটা, পানী লাউ এটা, ডাঙৰ মাছ এটা, চালনী এখন প্ৰত্যেকটোতে তিনিটাকৈ সেন্দুৰৰ ফোঁট দি ভাৰ বান্ধি লয় আৰু কন্যাই ব্যৱহাৰ কৰিবলগা পাট-মুগাৰ কাপোৰ (এযোৰ বা দুযোৰ), গামোচাসহ অন্যান্য কাপোৰবোৰ, বিভিন্ন গহনা-গাঁঠৰি, প্ৰসাধনীয় সেন্দুৰ, স্নো-পাউদাৰ, তেল, আৰ্চী-ফণিসহ সামগ্ৰীবোৰ লৈ দৰাপক্ষই কন্যা ঘৰলৈ বুলি শুভক্ষণত গৈ উপস্থিত হয়। বিয়ালৈ দুদিন বা এদিন বাকী থকা অৱস্থাত দৰা ঘৰে নিয়া এই জোৰণ পৰ্ব বা তেলৰ ভাৰত জোৰণ কন্যা ঘৰ পোৱাৰ লগে লগে কইনা ঘৰৰ অভিভাৱকে অতিথিসকলক আদৰ-সাদৰ কৰি নি বহুৱাই আপ্যায়িত কৰে আৰু আগৰে পৰা সাৰি-মুচি-কাচি, চাকি-বন্তি জ্বলাই ৰখা ঠাইখিনিত তেলৰ ভাৰ থ'বলৈ দিয়ে। নিয়ম অনুযায়ী জোৰণ থোৱা ঠাইখিনিত সৰুকৈ ৰভা দিয়ে। কন্যাপক্ষই প্ৰাথমিকভাৱে সাদৰ-অভ্যৰ্থনা জনোৱাৰ অন্তত কন্যাপক্ষৰ দ্বাৰা আমন্ত্ৰিত সমজুৱাৰ সন্মুখত জোৰণ কাৰ্য্য আৰম্ভ কৰে। আনাকাটা ৰুমাল পাৰা আসনত কন্যাক বহিবলৈ দি প্ৰচলিত নিয়মৰ আধাৰত জোৰণলৈ নিয়া সামগ্ৰীসমূহ এপদ এপদকৈ কন্যাৰ হাতত তুলি দি থয়। দৰাঘৰীয়া লোকে লগত নিয়া তামোল-পাণ কাটি খোৱাৰ লগতে তেলৰ ভাৰত উপস্থিত থকা বয়োজ্যেষ্ঠ পুৰুষ-মহিলাসকলক তামোল-পাণ শৰাইৰে যাচি সন্মান প্ৰদৰ্শন কৰে। পিছত অভিজ্ঞ বয়োজ্যেষ্ঠা মহিলা এগৰাকীৰ পৰামৰ্শমতেই দৰাঘৰীয়া ছোৱালী এগৰাকী (ভনীয়েক/ভাগিনীয়েক অথবা নিকট আত্মীয়)য়ে সমাজৰ সন্মুখত কইনা সাজেৰে আসনত বহি থকা কন্যাগৰাকীক মূৰত তেল, কপালত সেন্দুৰৰ ফোঁট দি মূৰ ফণিয়াই আ-অলংকাৰ পিন্ধাই দিয়ে। তেতিয়া সমবেত আয়তীসকলে মংগল উৰুলি ধ্বনি কৰি গায়—

"মায়েৰাৰ অলংকাৰ থোৱাহে জানকী
ঐ ৰাম দেউতাৰাৰ অলংকাৰ থোৱাহে।
ৰামে দি পঠাইছে বিচিত্ৰ অলংকাৰ
ঐ ৰাম হাত যোৰ কৰি লোৱাহে।।"

কইনাই ৰাইজক সেৱা জনাই আশীৰ্বাদ লয়। জোৰণ পৰ্বৰ সমাপ্তিৰ অন্তত জোৰণীয়া সামগ্ৰীসমূহ নিয়মমতে ঘৰলৈ নিয়ে। পিছত দৰাপক্ষীয় অতিথিসকলক দৈ, চিৰা তথা অন্যান্য মিষ্টান্ন আহাৰেৰে আপ্যায়িত কৰি জোৰণত অনা নাৰিকল দুটিৰ এটি বৰ ঘৰলৈ কইনাই লগুণ গাঠিৰ বাবে বোৱা আনাকাটা কাপোৰেৰে বান্ধি দি বিয়াৰ দিনত আহিবলৈ বৰ মাতে লগতে তেল আৰ্চি-ফণি, তামোল-পাণ আৰু আঙুঠী আদি দি পঠিয়ায়। পিছত জোৰণত দিয়া খাদ্য সম্ভাৰেৰে কন্যাপক্ষই ৰাতি এসাজ খাই ৰং-তামছা কৰে।

বিয়াৰ আগদিনাখন দৰা-কইনাৰ বাবে সুকীয়াকৈ বিশেষ পদ্ধতিৰে সান্দহ খুন্দাৰ নিয়ম। তিনিজনী বা পাঁচজনী আয়তীয়ে লগ লাগি তেল সেন্দুৰ পিন্ধাই দৰা হ'লে ৫খলা আৰু কইনা হ'লে ৩খলা আয়তীৰ উৰুলি জোঁকাৰ মংগল ধ্বনিৰ মাজেৰে ৰং-ৰহইচ কৰি উৰালত সান্দহ খুন্দা আৰম্ভ কৰে। সান্দহ খুন্দোতে তলত দিয়া গীতবোৰ গায়—

দৰাৰ (ক) জয় জয় পৰম মংগল হা মোৰ কৃষ্ণ এ
ও জয় জয় বাসুদেউ ও ৰাম দৈৱকী নন্দন কৃষ্ণ এ
জয় যদুপতি কৃষ্ণ মোৰ গতি এ হা মোৰ কৃষ্ণ এ
তযু পাৱে কৰো সেৱা ও ৰাম দৈৱকী নন্দন কৃষ্ণ এ

কন্যা (খ) কলা তুলসী ডালি এ কাচনে কাচিলো
আজিৰে পৰা আইদেউৰ বিয়া ৰাইজক জনালোঁ
উৰুলি জোঁকাৰ দিয়াহে আয়তী ...........

বিয়াৰ আগদিনা ৰাতি অধিবাস কৰে আৰু দোকমোকালিতে দৈয়ন দিয়ে। বিয়াৰ দিনাখন সম্পাদিত হোৱা ক্ৰিয়া-কৰ্ম-অনুষ্ঠানসমূহক কেবাটাও ভাগত ভাগ কৰি দেখুৱাব পাৰি। সেইবোৰৰ ভিতৰত আয়তীসকলৰ দ্বাৰা পানী তোলা অনুষ্ঠান (দৰা-কইনা উভয়ৰে), নাম-প্ৰসঙ্গ, ভাগৱত পাঠসহ পূৰ্ব পুৰুষৰ শ্ৰাদ্ধপিণ্ড প্ৰদান (যিসকলে কৰে), তেল চৰিওৱা, আবেলি আমন্ত্ৰিত অতিথিলৈ অভ্যৰ্থনা, তোলা পানীৰে দৰা-কইনাক গা ধুওৱা, সুৱাগ জাৰা বা সুৱাগুৰি তোলা (উভয়ৰ), দৰা আদৰণি আৰু শুভ লগ্নত দৰা-কইনাৰ বিয়া। এই বিয়া একশৰণ ভাগৱতী সমাজৰ নিয়ম-প্ৰথামতে আৰু আনসকলে হোম-যজ্ঞ সমাপন কৰি সম্পাদন কৰে।



পানী তোলা অনুষ্ঠান ঃ

বিয়াৰ দিনাখন দৰা-কইনাক ধুওৱাবলৈ আয়তীসকলে ৰাতিপুৱা সমবেত হৈ কোনো নদীৰ ঘাট, ৰাজহুৱা পুখুৰী অথবা নাদত গৈ তিনিবাৰ পানী তোলা নিয়ম। কলহ এটা, টেকেলী ৩টা, আমদালি দিয়া ঘট এটা এনেকৈ ৫টা বা ৭টা পাত্ৰত তেল-সেন্দুৰ দি এঁৱা সুঁতাৰে বান্ধি লৈ দৰা-কন্যাক ধোওৱাবলৈ পানী তুলিবলৈ যায়। সাধাৰণতে পানীৰ মূল কলহ দৰা-কন্যাৰ মাকেই লোৱা নিয়ম যদিও মাক নাথাকিলে মাতৃস্থানীয়া নিকট আত্মীয়ৰ তিৰোতা খুৰীয়েক/বৌৱেক/মামীয়েক আদিয়ে ধাৰণ কৰি উপবাসে থাকি পানী তুলিবলৈ যায় আৰু তেওঁলোকেই দৰা-কন্যাক গা ধোওৱাৰ কাৰ্য্য আয়তীসকলৰ সহযোগত সম্পাদন কৰে। সাধাৰণতে বিধবা মাক বা অন্য তিৰোতাই বিয়াৰ মাংগলিক ঘট ধাৰণ নকৰে। লঘোণ দি থকা মাক/খুৰীয়েক/বৌৱেক/মামীয়েক আদিয়ে পানী তুলিবলৈ গৈ প্ৰথমতে নাদত/নদীত/পুখুৰীত তামোল-পাণ এযোৰ পাৰত দি নাৰদ মুনিক বিয়ালৈ নিমন্ত্ৰণ দিয়ে। নাৰদক বিয়ালৈ তামোল-পাণ দি মাতা এটা পৰম্পৰাগত দস্তুৰ। পিছত কুঁৱা/ঘাটত পইচা এটা দি পানীখিনি কিনি লৈ প্ৰথমতে কলহ লোৱা আয়তীগৰাকীয়ে চুৰি-কটাৰীৰে পানীখিনি তিনিবাৰ কাটি লৈ তিনিবাৰ পানী তুলি কলহত ভৰায়। কোনো কোনো স্থানত এবাৰত কিছু পানী কলহত ভৰাই বাকীখিনি পানী আন আন পাত্ৰবোৰত দি তিনিবাৰত সম্পূৰ্ণ কৰে। কোনো কোনো স্থানত তিনিবাৰতে কলহটো ভৰ্ত্তি কৰে আৰু বাকী পাত্ৰ লোৱা আয়তী সকলেও তেনেকৈ পানী তুলি পাত্ৰ কেইটা ভৰ্ত্তি কৰে। পানী তোলাৰ আগতে মূল কলহ লোৱা আয়তীগৰাকীয়ে হাত মুখ ধোৱাৰ নিয়ম। আয়তীসকলে পানী তুলিবলৈ আহি বিয়া ঘৰীয়াৰ চোতালত ভৰি দিয়েই গীত গাবলৈ আৰম্ভ কৰে—

(ক) উঠৰে জেহাহু উঠৰে পেহাহু এ হামোৰ কৃষ্ণ এ
ও উঠৰে মাকাল দাঙী বৌ ও ৰাম দৈৱকী নন্দন কৃষ্ণ এ
পানী তুলিবলৈ যোৱা নে নোযোৱা এ হা মোৰ কৃষ্ণ এ
ও আমাৰ আগতে কোৱাহে ৰাম দৈৱকী নন্দন কৃষ্ণ এ



(খ) ৰাতিতে তুলিবা পানী এ অতি বৰ পোৱা
পুৱালী পৰিব পখী জল যাব চুৱা
উলে দিয়া কাঁহ পিতল এ ভঙা ফুটা চাওঁ
ও আইদেউৰ বিবাহৰ পানী তুলিবলৈ যাওঁ।।

পানী তুলিবলৈ যাওঁতে বাটত, পানী তোলাত, কলহ তুলি লোৱাত, পানী তুলি ওভোতাৰ বাটত আৰু পানী তুলি চোতাল পোৱাত কলহ, টেকেলী ঘৰৰ ভিতৰলৈ নিয়া সময়ত সুকীয়া সুকীয়াকৈ বিয়াগীত আয়তীসকলে সমস্বৰে গায়। তেনে কেইটামান গীতৰ দিহা উল্লেখ কৰা হ'ল।

(ক) পানী তোলাত গোৱা গীত —
জল এৰি দিয়া হৰি হে নিও কলসী ভৰি হে
জল এৰি দিয়া আই জলকুঁৱৰী মুঠিতে আনিছো কৰি এ
জল এৰি দিয়া আই জলকুঁৱৰী আনিবা পাতালৰ পানী এ



আহাৰে পানী চল চল
দঁৱাৰ(দ') দেখি নাযাবি থিয়াই যাবি তল হে ঘৰিয়ালে মেলি আছে গল।
ৰাধেও জুজৰি ধৰবা টানি
মুঠি টান কৰি কটাৰী ধৰিবা আনিবা পাতালৰ পানী।।

(খ) কলহ তুলি লোৱা গীত —
কি এ হে ওৰে সখী বৌ জল তুলি লউ
সোণৰে কলসী ভৰি এ

(গ) পানী তুলি ওভোতাত গোৱা গীত —
পানী তুলি ৰাধে উলটি নাচাবা
সাগৰ পৰিব ঢলিহে



কি এ হে বাটৰে টেঁকীয়া পন্থ চাৰি দিয়া
পানী তুলি ঘৰক যাও
ওহে চন্দ্ৰ আলি ভৰিতে নূপুৰ
ওহে চন্দ্ৰ আলি গৰা দাঙি বুল

(ঘ) পানী তুলি আহি চোতাল পোৱাত পানী কলহ টেকেলী ঘৰৰ ভিতৰত নিয়া সময়ত আয়তীসকলে সুকীয়া গীত গায় —
হৰি হে দুৱাৰ মেলা দুৱাৰ মেলা
হৰি হে কাঠৰ হেঙাৰ বাৰি নাৰায়ণ এ
হৰি হে আনিছো গংগাৰ জল ও
হৰি হে নিবা আগবাঢ়ি নাৰায়ণ এ
হৰি হে দুৱাৰত ৰৈ আছে
হৰি হে ঘুনুচা সুন্দৰী নাৰায়ণ এ
হৰি হে নিবা আগবাঢ়ি
হৰি হে থ'বা দক্ষিণফালে নাৰায়ণ এ
হৰি হে টেকেলীৰে মুখ ঢাকি
হৰি হে জোৰণ কাপোৰ (ওপৰত) দিবা নাৰায়ণ এ
হৰি হে ওলাই আহা আইদেউ
হৰি হে আহা আগবাঢ়ি নাৰায়ণ এ
হৰি হে আনিছো গংগাৰ জল
হৰি হে লোৱা মাথায় চাপি নাৰায়ণ এ।।

তোলা পানী লৈ আয়তীসকল দৰা-কন্যাৰ ঘৰ পোৱাৰ পিছতেই বৰ-কইনাক বৰঘৰৰ অচিনাত পিৰাত আনাকাটা কাপোৰ পাৰি পুব মুৱাকৈ বহিবলৈ দি মাননি হিচাপে হাতত টকা-সিঁকা দি কলহৰ পৰা পানী তিনি চলু লৈ মূৰত পেলাই সেপ্তে (পিহি) দিয়ে। আনবোৰেও তেনে কৰে। কলহ, টেকেলী, ঘট, চালনী লোৱা আয়তী কেইগৰাকীয়ে মাৰ নিদিয়া আঁকা সূঁতা ৫১পাক দি হাতে হাতে ধৰি শালা বটি (ল'ৰা হ'লে ৯ডাল, ছোৱালী হ'লে ৭ডাল) কলহ, টেকেলী, ঘটবোৰ বান্ধি সযতনে ৰক্ষণাবেক্ষণ দি ভালদৰে থয়। সেই শালাডাল বামুণে পিছত বিয়াৰ সময়ত পূজা কৰোঁতে চাকি জ্বলোৱাত ব্যৱহাৰ কৰে। এখন আনাকাটা কাপোৰেৰে ঘট, কলহ, টেকেলীবোৰ ঢাকি থোৱাৰ নিয়ম।

ইয়াত যথেষ্ট নিয়ম-নীতি পালন কৰাৰ লগতে স্নান নকৰালৈকে দৰা-কইনাৰ প্ৰৱেশ সেই ঘৰত নিষিদ্ধ। পিছত পানী তুলিবলৈ যোৱা আয়তীসকলক চাহ-জলপান, তামোল-চালি খুৱাই গৃহস্থই আপ্যায়িত কৰে।

বিয়া ঘৰীয়াৰ কোনো সুচল ঠাইত মুৰাৰে (আলুসহ)সতে তুলি অনা কলগছ (আঠিয়া কল নিষিদ্ধ) ভিনীহিয়েক বা ভনী জোঁৱায়েক অথবা নিকট আত্মীয়ই বিশেষভাৱে পুতি লৈ সজাই-পৰাই বিয়া ঘৰীয়াৰ সুবিধামতে দৰা-কন্যাক তোলা পানীৰে গা ধোওৱাৰ ব্যৱস্থা কৰে। দুটা খেৰৰ সপ্তিৰ ওপৰত ভৰি দুখন থ'বলৈ দি বহি থকা দৰা-কন্যাৰ নখ ভাগিন/অতি নিকট আত্মীয়ই কাটি দিয়াৰ পিছত ৰভা তলৰ পৰা দৰা-কইনাক ভিনীহিয়েক/ মোমায়েক/নিকট আত্মীয়ই দাঙি নি কলৰ তলত বহুৱায়। দৰা-কইনাই নখ কাটোতাক মাননি দিয়ে। পিছত লঘোণ দি থকা আয়তীসকলে তথা পানী তোলাত মুখ্য ভূমিকা লোৱা মাক/খুৰীয়েক/মামীয়েক/বৌৱেক আদিয়ে মাহ, হালধি, তেল গাত ঘঁহি দি গা ধোৱাই দি ন-কাপোৰ পিন্ধায়। এই কৰ্মত আয়তীসকলে সামৰ্থ অনুসৰি বিভিন্ন প্ৰকাৰৰ বস্ত্ৰ দৰা-কন্যাৰ মূৰত আন্তৰিকতাৰে দি আশীৰ্বাদ দিয়ে। এইখিনি সময়ত আয়তীসকলে উলহ-মালহেৰে গীত গায়—

কিবা পখী হাগি গৈলা চেকুৰা চেকুৰী  
কলৰ গুৰিত বহিচে আইদেউ ফেকুৰী ফেকুৰী।  
হেম তাই বেৰি আছে যজ্ঞ কলৰ পুলি  
ধুওবাকে ওলাই নাহে মাই পটেশ্বৰী।।

মাহ-হালধি গাত সানি দিয়াৰ সময়ত আয়তীসকলে গায়—

হালধি মাহে  
হালধি নেদিবা গণৰূপৰ গাৱ হে  
হালধি মাহে  
আগে দিবা হালধি মাহে  
মাহ বৰা হালধি মাহে  
পাছে ঘটৰ পানীহে হালধি মাহে





আইদেউৰ পদুলিতে হালি আছে নল  
কলহে কলহে ঢালে যমুনাৰে জল  
স্নান কৰি আইদেউৰে মাথে দিয়ে হাত  
স্বৰ্গৰ পৰা দেৱগণে কৰে আশীৰ্বাদ  
ও শ্যাম গা ধুই উঠিলা  
ও শ্যাম মাকক সুধিলা  
আই মই কি কাপোৰ পিন্ধো শ্যাম  
আইদেউৰ লাহৰ কাপোৰ পালাহে ৰাম।

**আগ দিয়া ঃ**

হৰি হে আগ দিয়া আগ লৱ  
একো মুঠি দিয়াৰে আয়তী  
অজৰ অমৰ কৰি হে ৰাম  
আগে দিবা দুনী চাউল  
পাছে ঘটৰ পানী হে ৰাম  
ঘিউৰ চাকৈৰ বাৱ দিবা  
হাত টানি টানি হে ৰাম।।

এনেদৰে গাই-বাই পিছত দৰা-কইনাক ৰভাতলিত নি বহুৱায়গৈ।

**তেল চিৰণ প্ৰথা ঃ**

বিয়াত শ্ৰাদ্ধ বা ভজনী কৰিলে তেল চিৰণ প্ৰথা এটা অন্তৰংগ অনুষ্ঠান। এটা দনাত হোমৰ বাৰীৰ কাজল, এটা বাটিত তেল আৰু দুবৰি বন; এটা সাজত সেন্দূৰ, এটা শিল (টিক) আৰু এটা আঙঠি আৰু এটা ধানৰ সীহ বা থোক অনুষ্ঠানটোৰ অন্তৰংগ অংগ। কইনা বা দৰা ধুওৱাজনী মহিলাই শিলটো, আঙঠিটো ধানৰ থোকে সৈতে মূৰত ধৰি দুবৰি বন কোছাৰে হাতত এবাৰ, কপালত এবাৰ, মূৰত এবাৰ এনেকৈ তিনিবাৰ মিঠাতেল দিয়ে। দৰা হ'লে কাজলৰ ফোঁট আৰু কইনা হ'লে সেন্দূৰৰ আৰু কাজলৰ ফোঁট উভয়ে দিয়ে। আত্মীয় লোকসকলেহে এই কৰ্ম অনুষ্ঠান সম্পাদন কৰে। দৰা-কইনাক মাননি হিচাবে তেল চিৰোৱা ব্যক্তিসকলে টকা-সিঁকা হাতত বা মূৰত দি তেল দিয়া কাৰ্য্য কৰে। আৰ্চী দেখুৱাই ফণিৰে মূৰ ফণিয়াই ধুপ আৰু চাকি(বন্তি)ৰ বা' দিয়ে। অতি নিকট আত্মীয়ই সেই সময়ছোৱাত দৰা-

কইনাক বিশেষ ৰং-তামছাৰে হাৰ, আঙুঠি আদি আ-অলংকাৰ পিন্ধায়। তেল চিৰণৰ পিছত দৰা-কন্যা বৰ ঘৰলৈ প্ৰৱেশ নিষিদ্ধ।

**সুৱাগুৰি তোলা প্ৰথা ঃ**

সুৱাগজাৰা বা সুৱাগুৰি তোলা প্ৰথা বিয়াৰ অপৰিহাৰ্য্য অংগ। সুৱাগুৰি তোলা কামটো সচৰাচৰ দৰা অহা সময়ত সম্পাদিত হয় যদিও আজিকালি বিভিন্ন অসুবিধালৈ লক্ষ্য ৰাখি দিনৰ ভাগতে সন্ধিয়াৰ আগে আগে সমাপন কৰে। দৰা-কইনাক নোওৱাবলৈ থকা নিৰ্দ্দিষ্ট তিৰোতা কেইগৰাকীয়েই সুৱাগুৰি তোলাটো বাধ্যতামূলক দস্তুৰ। পানী তুলি অহা ঠাইৰ বিপৰীতফালে সুৱাগ জাৰিবলৈ যোৱা নিয়ম। তেনে ঠাইৰ যিকোনো কুঁৱা এটাৰ পাৰলৈ তামোল-পাণ, ছাঁতি, কোদাল, চালনী বা কাঁহীত জলন্ত চাকি, খৰিকা, গাখীৰ-কল লৈ মহিলা কেইজনীয়ে সুৱাগুৰি তুলিবলৈ যায়। কুঁৱাৰ পাৰত ভৰি-হাত ধুই তামোল-পাণ যোৰ কুঁৱাৰ পাৰত দি সেৱা কৰি খৰিকাবোৰ বোকাত পুতি এঁৱা সুঁতাবোৰ মেৰুৱাই দৌল বান্ধে। আয়তীসকলে তেতিয়া সমস্বৰে এই গীতটো গায়—

“ দেউল বান্ধা দেউল বান্ধা
হৰি হে নাবান্ধিবা আলি
সোণৰ বটা জালি কাটা
পৰে হালি জালি, হৰি ৰাম

পানী তোলাৰ মুখ্য তিৰোতাগৰাকীক সতীৰ্থ তিৰোতাবোৰে কাৰ বিয়া, কি শুনিছা আদি প্ৰশ্ন কৰে আৰু মুখত পানী ভৰাই লৈ থকা দৰা-কন্যাৰ মাক/দায়িত্বৰত তিৰোতাগৰাকীয়ে অমুক-আমুকীৰ (দৰা-কন্যাৰ নাম) বিয়া, ঢোলৰ মাত শুনিছো আদি উত্তৰবোৰ মুখৰ ভিতৰতেই কৈ দিয়ে। পিছত ৫টা পিঠাগুৰিৰ লাড়ু চাৰিওফালে চাৰিটা ওপৰৰ ফালে এটা দলিয়াই দিয়াৰ উপৰিও আৰৈ চাউল তিনি মুঠা ওপৰলৈ দলিয়াই দিয়ে। কোদাল লোৱাজনে আগে আগে কোদালেৰে গাঁত খান্দি আহে আৰু পিছে পিছে আহি থকা সুৱাগুৰি তোলা আয়তীসকলৰ কোনোৱে গাঁতবিলাকত গাখীৰ-কলৰ ভোগ অলপ অলপকৈ পেলাই দিয়ে আৰু চালনী বা কাঁহী লোৱা আয়তীগৰাকীয়ে বাঢ়নীৰে তাৰে অলপ অলপ তুলি লৈ আহে। ঘুৰাৰ



পথত আয়তীসকলে গায়—

“ সুৱাগ জাৰিলা আগে
কোদালে খুন্দিলা দৈ কল দিলা, বাঢ়নী তুলিলা আগে।
কাঁহীখন তুলিলা মাথে তুলি লৈলা
(কন্যা বা দৰা) কাষে গৈলা আৰু মাথে তুলি লৈলা,
আঙঠি সলকায় দিলা।
সাত পাক ঘুৰি আঙঠি ঘূৰাইলা
মাওঁৰ-হাতে লৈ মুখে জল লৈ
পদুলি কলৰ গুৰিত পেলাব গৈলা।।

সুৱাগ জাৰাত মুখত লৈ অহা পানীখিনি পিছত পদুলি মুখত পুতি থোৱা কল পুলি দুটাৰ গুৰিত পেলাই দিয়ে। ৰভাতলিত বহি থকা দৰা-কন্যাক কাঁহী ধৰা আয়তীজনীয়ে চাউল আৰু আঙুঠি এটা কাঁহীখনত লৈ তিনিপাক সোঁফালৰ পৰা বাওঁফাললৈ ঘুৰে। পিছত দৰা বা কন্যাৰ মূৰৰ ওপৰত ধৰি থকা চাদৰখনত পুবফালৰ পৰা আঙুঠিটো পেলাই দিয়ে আৰু চাদৰখন ওলোটাই দি পশ্চিমফালে থকা তিৰোতাগৰাকীক আঙুঠিটো দিয়ে। পশ্চিমফালে থকা তিৰোতা গৰাকীয়েও তিনিপাক ঘূৰি আঙুঠিটো চাদৰখনত পেলাই দি অনুৰূপকৈ পুবৰ তিৰোতাগৰাকীয়ে ধৰে। তেনেকৈ তিনিবাৰ কৰাৰ পিছত সুৱাগ জাৰা কৰ্ম সমাপ্ত হয়। বিয়াৰ সামগ্ৰিক কালছোৱাতেই সৰু ছুৰি-কটাৰী দৰা-কইনাই নিজৰ বস্ত্ৰত বান্ধি ৰখা নিয়ম।

**গৰখীয়া ভাৰ ঃ**

তামোল এথোক, দৈ এটেকেলী, চিৰা-মিঠৈ এটেকেলীকৈ পাণ, নামমাত্ৰ মুদ্ৰা এটাক সামৰি গৰখীয়া ভাৰ (গৰখা ভাৰ) দৰাই কন্যাঘৰীয়া গাওঁৰ গৰখীয়াসকলক দিয়া বাধ্যতামূলক নিয়ম প্ৰচলন আছিল যদিও সম্প্ৰতি দুই এঠাইৰ বাহিৰে সিবোৰ নিয়ম উঠি গৈছে। ইয়াৰ উপৰিও কন্যাঘৰীয়া ৰাইজৰ বুঢ়ী ভকতনী, ছোৱালীসকলক “দুৱাৰ বান্ধা, লগ এৰা, খোপা বান্ধা”কে ধৰি ভিন্ন প্ৰথাৰ অধীনত দস্তুৰমতে কন্যাপক্ষ বা দৰাপক্ষই ধন আদায় দিয়াৰ নিয়ম প্ৰচলিত। ই জিলাখনৰ সকলো প্ৰান্ততে কম বেছি পৰিমাণে ব্যৱহৃত।

সন্ধিয়াৰ পিছত যাত্ৰাৰ লগ্ন অনুযায়ী দৰাই কন্যা ঘৰলৈ আনন্দ,

ৰং-তামছাৰ মাজেৰে যাত্ৰা কৰে। গন্তব্য পথত বিষ্ণুসদৃশ দৰা দৰ্শনৰ অজুহাতত বাট আগছি ধৰি অনুষ্ঠান-প্ৰতিষ্ঠানৰ নামত বৰঙণি লোৱাটোও সাম্প্ৰতিক লোক-সংস্কৃতিৰ অংগ হৈ পৰিছে যদিও ই অন্তৰংগ নহয়। সম্পূৰ্ণ বিবাহ কাৰ্য্য মূলতঃ কেবাটাও কৰ্মৰ সমষ্টি যদিও থুলমূলকৈ ইয়াক দৰা আদৰণি, দৰা বৰণ, পূজা, সম্প্ৰদান কৰ্ম, হোম-যজ্ঞ, পাণি গ্ৰহণ, সপ্তপদী গমন, দেৱ-দেৱতা দৰ্শন, উৎসৰ্গা, অভিষেক আহুতি, ৰাইজক সেৱা, কন্যাঘৰীয়া স্ত্ৰী আচাৰসমূহেই প্ৰধান।

দৰা আহি কইনাৰ পদুলিমুখ পোৱাৰ পিছতেই কইনা ঘৰৰ উখল-মাখল লাগে; দৰাৰ শুভাগমনক আদৰণি জনাবলৈ খৰখেদা আৰম্ভ হয়। পদুলিমুখত মুনিহ-তিৰোতা-ছোৱালীৰ জুম হয়। দৰা-কন্যা উভয়পক্ষৰ আয়তীৰ উৰুলি-জোঁকাৰ, মংগলধ্বনিৰ মাজত কন্যাৰ অভিভাৱকে (দেউতাক/ককায়েক/খুড়াক) দৰাক কলৰ তলত নিৰ্দিষ্টকৈ সজাই থোৱা পীৰাখনত থিয় কৰাই তেওঁক বিষ্ণু বা শিৱ স্বৰূপ বুলি কল্পনা কৰি মন্ত্ৰ মাতি দৰাৰ খুলশালী শ্ৰেণীৰ ছোৱালীৰ দ্বাৰাই দৈ-কমলাৰে (দৈ গাখীৰ আৰু পকা কলৰ একপ্ৰকাৰ ভোগ) চৰণ ধুৱাই দৰাক বৰণ কৰে, অলংকাৰ পিন্ধায়। দৰা বৰণত ৩/৫/৭খন বিযোৰ কাপোৰ, জলন্ত ধূপ-চাকিৰ বাৱ দি আদৰণিৰ মুহূৰ্তত দৰাপক্ষলৈ আঁৰে চাউল ছটিয়াই সম্ভাষণ জনায় (অৱশ্যে আঁৰে চাউল ছটিওৱা প্ৰথা লোপ পাবলৈ ধৰিছে)। দৰাক আদৰি নি নিৰ্দিষ্ট আসনত উপবিস্ত কৰাৰ পিছত কইনাপক্ষ, বৰপক্ষৰ হৰ্ষধ্বনি, আনন্দ-উল্লাস শংখধ্বনি আৰু পুৰোহিতৰ বেদৰ মন্ত্ৰধ্বনিৰে বিবাহমণ্ডপ মুখৰিত হৈ পৰে। এইখিনি সময়তেই কন্যাপক্ষই দৰাঘৰীয়া অতিথিসকলক সাধ্যানুসাৰে অতি বিনীতভাৱে আদৰ-সাদৰ, অভ্যৰ্থনা কৰি তামোল-চালি, ধূমপান কৰাই সন্তোষ দিয়ে। ৰভাৰ তলত বেদীৰ সন্মুখত বহি কন্যাদাতাই মাংগলিক প্ৰথাৰে পূজা অৰ্চনা কৰি পাদ্য-অৰ্ঘ-মালা-বস্ত্ৰেৰে দৰাক বৰণ কৰে। কোনো কোনো ঠাইত পদুলিত কল পুলিৰ তলতেই দৰাক পাদ্য-অৰ্ঘ-বস্ত্ৰ-মালাৰে বৰণ কৰি হোমৰ গুৰিত বহুৱায়। জিলাখনত দৰাক সন্মান জনাই আত্মীয়ৰ দ্বাৰা দাঙি নিয়াৰ প্ৰথাও প্ৰচলিত আছে। দৰা বৰণৰ সময়ত কাঁহৰ কাঁহীত জলন্ত চাকি(দীপ), ধূপ, বস্ত্ৰ, টকা, তামোল-পাণ আৰু সাতোটা পিঠাগুৰিৰে বিশেষভাৱে তৈয়াৰী লাড়ু



অপৰিহাৰ্য্য। দৰাৰ আত্মীয়ই তামোল-পাণ দি কইনাক বিয়াত বহিবলৈ আমন্ত্ৰণ দিয়া নিয়ম। বিয়াত তামোল-পাণ দি নিমন্ত্ৰণ নিদিয়ালৈকে কইনা অহাটো নিষিদ্ধ। এইখিনি সময়তে আয়তীসকলৰ বিয়াগীত—

“ শিৱ গোঁসাই আহিছে ডম্বৰু বজাইছে;
শহুৰৰ পদুলিত কিবা ভিক্ষা মাগিছে।
এককে মগা নাই হেমৱন্ত ৰজা, মাগিছে আপোনাৰ জীহে।
শিৱ গোঁসাই আহিছে...............................আদিৰ ধুম আৰম্ভ

হয়। এনে ধৰণে বৰ বৰণকে ধৰি বিভিন্ন পৰ্য্যায়ত ভিন্ন ভিন্ন গীত পৰিৱেশন কৰে।

পুৰোহিতে প্ৰাথমিক পূজা-পাৰ্ব্বণসহ আনুষঙ্গিক কৰ্মসমূহ সমাপনৰ পিছতেই হোম-যজ্ঞ আৰম্ভ কৰে। বৰ-কইনাই বিয়াত মাংগলিক আচাৰেৰে অগ্নিক প্ৰাৰ্থনা কৰি হোম-যজ্ঞত আহুতি দি শপত লৈ সংকল্প লয় বৈবাহিক জীৱন মধুৰ কৰি, জীৱনৰ জয়যাত্ৰা জ্ঞানৰ পোহৰেৰে উদ্ভাষিত কৰি, জীৱনৰ খলা-বমা-পিছল পথ সুগম কৰি পবিত্ৰ প্ৰেমময় জীৱন-যাপন কৰিবলৈ। বিয়াৰ মন্ত্ৰত তাৰ মৰ্মস্পৰ্শী বৰ্ণনা স্পষ্ট। কইনা সম্প্ৰদানৰ লগ্ন উপস্থিত হ'লে বৰ ঘৰৰ পৰা কন্যাক অভিভাৱকে হোমৰ গুৰিলৈ দাঙি আনে। দৰাই নেদেখাকৈ এখন ন-চাদৰ বা চেলেঙেৰে কন্যাক আঁৰ কৰি ধৰাৰ নিয়ম। তেতিয়া কন্যাক গন্ধ পুষ্পাদিৰে লক্ষ্মী স্বৰূপিনী বা মহালক্ষ্মী দেৱী বুলি সম্বোধন কৰি বন্দনা কৰে। হোম-যজ্ঞৰ পবিত্ৰ বেদীত বিয়াত অনুষ্ঠিত যজ্ঞৰ স্পৰ্শত দৰাই কন্যাৰ পাণিগ্ৰহণ কৰি নিজকে ভাগ্যবান বুলি অনুভৱ কৰে।

বিয়াৰ হোম-যজ্ঞত 'আখৈ'ৰ আহুতিৰ এক অন্তৰ্নিহিত তাৎপৰ্য্য আছে। 'সপ্তপদী গমন' বিয়াৰ দিনাখন অনাখিলা সাত পাত পাণৰ ওপৰেদি কন্যাই খোজকঢ়া প্ৰথা অসমীয়া সংস্কৃতিৰ এক অন্তৰংগ অংগ। বৃহত্তৰ অসমীয়া সমাজত যুগ যুগ ধৰি চলি অহা এই প্ৰথাৰ অন্তৰ্নিহিত এক গভীৰ তাৎপৰ্য্য আছে। বিয়াৰ দিনাখন হোম-যজ্ঞৰ সময়ত কইনাজনীয়ে পুৰোহিতৰ মন্ত্ৰ ধ্বনিৰ লগে লগে এখোজ এখোজকৈ সাত খোজ কাঢ়ে। সংসাৰ যাত্ৰাৰ প্ৰথম সাত খোজৰ প্ৰতিটো খোজৰে গভীৰ অৰ্থ আৰু ব্যঞ্জনা আছে। পতিয়ে আন্তৰিক প্ৰত্যয় আৰু প্ৰতীতিৰে কইনাক এখিলা এখিলাকৈ সাতখিলা পাণৰ ওপৰেদি

গমন কৰিবলৈ আহ্বান দিয়াৰ পিছত স্বামীৰ আদেশানুযায়ী পত্নীয়ে সপ্তপদী গমন কৰি বিপদে-আপদে, সুখে-দুখে স্বামী-স্ত্ৰী উভয়ে উভয়ৰ জীৱন-যাত্ৰাৰ পৰম বন্ধু হৈ পৰে। "ধ্ৰুৱতৰা দৰ্শন"ৰ জৰিয়তে পতিৰ জীৱনত পত্নীক ধ্ৰুৱতৰাৰ দৰে সত্য, অচল-অটল সদৃশে থাকিবলৈ আনন্দ বিহ্বলভাবে সংকল্প লয়।

অভিভাৱক কন্যাদাতাৰ দ্বাৰা "সবস্ত্ৰাচ্ছাদিতালংকৃতা" কন্যা দানৰ পিছত কন্যাদাতাই দৰাক যথাশক্তি বয়-বস্তু বা যৌতুক দিয়ে। কন্যা ঘৰীয়া আৰু দৰা ঘৰীয়া উভয়পক্ষৰ আত্মীয়-কুটুম্ব, বন্ধু-বান্ধৱে দৰা-কইনাক সা-সম্পদ, ধন-বিত উছৰ্গা বা উপহাৰ দিয়ে। বিয়াৰ অন্তত লগুণ গাঁঠিৰে সৈতে দৰা-কইনাক মাংগলিক ঘৰৰ ভিতৰলৈ আনুষ্ঠানিকভাবে নি স্ত্ৰী আচাৰ সম্পৰ্কীয় কিছু আচাৰ, নীতি-নিয়ম পালন কৰে। এনেদৰে বিয়াৰ অন্তত পতী-পত্নীৰ মধুৰ মিলনত বন্ধু-বান্ধৱ, আত্মীয়-স্বজন আনন্দিত হয়। নৱ পৰিণীতা পত্নীক লৈ দৰাই সমজুৱাক সশ্ৰদ্ধ সেৱা জনাই কন্যা দৰ্শন কৰাই আশীৰ্ব্বাদ ভিক্ষা কৰে। 'শাখা সেন্দুৰে দিন যাওঁক" বুলি ৰাইজে আশীৰ্ব্বাদ দিয়ে। বিয়া ঘৰত দেশাচাৰ, লোকাচাৰ, স্ত্ৰী আচাৰ আৰু লৌকিক প্ৰথাসমূহৰ আধাৰত দৰা-কন্যাক মাংগলিক সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত কৰি আচৰণ সমাপ্তিৰে বিবাহ কাৰ্য্যৰ সামৰণি পৰে।

দৰাই কন্যাক লৈ নিজ ঘৰত উপস্থিত হোৱাৰ লগে লগে আনন্দৰ কোৰ্হাল উঠে আৰু কন্যাক দীপ-ঘট-ধূপ আদিৰে আয়তীবৃন্দৰ সৈতে দৰাৰ মাকে আদৰিবলৈ পৰিয়াল উদ্‌গ্ৰীৱ হৈ পৰে। দৰা-কন্যা উভয়কে কোলাত একেলগে লৈ দৰাৰ মাকে পো-বোৱাৰীক পূৰ্ণ জীৱন-যাপনৰ গূঢ়মন্ত্ৰ দিয়ে। পৰিয়ালৰ জ্যেষ্ঠসকলে কইনাক সাদৰ-সম্ভাষণ জনায়। ন-কইনাই সাধ্যানুসাৰে দৰা ঘৰীয়া শাহু-শহুৰ প্ৰমুখ্যে অগ্ৰজ জ্যেষ্ঠসকলক আৰু অনুজ আত্মীয়-কুটুম্ব সহিতে বন্ধু-বান্ধৱক যথাযোগ্য মান-সন্মান (ফুলাম গামোছা, বস্ত্ৰাদি ও আন ধৰণে) প্ৰদৰ্শন কৰি নিজৰ সদিচ্ছা আন্তৰিকতা জ্ঞাপন কৰি এক সমন্বিত প্ৰীতিৰ পৰিবেশ গঢ়ি তোলে।

**বিয়াত ব্যৱহাৰ্য্য দ্ৰব্য-সামগ্ৰীসমূহ ঃ**

**(ক) দৰাই নিব লগা সামগ্ৰী ঃ** বিয়া উপলক্ষে বিভিন্ন পৰ্য্যায়ত দিব



লগা আৰু ব্যৱহাৰ কৰিব লগা নতুন কাপোৰ-কানি, গামোচা, নতুন চেলেং; পূজাৰ বাবে ফুল, ধূপ, দীপ, নৈবেদ্য, চন্দন, তুলসী, তামোল-পাণ, তিল, চাউল, ঘিউ, গাখীৰ; ভাগৱত এখনি, কোষা অৰ্ঘা।

**হোমত ব্যৱহাৰৰ বাবে ঃ** শ্ৰৱ-শ্ৰুচ এযোৰ, গৰু ঘিউ ৫পোৱা, ঘৃত পাত্ৰ এটি, প্ৰণীতা পাত্ৰ (চৰু) এটি, প্ৰোক্ষণী পাত্ৰ (চৰু) এটি, পৰমান্নৰ পাত্ৰ (চৰু) এটি, গৰুৰ এঁৱা গাখীৰ আধা লিটাৰ, মিহি চাউল ১পোৱামান, এবেগেত দীঘল দুদাল কুশ আন এদাল কুশেৰে বন্ধা পবিত্ৰ দুদাল, অতিৰিক্ত কুশ ব্ৰাহ্মণ আদিৰ বাবে কিছু কুশ, কিছু যজ্ঞ কাষ্ঠ (আম বা যজ্ঞ ডিমৰুৰ খৰি) তন্ত্ৰধাৰ বৰণৰ কাপোৰ (চুৰিয়া, চাদৰ, চোলা), দক্ষিণা যথাশক্তি, তন্ত্ৰধাৰক বহুৱাবলৈ আসন, সপ্তপদীৰ বাবে পাণ, পিঠাগুৰি আদি।

**কন্যা ঘৰে সংগ্ৰহ কৰিব লগা ব্যৱহাৰ্য্য সামগ্ৰী ঃ** বিষ্ণু পূজাৰ সামগ্ৰী, যৌতুক, বিচনা-পত্ৰ, কাঁহী-বাতিসহ অন্যান্য সামগ্ৰী, আদৰণি ধূপ-দীপ-বস্ত্ৰ আদি, দধি-দুগ্ধ, কুশ কিছুমান, পাদ্যৰ কাৰণে পানীপূৰ্ণ পাত্ৰ এটি, অৰ্ঘ্যৰ কাৰণে দধি আদি মিশ্ৰিত পাত্ৰ, আচমনীয়ৰ কাৰণে জলপূৰ্ণ পাত্ৰ দুটি, মধুপৰ্কৰ সহিত কাঁহৰ পাত্ৰ এটি, তাৰ ঢাকন (কাঁহৰ) এটা মুখ ধোৱা চৰিয়া, বৰ বৰণৰ সামগ্ৰী, তন্ত্ৰধাৰ বৰণৰ সামগ্ৰী, উভয়ৰ দক্ষিণা, বেছিকৈ যজ্ঞ কাষ্ঠ কিছুমান, লাগনি জোৰ এটা, কিছু আখৈ, সমী গছৰ পাত কিছু, পটা এখন, তিল-চাউল, শিলিখা, দৈ, ফুল, চন্দন আদি কিছু পৰিমাণে, দৰাক বহিবলৈ ভাল আসন এখন, বৰ বৰণৰ ফুলৰ মালা এধাৰ, সমাজত প্ৰচলিত আচাৰ-প্ৰথামতে প্ৰয়োজনীয় আন আন সামগ্ৰীসমূহ।●

# বাৰেবৰণীয়া লোক-সংস্কৃতি ঃ সৰ্থেবাৰী অঞ্চলৰ দেৱী পূজা

❑ প্ৰতিমা ডেকা

শাৰদীয় দুৰ্গাপূজাৰ নৱমীৰ দিনা ৰাতি সৰ্থেবাৰী অঞ্চলৰ চুবুৰীয়ে চুবুৰীয়ে অবিবাহিতা গাভৰু তথা কিশোৰী-বালিকা আটায়ে লগহৈ একধৰণৰ পূজা পাতে। লোকাচাৰ পদ্ধতিৰে অনুষ্ঠিত এই পূজা দেৱীপূজা নামেৰে জনা যায়। এই পূজাত সৰুকৈ দেৱী প্ৰতিমা এটা সজা হয়। আগৰ দিনত চুবুৰীৰ কোনো লোকে এই প্ৰতিমা সাজি দিছিল। আজিকালি কিছু লোকে ব্যৱসায় হিচাবে এই প্ৰতিমা বিক্ৰী কৰে। এই পূজা বয়ন শিল্পৰ অধিষ্ঠাত্ৰী কোনো দেৱীৰ পূজা বুলি অনুমান কৰিব পাৰি। কাৰণ দেৱীৰ চৰণত ফুলৰ অঞ্জলিৰ সলনি বস্ত্ৰহে প্ৰদান কৰা হয়। এই বস্ত্ৰক সৰ্থেবাৰী অঞ্চলত "ফুলৰ কানি" বোলা হয়। সৰুকৈ এখন তাঁতশাল তৈয়াৰ কৰি সেই শালখনত এই "ফুলৰ কানি" ছোৱালীবিলাকে ব'ই উলিয়ায় ছোৱালীহঁতে দেৱী পূজাৰ দিনাই ৰাতিকাটি 'ব' তুলি ফুলৰ কানি ব'ই উলিয়াব লাগে। নহ'লে বাহী হ'লে সেই কাপোৰ দেৱীক দিব নোৱাৰে। আকৌ কাপোৰখনিত গোটেই গাতে ফুল তুলিব লাগে; কিন্তু আৰ্হি চাই নহয়। ফুলবোৰ হ'ল কাটাকড়ি, বকুল, মাঘৈকঠা, খাটৰুখুৰা ইত্যাদি। ছোৱালীহঁতৰ মাক, আইতাকহঁতে ফুলবোৰ কেনেকৈ বাচিব মুখেৰে কৈ যায় আৰু ছোৱালীবোৰে বাচি যায়। গধূলি সেই দুখৰি কাপোৰকে দেৱীৰ চৰণত প্ৰদান কৰে। উদ্দেশ্য এজনী পাকৈত বোৱনী হোৱা। পূজাৰ অনুষ্ঠান গধূলিৰ পৰা আৰম্ভ হয় যদিও পুৱাতেই ছোৱালীহঁতে গীত গাই ফুল বিচাৰি আনে

"সকল ফুলে ফুলি আছে এ
নাই ফুলা ঘামৰু
আসনত বহি আয়ে বজাইছে ডম্বৰু"



শেৱালি ফুল আৰু যমলাখুঁটী বুলি এবিধ গছৰ ফুলহে তুলি আনে। যম লাখুঁটী গছক সৰ্থেবাৰী অঞ্চলত দেৱীট্টকন (দেৱীৰ টোকন) বোলে। এই গছ পাৰিজাত ফুলৰ গছৰ দৰে। দেৱী পূজা অনুষ্ঠিত কৰিবলৈ চুবুৰীৰ কোনো এঘৰ মানুহৰ চোতালখন ঠিক কৰা হয়। দেৱী প্ৰতিষ্ঠা কৰা বেদী ধুনীয়াকৈ কল পুলি কাটি সাজি উলিয়ায়। তাৰ ওপৰত ৰঙীন কাগজেৰে সৰুকৈ মন্দিৰৰ আকৃতিৰ ঘৰ এটা সজা হয়। এই কাগজৰ মন্দিৰৰ ভিতৰত দেৱীক প্ৰতিষ্ঠা কৰে! পুষ্পিতা নোহোৱা ছোৱালীয়ে দেৱীৰ আচাৰ-অনুষ্ঠানখিনি কৰে। চাকি আদি জ্বলাই অতি নিষ্ঠাৰে বই উলিওৱা "ফুলৰ কানি"খন দেৱীৰ চৰণত প্ৰতিজনী ছোৱালীয়ে সেৱা জনাই প্ৰদান কৰে। মাহ-প্ৰসাদো আগবঢ়ায়। ইয়াৰ পিচত ছোৱালীহঁতে চুবুৰীৰ নামতিসকলক মাতি আনি নাম-প্ৰসঙ্গ কৰায়। নাম-প্ৰসঙ্গত দেৱীৰ নামহে গোৱা হয়। নাম-প্ৰসঙ্গৰ অন্তত প্ৰসাদ বিতৰণ কৰে। এইখিনি কৰাৰ পাচত ছোৱালীহঁতে দেৱী বন্দনা আৰম্ভ কৰে। অৰ্থাৎ প্ৰায় গোটেই ৰাতি দেৱীৰ গীত গাই উজাগৰে থাকে। তাৰ মাজতে তেওঁলোকে ৰং-ৰহইছো কৰে। দেৱী পূজাৰ গীতবোৰ এনেকুৱা—

(১) হে দেৱী আই হে দেৱী আই
আমাকনো কি বিদ্যা দিয়াহে ৰাম
যিবিদ্যা দিম মই সেই বিদ্যাৰ অন্ত নাই
বছৰে বছৰে দিওহে ৰাম

(২) দেৱী সুৰেচৰী তপস্যা আচৰি
শিৱৰ পাচনি পাশাহে ৰাম
শিৱৰ পাচনি গণিশৰ জননী
মহিষা অসুৰ বধিলাহে ৰাম
মহিষ অসুৰে দেৱীক গৰ্জিছে
স্বৰ্গ খণ্ড খণ্ড কৰিহে ৰাম
ৰহ ৰহ বাণী বোলন্ত গোঁসানী
আয়ে মধুপান কৰেহে ৰাম
দ্বিপৰ মাৰিয়া মাৰে চাৰি দাৰ
মাৰে দেৱীৰ ঘৰত ডবা

তোমাৰ নিজ দাসে পূজা দিছে আই
মাতৃ হাত পাতি ল'বাহে ৰাম।

আকৌ সিটো চুবুৰীৰ দেৱী প্ৰতিমাক লৈ ইটো চুবুৰীৰ ছোৱালীহঁতে ঠাট্টা-মস্কৰাও কৰা দেখা যায়। যেনে—

আমাৰ দেৱীৰ চুলিকোচা অ পাণ বিদেচি অ'
অ' বান ৰজাই দিছে পাণ বিদেচি অ'
তাহাৰ দেৱীৰ চুলিকোচা অ পাণ
অ ইন্দ্ৰে (এন্দুৰে) কাটি নিছে পাণ বিদেচি অ'
চাঙৰ তলৰ পাণৰ পুলি অ পাণ বিদেচি অ'
অ' বতাহতে হালে পাণ বিদেচি অ'
পকা পাণৰ ঢাকা লাগি অ পাণ বিদেচি
অ কাচা পাণ সৰে পাণ বিদেচি
আমাৰ দেৱীৰ ঢাকা লাগি অ পাণ বিদেচি অ'
তাহাৰ দেৱী বহি পৰে পাণ বিদেচি অ'
আমাৰ দেৱী বহি আছে অ পাণ বিদেচি অ'
অ' উমলি জামলি পাণ বিদেচী অ'
তাহাৰ দেৱী বহি আছে অ পাণ
অ ফুটখাৰৰ টেকেলি পাণ বিদেচি

আকৌ গায়—

সুতাকাটু সুতাকাটু ভাঙা ভাঙা যতঁৰ
আমাৰ দাদাই আন্‌বাগেইছি বাঘমেইৰা সুতৰ(গীতৰ ভাষা থলুৱামতে ৰখা হৈছে)
বাঘমেইৰা সুতৰৰে মুখে পকা দাড়ি
আমাৰ দাদাই যতঁৰ আন্‌ছি সোণাৰ ৰেও টানি

দেৱীক বেদীত প্ৰতিষ্ঠা কৰোঁতে ছোৱালীহঁতে গায় এনেদৰে—

আই মোৰ আসন পাৰি দিয়া বহক মহামায়া
আই মোৰ থাকক গোপীৰ কথা শুনি
আই মোৰ সকলো গোপীয়ে একান্ত চিত্তেৰে
আই মোৰ বোলা দুৰ্গতি নাশিনী।
আই মোৰ আমাৰে আইৰে



আই মোৰ গলে গল পাতা হাৰ
আই মোৰ কৰতে কঙ্কন
আই মোৰ পাৱতে নেম্পুৰ
আই মোৰ গাতে সৰ্ব্ব অলঙ্কাৰ

(২) হে আই মোৰ কৈলাসত আছিলা
হে আই মোৰ আই ভগৱতী
হে আই মোৰ তোমাৰ নাম আছিলা সতী
হে আই মোৰ পিতৃৰ যজ্ঞত
স্বামীৰ ভাগ নেদেখি
হে আই মোৰ ই জন্মত হ'লা পাৰ্বতী

এনেকৈ গোটেই ৰাতি দেৱী পূজাৰ নাম গাই গাই ছোৱালীহঁতে উজাগৰে থাকে। পিচদিনা খুব পুৱাতে দেৱী প্ৰতিমা ওচৰতে থকা জান বা নদীত উটাই দিয়ে। দেৱী উটাই আহি ছোৱালীবোৰে গা-পা ধুই নাৰিকল ৰোকা, পিঠাগুৰি আৰু গুড় বা চেনিৰে তৈয়াৰ কৰা এবিধ লঘু আহাৰ খায় আৰু ঘৰাঘৰি গৈ শুই পৰে।

এই দেৱী পূজাৰ এটা লক্ষ্য কৰিবলগীয়া দিশ এই যে এই লোক-সংস্কৃতিৰ মাজত কৰ্ম-সংস্কৃতিৰ বীজ লুকাই আছিল। আছিল বুলিছো এই কাৰণেই যে আজিকালিও ছোৱালীহঁতে দেৱী পূজা পাতে যদিও তাহানিৰ নিচিনা সৰু তাঁতশাল তৈয়াৰ কৰি "ফুলৰ কানি" নবয়। দেৱীৰ চৰণত "ফুলৰ কানি" দিয়া নিয়ম এতিয়া আৰু নাই। দেৱী পূজাৰ গীত-পদো নাই। কোনো কোনো পূজাথলীত হিন্দী গীতৰ কেচেট বাজি থকা দেখা যায়। নাৰিকল ৰোকা আৰু পিঠাগুড়িৰ জলপানৰ সলনি মাছে-মঙহে খানা খায়। গীত গাই গাই ফুল তোলাৰ সলনি আগ ৰাতিয়েই মানুহৰ বাগিছাৰ ফুল, গছ ধাহি-মুহি ফুল চুৰ কৰি নিয়া দেখা যায়। এনেকৈয়ে কোনো কলুষ নোহোৱা এই লোক-সংস্কৃতিত কলুষ সোমাইছে।●

# বৰপেটা অঞ্চলৰ মৌখিক ভাষা-সাহিত্যৰ বিশেষত্ব

□ শশীমোহন দাস

পৃথিবীৰ সকলো ধৰণৰ ভাষা-সাহিত্যৰ জন্ম-লগ্ন বা উৎপত্তিৰ হেতু মৌখিক বা লোক সাহিত্য। সেয়েহে ভাষা-সাহিত্যই আদিতে মৌখিক মাত-কথাৰ ক্ৰম-বিকাশৰ বাটেদিয়ে স্বকীয় ধৰণে সমৃদ্ধিশালী ৰূপ পৰিগ্ৰহণ কৰে।

আদি কাব্য ৰামায়ণৰ কাহিনী সমূহ লিপিবদ্ধ হোৱাৰ পূৰ্ব্বে অনেক কাল মানুহৰ মুখে মুখে বাগৰি আহি সমাদৰ, সমাজত প্ৰাবল্য আৰু প্ৰসাৰ লাভ কৰিছিল। আজিও আমাৰ সমাজত "ৰাম নজন্মতে ৰামায়ণ জন্ম" এষাৰ সুন্দৰ প্ৰবচন সৰ্বজন বিদিত।

অসমীয়া সাহিত্যৰ আদি-কবি ডাক আৰু এনে ডাক পুৰুষৰ বচনসমূহ বহুকাল ধৰি মানুহৰ মুখে মুখে প্ৰচলিত হৈ আহি সৌ ষোড়শ-সপ্তদশ শতিকাতহে লিখিত ৰূপ লাভ কৰিলে।

" জয় জয় হৰগৌৰী নমো শতবাৰ।
যাহাৰ প্ৰসাদে ডাক ভৈলা অৱতাৰ।।
জন্মধৰে ব্ৰহ্মা অংশে মাই কুমাৰিণী।
ধৰণীতে জন্ম ভৈলা ডাক মহামুনি।।

বৰপেটাৰ লেহিডঙৰা গাওঁৰ ডাক পুৰুষৰ এনে বচনবোৰ সাধাৰণতে উপদেশমূলক আৰু সমাজ জীৱনৰ সাৰ কথাৰে সমৃদ্ধ। ডাকৰ বচনৰ ইংগিতপূৰ্ণ বিশেষত্বসমূহ— অসমীয়া সমাজৰ ধৰ্ম্মীয় আচাৰ-নীতি জ্যোতিষৰ কথা, গাৰ্হস্থ্য জীৱনৰ নীতি শিক্ষা বন্ধন-প্ৰকৰণ-শিক্ষা, কৃষি-লক্ষণীয় আনকি ৰাজনীতি গৃহিণী সম্পৰ্কীয় দিশসমূহ সাঙুৰি লৈ সমাজ জীৱনৰ সঞ্চিত অভিজ্ঞতাকে সঞ্চাৰ কৰিছে।

অঞ্চল ভেদে উপ-ভাষাসমূহৰ মৌখিক সাহিত্য ৰূপ আদিও বিদ্যমান। বৰপেটীয়া মানুহৰ মুখে মুখে সেয়েহে পুৰণি কালৰ পৰাই মৌখিক ভাষা-সাহিত্যও প্ৰবাহিত হৈ আহিছে। বৰপেটাৰ আশে-পাশে



থকা গাওঁসমূহৰ বিশেষতঃ, সুন্দৰীদিয়া, ৰায়তপাৰা-ভকতপাৰা, পাটবাউসী, চেঙা-বহৰী গাওঁ, হাউলী-টাপা-ভৱানীপুৰ অঞ্চল আৰু পূৰ্ব্বৰ লেহিডঙৰাৰ দৰে গাওঁবোৰৰ মানুহৰ কথিত মৌখিক তথা উপ-ভাষাৰ (sub-dialect) উচ্চাৰণত বিশেষ ব্যুৎপত্তি সজীৱ জীৱন্ত হৈ প্ৰকাশ লাভ কৰিছে। অঞ্চলটোৰ মানুহৰ ঘৰুৱা মৌখিক মাত-কথাৰ মাজত সুন্দৰ খুহুটীয়া উপ-কথাৰো ৰমণীয় আখ্যান সিঁচৰতি হৈ আছে। তাকে দেখুৱাবলৈ হ'লে আমি আঙুলিয়াব পাৰো —

" হিৰ্ হিৰ্ নকৰ্বি
গিৰ্ গিৰ্ নকৰিবি
উপাৰে নানিবি জল,
ৰৌ মাছ্ৰ মুৰাক লগি
বুনবাস খটিলু
মোৰ বাপায় পাঅক্‌যা ঘৰ। ঃ

(২) " কিনো কথা অদ্ভুত্তং
শ্ৰাদ্ধত দুৰা ঘট্‌মত্তং
নকৃত্তং নকত্তং
তোৰ অদ্ধং মোৰ অদ্ধং।"

(৩) " দুই হাত দুই ভৰি
মনিষৰ কায়া
বাহা বান্ধি লবা নৰা
বান্দৰ ভায়া।"

(৪) " অ তই মস্ত বীৰৰ বেটা
অ অই পাছে পাবি মজা,
তই শিয়াল কৰ্ণ কাউৰ
দুঃশাসন ধেক্‌ৰা কুকুৰ
ৰাজ শগুণক লগত লৈ
অ' অই শ্মশান ক্ষেত্ৰে যাবি;
অ অই মস্ত বীৰৰ বেটা
................................।"

(৫) " আই এ সিয়াই কেনে কৰে এ
সিয়াই মোক চিনি নাপায় ?

— ভৱানীৰ মেয়েক —
তাৰ বুকুৰ বিয়ন।"

(৬) "ভীম ভীম! নকৰিবি
ভীমৰ আগত
হাড়া মুৰা চিঙি দিব
গদাৰ কোবত,
অ'ৰে বেটা ৰাৱণ।
চুটিয়াৰ চাবোন
বাপেৰ নাইকা ডাড়ি
তিন দেলকা হাড়ি।"

ব্যক্তি বিশেষৰ মুখে মুখে প্ৰচলিত ছন্দ-গাঁথাই আগৰ দিনৰ বৰপেটাৰ সমাজ জীৱন ৰঙে ৰঙিয়াল আৰু জীৱন্ত কৰিছিল। কালৰ সোঁতত আজি পাহৰণিৰ গৰ্ভত সেইবোৰৰ অনেক ইতিমধ্যে হেৰাই গ'ল। মৌখিক কথা-সাহিত্যৰ এনেবোৰ দিশসমূহ কিন্তু আজিও সাহিত্যৰ মূল্যবান সম্পদ নহৈ নোৱাৰে!

বৰপেটাৰ সমাজ জীৱনত একালত তন্ত্ৰ-মন্ত্ৰক কেন্দ্ৰ কৰি ইন্দ্ৰজাল বা মায়া বিদ্যাৰ প্ৰচলন আছিল। কিছুমান লোকে তেনে তন্ত্ৰ-মন্ত্ৰ, বেজালি বৃত্তিৰ দ্বাৰাই জৰা-ফুকা কৰি সমাজত প্ৰভুত্ব লাভ কৰিছিল। এনে বেজালি মন্ত্ৰ— মোহিনী মন্ত্ৰ, কৰতি মন্ত্ৰ, নাৰায়ণী কৱচ আৰু বীৰা জৰা মন্ত্ৰ ৰূপে এক শ্ৰেণীৰ মানুহৰ মুখে মুখে প্ৰচলিত হৈ আহিছিল। যথা — "উৰণ উৰণ কলছিৰ কাণ=বান্ধিলু সেই মুখে নাক=ব্ৰহ্মাই ধৰিলা কোৰ-কদাল=বিষ্ণুই চাচিলাক বেত=পূব-পশ্চিম-উত্তৰ-দক্ষিণ চাৰি দিশে মাৰিলু গাঁঠি ........।।"

বৰপেটীয়া ডেকা ল'ৰাই কোনো কোনো তিথি-পাৰ্বণত মানুহৰ ঘৰে ঘৰে গৈ 'মহোহো গীত' নামৰ এবিধ মুখে মুখে গোৱা গীত আছিল। এনেবোৰ গীত-মাতে জন মানসত চেতনাৰ সঞ্চাৰ ঘটাইছিল। যথা —

(১) "মহোহোৰে মহোহো
মহ্ খেদ্‌বা টোকোন ল'
মহ গৈল মোমাইথেক
হিদাল গাছত বাগ্‌ন্তে
হিদেলি বাই অ'



টেপল খুন্দা যাইঅ'
টেপলিত নহল নুন
চাউলে কাটি দুনে দুন।
দুনেদি দিলু খৰি
আতাৰ ঘৰ লৰিচৰি
আতাঅ' মই বিয়া খাউ
বাঘ মাৰ্‌বা ৰণে যাউ
বাঘ কাকা হানি আ
মই কাকা খচি আ
মুইহৰ শিং হেকাৰ পেকাৰ
তাতে পৰিল মাছৰকা
................................।"

(২) "আওৰি আওৰি
আওৰি মহোহো
মই বলে মই দাবুৰা
তেপল বুঢ়া খাবুৰা
তেপলিত নহ'ল নুন
চাউলে কাটি দুনে দুন
...............................।"

(৩) "ভাল হ'ক কুশল হ'ক
হ'ক মহা শ্ৰী,
ধনে জনে আগ্‌ৰি ধৰক
হ'ক মহা গিৰি।"

বৰপেটাৰ তাহানিখনৰ উঠঙা মনৰ ডেকা চামৰ মাজত 'হাওখেল' বা 'হুদু-গুদু' নামে আমোদজনক এবিধ খেলৰ প্ৰচলন আছিল। বিহুৰ বতৰত বিশেষকৈ ব'হাগ বা মাঘ মাহৰ দোমাহীত বৰপেটাৰ ডেকা ল'ৰাই দেহ আৰু মনত উৎসাহ সাহস-সন্তৰণ গোটাই লৈ এনে খেল খেলিছিল আৰু খেলুৱৈসকলে খেল চলি থকা পৰত ঘৰুৱা প্ৰবচনৰ দৰে সুৰ লগাই গীত গাই গাই বিপৰীত দলৰ অভিমুখে আক্ৰমণ চলোৱা নিয়ম আছে। যেনে—

(১) "হাউ হাউ হাউ
জাকৈ চিঙিল বাউ
কুকীৰ চিঙিল জৰী
বোলা ৰাম হৰি।"

(২) "হাওৰে হি কৰিবি কি
কাম-লতা তুলসী।"

(৩) "কুটু কুটু ৰেন্দা
চাৰে-বাৰ গেণ্ডা।"

বিভিন্ন খেল-ধেমালিৰ মাজত বৰপেটীয়া সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকে পুৰণি কালৰ পৰাই প্ৰয়োগ কৰা এনে মৌখিক গীত-মাতত জীৱন্ত স্বৰূপটো আৰু প্ৰকটিত কৰি তুলিছিল। অসমৰ বিভিন্ন প্ৰান্তত বাস কৰা লোকৰ মাজত প্ৰচলিত উপ-ভাষাৰ মৌখিক ৰূপটো আজিও জীৱন্ত হৈ আছে। বৰপেটাৰ তেনে খুহুতীয়া মৌখিক কথা-বচনত ভাষাৰ স্থানীয় লক্ষণ, ছন্দৰ সাৱলীল গতি আৰু অনুপ্ৰাস যমক আদিৰ ব্যৱহাৰো কিছু পৰিমাণে সাৰ্থক হৈ উঠিছে। কামৰূপী উপ-ভাষাৰ সমালোচক তথা অসমৰ বিশিষ্ট ভাষাবিজ্ঞানী ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে তেখেতৰ - "A study on Kamrupi : A dialect of Assamese" নামৰ গবেষণামূলক গ্ৰন্থত বৰপেটা, সুন্দৰীদিয়া, পাটবাউসী, ভবানীপুৰ, নলবাৰী, পলাশবাৰী আৰু বকো-ছয়গাঁওৰ স্থানীয় ভাষা-তত্ত্বৰ অনুসন্ধান আৰু বিচাৰ বিশ্লেষণ কৰিবলৈ গৈ উল্লেখযোগ্য মন্তব্য কৰিছে— "The sub-dialectical varieties of Kamrupi may be grouped mainly into three divisions - western, central and southern. The variety spoken inthe area comprising Barpeta, Sundardiya, Patbausi, Bhabanipur etc. is western, that of Nalbari and its surrounding areas is central and that of Palasbari, Chaygaong, Boko etc. is southern. The central dialect is the most widespread one. Among these varieties some divergences exist particularly in phonology. Many vocables also differ in different area........" গতিকে ভাষাবিজ্ঞানীৰ বিচাৰ-বিশ্লেষণৰ ভেটিতেই আমিও নিশ্চিত হ'ব পাৰো



যে বৰপেটা অঞ্চলৰো ভিন ভিন ঠাইৰ মানুহৰ উপ-ভাষা বা মৌখিক গীত-পদৰ ভাষা ফঁহিয়াই চোৱা আৰু অনুসন্ধান কৰাৰ স্থল নথকাও নহয়।

শ্ৰীমন্ত শঙ্কৰদেৱ-মাধৱদেৱৰ বৰপেটা অঞ্চললৈ আগমন হোৱাৰ পৰবৰ্ত্তী কালৰ কথা। বৰপেটাৰ তাহানিৰ ভকতীয়া সমাজত 'চৰিত তোলা' বা 'গুৰুলীলা চৰ্চা' এক ধৰ্ম্মীয় অনুষ্ঠান আছিল। হৰি ভকতসকলে লগে-ভাগে একগোট হৈ সন্ধিয়াবেলা দুজনা গুৰু আৰু আতা-আতৈৰ জীৱন কথা ভকতীয়া বচন-ভঙ্গীৰ কথা ছন্দত প্ৰণালীবদ্ধভাৱে আলোচনা কৰা হৈছিল। বৰপেটাৰে কেওলীয়া ভকত কেউজনে সুন্দৰ কথন-মথন আৰু উপস্থাপনৰ মাধ্যমত গুৰুসকলৰ জীৱন-লীলা চৰ্চণ কৰা কথা মুখে মুখে প্ৰচলিত আছিল আৰু ই জনসাধাৰণৰ মন-প্ৰাণও আকৰ্ষণ কৰিব পাৰিছিল। তেনেকুৱা এটা বচন — "সবে বোলে ভালা ভালা, মই মৰো ওঁঠৰ জ্বলাত; বাপেক পুতেক বনিজ কৰে, এয়োৰ পতা-পাতৃকুও আনবা নৰে।।" ইংগিতপূৰ্ণ এনে বৰ্ণনাৰ মাজত কোনো সৎ পুৰুষ, নৰোত্তমৰ জীৱন-লীলা প্ৰজ্বলিত হোৱাতো নিশ্চিত আৰু নিঃসন্দেহে অনুমেয়।

পুৰুষ কণ্ঠৰ মৌখিক সাহিত্যত বৰপেটা অঞ্চলৰ উমান পোৱাৰ বাহিৰেও আইমাতৃসকলৰ মুখতো কিছুমান মৌখিক গীত-মাত প্ৰচলিত হৈ থকাও উমান ধৰিব পাৰি। বৰপেটীয়া সমাজৰ ঘৰুৱা জীৱনৰ লগত নিবিড় সম্পৰ্কীয় বিয়া-সবাহৰ গীত, নোৱনি-ধোৱনিৰ গীত, কুমাৰী-শান্তি হোৱা গীত আৰু জাপা দিয়াৰ গীত শ্ৰেণীয়ে মৌখিক গীত-পদ ৰূপে গীত-চহকী মহিলাৰ মুখে মুখে আজিও প্ৰচাৰ হৈ আহিছে। তেনে "জাপা দিয়াৰ গীত"ৰ কলি —

"জাপাজৰি চিৰি হৰি
যাই আনন্ কৰিহে .......।।"

আধুনিক আদব-কায়দাৰ প্ৰভাৱত এনেবোৰ গীত-মাত পাহৰণিৰ বুকুত হেৰাই যোৱাৰ সম্ভাৱনাও সৰহ।

পুৰণি কালত প্ৰচলিত বৰপেটা অঞ্চলৰ মৌখিক তথা অলিখিত গীতি-সাহিত্যই অসমীয়া জন-সাহিত্যৰ স্বভাৱ কবিৰ গীত-পদৰ ভঁড়ালটোকে টনকিয়াল কৰিছে; গতিকে এনে গীত, মৌখিক সাহিত্যৰ বচন-ভঙ্গী সংৰক্ষণ আৰু উদ্ধাৰৰ ব্যৱস্থা ল'লে, নিশ্চয় আমাৰ সাহিত্যৰ বুৰঞ্জীত মূল্যবান সম্পদ এপদ সমৃদ্ধও হ'ব।●

# ব'হাগৰ পৰম্পৰাত বন-দৰব তোলা উৎসৱ

❑ সতীশ চন্দ্ৰ চৌধুৰী

ব'হাগ বিহু বা ৰঙালী বিহুক কেন্দ্ৰ কৰি অসমত পৰম্পৰাগতভাৱে ভালেমান আচাৰ-অনুষ্ঠান পালন কৰি অহা হৈছে। নামনি অসমত এনে আচাৰ-অনুষ্ঠানৰ সংখ্যা অধিক। এনেবোৰ পৰম্পৰাগত আচাৰ-অনুষ্ঠানৰ ভিতৰত পাউৰা তোলা বা ভঠেলি উৎসৱ, দীঘলতি তোলা উৎসৱ, সাত শাক তোলা উৎসৱ, দহৰ ফুৰোৱা উৎসৱ, গো-সেৱা উৎসৱ আদি অন্যতম। এনেবোৰ উৎসৱৰ উপৰিও ব'হাগ বিহুক কেন্দ্ৰ কৰি অনেক লোকাচাৰ, পাৰ্বণ অনুষ্ঠানৰ প্ৰচলন পৰম্পৰাগতভাৱে চলি আহিছে। অনেক প্ৰকাৰৰ ধৰ্মগন্ধী আচাৰ-অনুষ্ঠানো ব'হাগ বিহুক কেন্দ্ৰ কৰি পালন কৰি অহা হৈছে। ব'হাগ বিহুক কেন্দ্ৰ কৰি অনেক প্ৰকাৰৰ লোক-ক্ৰীড়াও পৰম্পৰাগত নামনি অসমৰ গ্ৰাম্যাঞ্চলত প্ৰচলিত। এনেবোৰ উৎসৱ-পাৰ্বণ মাধ্যমেৰে প্ৰচলিত হৈ আহিছে অনেক প্ৰকাৰৰ লোক-সাহিত্য আৰু লোক-কৃষ্টি। এই লোক-সাহিত্য আৰু লোক-কৃষ্টিসমূহ অসমীয়া সাহিত্য-সংস্কৃতিৰ এক অন্যতম উপাদেয় অংগ। আনহাতে এই উৎসৱ-পাৰ্বণসমূহ অসমৰ জাতীয় ঐতিহ্য আৰু সমন্বয়ৰো পৰিচায়ক।

নামনি অসমৰ বন-দৰব তোলা উৎসৱ অন্যতম লোকাচাৰ। ঘাইকৈ আসুৰিক চিকিৎসকসকলৰ মাজত এই আচাৰ-অনুষ্ঠানৰ প্ৰচলন যদিও, লোক-সমাজৰ দ্বাৰাও ই সমাদৃত। ব'হাগ বা ৰঙালী বিহুৰ বৰ-বিহু বা বৰ দোমাহীৰ দিনা এই আচাৰ-অনুষ্ঠানৰ শুভাৰম্ভ কৰা হয় আৰু আঠ বিহু অৰ্থাৎ ব'হাগৰ আঠ তাৰিখে এই অনুষ্ঠানৰ সামৰণি পৰে। উল্লেখযোগ্য যে সকলো সম্প্ৰদায়ৰ আসুৰিক চিকিৎসকসকলে একে প্ৰক্ৰিয়াৰে এই উৎসৱ পালন কৰে। বিশেষকৈ ইছলাম ধৰ্মীয় লোক অৰ্থাৎ ইছলাম ধৰ্মীয় আসুৰিক চিকিৎসকসকলেও হিন্দু প্ৰথা



অনুসৰি বন-দৰব বা ঔষধ তোলা উৎসৱ পৰম্পৰাগতভাৱে পালন কৰি আহিছে। সেয়ে বন-দৰব বা ঔষধ তোলা উৎসৱৰ বৈশিষ্ট্য বিশেষ ব্যতিক্ৰম ধৰ্মী আচাৰ-অনুষ্ঠান বুলি অভিহিত কৰিব পাৰি। অসমত পৰম্পৰাগতভাৱে চলি অহা সাম্প্ৰদায়িক সম্প্ৰীতিৰ এই উৎসৱ অন্যতম চানেকি বুলিও বিশেষভাৱে উল্লেখ কৰিব পৰা যায়।

এসময়ৰ বৃহত্তৰ বজালীৰ বিশিষ্ট কবিৰাজ সদাগৰ কবিৰাজৰ পুত্ৰ কবিৰাজ চৈয়দ হাবিল আলিৰ পৰা সংগ্ৰহ কৰা তথ্য অনুসৰি প্ৰথম ব'হাগৰ দিনা বন-দৰব তোলা উৎসৱৰ শুভাৰম্ভ হয়। সেইদিনা চোতালৰ পুব দিশত থাপনা পতা হয়। ইয়াৰ আগেয়ে থাপনা পতা স্থান চাফ-চিকুণ কৰাৰ উপৰিও গোবৰ-পানীৰে মচি সোণ আৰু ৰূপৰ পানীৰে শুদ্ধ কৰি লোৱা হয়। থাপনাৰ আহিলা হিচাপে ব্যৱহাৰ কৰা হয় আগলতি কলপাত। কলপাতত তামোল-পাণ, তুলসীৰ আগ আৰু পাত, বিভিন্ন বগা ফুল, বগা ছাঁই আৰু নানাবিধ ঔষধি বন বা গছৰ ছাল আদি স্থাপন কৰা হয়। বন-দৰব বা গছৰ ছাল আদি গা-মুৰ ধুই শুদ্ধ মনেৰে অনা হয়। ইয়াৰ পিছত চাকি, ধূপ আদি দি প্ৰাৰ্থনা কৰা হয়। বন-দৰব আদি প্ৰস্তুত কৰা সাজ-সঁজুলিবোৰো ধুই-মচি আগলতি কলপাতত ৰখা হয়। প্ৰাৰ্থনাৰ অন্তত গোটোৱা বন-দৰববোৰ গুৰি কৰি হৰ আকৃতিৰ কৰা হয়। বন-দৰব প্ৰস্তুত কৰোঁতে সোণ-ৰূপৰ পানীহে ব্যৱহাৰ কৰা হয়। প্ৰস্তুত কৰা বন-দৰব আৰু সোণ-ৰূপৰ পানী আসুৰিক চিকিৎসক বা কবিৰাজসকলে নিজ ঘৰ আৰু চৌহদৰ চাৰিওফালে ছটিয়াই দি হদ্ বন্ধা হয়। এনেদৰে হদ্ বান্ধিলে বন-দৰবৰ দেৱতা সন্তুষ্ট হয় আৰু পৰিয়াল বা কবিৰাজৰ অপায়-অমঙ্গল নকৰে বুলি বিশ্বাস কৰা হয়। ইয়াক হদ্-বান্ধা বা বান্ধনি অনুষ্ঠান বুলিও কোৱা হয়। বনৰ দেৱতা সন্তুষ্ট থাকিলে আহিব ধৰা বছৰত কোনো প্ৰকাৰৰ অপায়-অমঙ্গলে দেখা নিদিয়ে আৰু আসুৰিক চিকিৎসকসকলৰ অকল্যাণ আদি নহয় বুলি বিশ্বাসো কৰা হয়। এইদৰে হদ্ নাবান্ধাকৈ বন-দৰব বা ঔষধ তোলা অনুচিত বুলিও বিশ্বাস কৰা হয়। হদ্ বান্ধাৰ দিনা ঘাইকৈ আম, জাম, আঁহত, সৰু-বৈৰাল, বৰ-বৈৰাল, হিদালৰ উপৰিও আন ভালেমান বন-দৰবৰ পাত, শিপা, ছাল আদি সংগ্ৰহ কৰা হয়। সেইদিনা তোলা এই বন-দৰব আত্মীয়-স্বজনকো প্ৰদান কৰা হয়।

আত্মীয়-স্বজনেও অপায়-অমঙ্গলৰ পৰা ত্ৰাণ পাবলৈ এই বন-দৰবৰে হৃদ্ বান্ধে।

ব'হাগৰ দুই তাৰিখে অৰ্থাৎ দ্বিতীয় ব'হাগৰ দিনা আই ভগৱতীৰ বাবে থাপনাত চাকি, ধূপ আদি জ্বলাই ভগৱতী বা বসন্ত দৰব তোলা হয়। সেইদিনা চাউল, বগা দূবৰি বন, বগা ধতুৰাকে ধৰি বিভিন্ন প্ৰকাৰৰ বগা ফুল আগলতি কলপাতত থৈ বসন্ত ৰোগৰ বিভিন্ন বন-দৰব তোলা হয়। তৃতীয় ব'হাগৰ দিনা আগলতি কলপাতত শিহ থকা ৰক্তজবা আদি ফুল থাপনাৰ সন্মুখত থৈ আন আন ৰোগৰ বনৌষধি তোলা হয়। চতুৰ্থ ব'হাগৰ দিনা একেদৰে চাকি, ধূপ আদি জ্বলাই প্ৰতিবিধ বন-দৰবৰ একশ ডালকৈ বনৌষধি তোলা হয়। পঞ্চম ব'হাগৰ দিনা 'পুৰ' শব্দ সংযোজিত ঠাইৰ (যেনে- বিষ্ণুপুৰ, মৰিপুৰ ইত্যাদি) গোঁসাই ঘৰৰ মাটি আৰু শুদ্ধ ক'লা কুকুৰে মুতা মাটি তোলা হয়। ষষ্ঠ দিনা শ্মশানৰ মাটি, এঙাৰ, ছাঁই, হাড় আদি তোলা হয়। লগতে শৱ দাহনৰ পিছত পোতা চাটৰ কাপোৰো সংগ্ৰহ কৰা হয়। এনেদৰে ব'হাগৰ প্ৰথম দিনাৰ পৰা ষষ্ঠ দিনালৈ বিভিন্ন বন-দৰব তুলি প্ৰতি দিনেই বনৌষধি প্ৰস্তুত কৰাৰ নিয়ম। বন-দৰব তোলাৰ বাবে কলৰ দোনাহে ব্যৱহাৰ কৰা হয়। প্ৰথম দিনাৰ পৰা ষষ্ঠ দিনালৈ তোলা দৰব বেলেগে বেলেগে ৰখা হয়। কিন্তু পূৰ্বে উল্লেখ কৰা হৈছে যে বন-দৰব প্ৰস্তুত কৰোঁতে সোণ-ৰূপৰ পানীহে ব্যৱহাৰ কৰা হয়। প্ৰতি দিনে তোলা বন-দৰবৰ পৰা বনৌষধি প্ৰস্তুত কৰি শিহৰ (চাকিৰ শলিতাৰ) আকৃতিৰ কৰি বেলেগে বেলেগে থাপনাৰ কাষত কলৰ দোনাত ৰখা হয়। প্ৰথম ব'হাগৰ পৰাই থাপনাৰ কাষত আগলতি কলপাতৰ ওপৰত হাতে বোৱা নতুন গামোচা বা কাপোৰ এখন চালনীত পাৰি প্ৰস্তুত কৰা বনৌষধিবোৰ বিধে বিধে ৰখা হয়। ব'হাগৰ উক্ত ছয় দিনৰ ভিতৰত ক'ৰবাত মৰা সাপ পালে সাপৰ ছাল, চকু, দাঁত, হাড় আদি সংগ্ৰহ কৰা হয়। একেদৰে জীয়া তেজপিয়া সাপ মাৰিও বনৌষধিৰ বাবে সংৰক্ষণ কৰা হয়। একেদৰে কাছৰ চকু, তেজ, গলৰ ছাল আৰু চলং আদিও সংগ্ৰহ কৰা হয়। এই সকলোবোৰ কাৰ্যই প্ৰতিদিনে গা-মূৰ ধুই শুদ্ধ মনেৰে কৰাৰ নিয়ম। ব'হাগৰ সাত তাৰিখে অৰ্থাৎ সপ্তম দিনা প্ৰতিদিনে প্ৰস্তুত কৰা বনৌষধি থোৱা প্ৰতিটো কলৰ দোনাৰ পৰা অলপ



অলপ বনৌষধিৰ লগতে থাপনাত জ্বলোৱা চাকিৰ মাটি, ধূপৰ কাঠি, তামোল-পাণ আদি একেলগ কৰি এবিধ বনৌষধি প্ৰস্তুত কৰা হয়। উক্ত বনৌষধিৰ শিহৰ আকৃতিৰ কৰি এঁৰা সূতাৰে গাঁঠি (জপ) পৰিয়ালৰ সকলোৰে হাতত বান্ধি লয়। পৰিয়ালৰ সৰুজনৰ পৰা বৰজনলৈ ক্ৰমানুসাৰে সকলোৰে উক্ত জপ পিন্ধে। আত্মীয়-স্বজনকো এই জপ পিন্ধোৱা হয়। উক্ত ব'হাগৰ সাত দিনলৈকে পৰিয়ালৰ সকলোৰে, বিশেষকৈ ঔষধ তোলাজনে ব্ৰত পালন কৰে। উক্ত সাত দিন কবিৰাজসকলে কোনো চিকিৎসা আদি নকৰে। সাত দিনৰ দিনা জপ আদি লোৱাৰ পিছত মাহ-প্ৰসাদ লৈহে ব্ৰত ভংগ কৰে। সেই দিনা ইতিমধ্যে তোলা ঔষধ কলৰ দোনাৰ পৰা আন পাত্ৰত সংগ্ৰহ কৰি সংৰক্ষণ কৰা হয়। কবিৰাজসকলে বছৰটোৰ বাবে এনেদৰে সাত বিহুৰ ভিতৰত বন-দৰব সংগ্ৰহ কৰে। প্ৰতিদিনে ঔষধ তোলাৰ আগেয়ে আৰু ঔষধ তোলাৰ পিছত, বিশেষকৈ সন্ধিয়াৰ সময়ত চাকি আৰু ধূপ জ্বলোৱা হয়। কবিৰাজসকলে প্ৰতিদিনে তোলা বন-দৰবৰ পৰা বনৌষধি প্ৰস্তুত কৰি খোৱাৰ নিয়ম বাবে দিনে-নিশাই উক্ত কাম বা বনৌষধি তোলা আৰু ঔষধ প্ৰস্তুত কৰা কাম সম্পন্ন কৰে। ব'হাগৰ আঠ তাৰিখৰ দিনা কবিৰাজ বা চিকিৎসকসকলে নিজ নিজ চিকিৎসা কাৰ্য চলোৱা স্থান পৰিস্কাৰ কৰি, মাংগলিক হিচাবে আমপাত আদি আঁৰিহে নিজ নিজ গৃহৰ পৰা ঔষধ আদি আনি যথাস্থানত সংৰক্ষণ কৰে আৰু সেই দিনাৰ পৰাহে অহা বছৰৰ বাবে চিকিৎসা আদি আৰম্ভ কৰে। সেয়ে ব'হাগ বিহুক কেন্দ্ৰ কৰি পৰম্পৰাগতভাৱে চলি অহা বন-দৰব তোলা বা ঔষধ তোলা উৎসৱৰ এক বিশেষ তাৎপৰ্য আছে বুলি নিঃসন্দেহে ক'ব পৰা যায়। আনহাতে এই উৎসৱ অসমৰ সাম্প্ৰদায়িক সংহতি আৰু সমন্বয়ৰ এক মূৰ্ত্ত প্ৰকাশ বুলি ক'লে বঢ়াই কোৱা নহ'ব বুলি অনুভৱ কৰিব পাৰি।●

# ‘বৈহাগৰ দম্‌হি’ ঃ বৰপেটাৰ ৰঙালী বিহু

❑ চিত্ৰলেখা চৌধুৰী

অসমীয়াৰ ‘জাতীয়-উৎসৱ’ ৰঙালী বিহু এই জাতিৰ প্ৰসিদ্ধ সংস্কৃতিৰ চানেকি। থলুৱা সংস্কৃতিৰে সমৃদ্ধ অসমীয়া জাতিৰ এই ৰঙালী বিহু উৎসৱে বিশ্বৰ দৰবাৰত এক সুকীয়া পৰিচয় দাঙি ধৰে। মূলতঃ এই উৎসৱ প্ৰকৃতিৰ লগত সংযোজিত। অঞ্চল বিশেষে এই বিহু পালন কৰা প্ৰণালীও বিভিন্ন প্ৰকাৰৰ।

জন-কৃষ্টিৰ আঁকৰ বৰপেটা অঞ্চলৰ ৰঙালী বিহু উৎসৱ প্ৰকৃততে কিছু নিজস্ব ৰীতি-নীতিৰে উদ্‌যাপন কৰা হয়। কৃষি আৰু উৰ্বৰতাৰ উৎসৱ এই বিহু পালন কৰোতে এই অঞ্চলৰ ৰাইজে ধৰ্মীয় পৰম্পৰাৰ লগতে অদৃশ্য শক্তিৰ বিশ্বাসকো সমানে গুৰুত্ব প্ৰদান কৰে। পৰিপুষ্ট সংস্কৃতিৰে সমৃদ্ধ বৰপেটা অঞ্চল ভাষাৰ মাধুৰ্য্যৰেও চহকী। ইয়াৰ নিজস্ব হৃদয়গ্ৰাহী শব্দৰে ‘ৰঙালী বিহু’ “বৈহাগৰ-দম্‌হি” ৰূপে সুপৰিচিত। মহাপুৰুষৰ অমূল্য দান বৰপেটা সত্ৰৰ লগত সংগতি ৰাখি বহাগ বিহু পালন কৰা হয়। সাধাৰণতে পালিত উৰুকাৰ দিনটো ইয়াত ‘পহিল-দম্‌হি’ বুলিহে প্ৰচলিত। চ’ত আৰু বহাগ মাহৰ সংক্ৰান্তিৰ দিনা ইয়াক পালন কৰা হয়।

বৰপেটাবাসীৰ হিয়াৰ আমঠু “বৰপেটা কীৰ্ত্তন ঘৰ”। গতিকে লোক-সংস্কৃতিৰ অন্তৰ্ভুক্ত যিকোনো কাৰ্য্যতেই ‘কীৰ্ত্তন ঘৰ’ৰ স্থান সৰ্বপ্ৰথম। প্ৰথম দোমাহীৰ কাৰ্য্য মূলতঃ কীৰ্ত্তন ঘৰৰ পৰায়ে আৰম্ভ হয় বুলি ক’ব পাৰি। উৰুকা বা পহিল দম্‌হিৰ দিনাখন ৰাতিপুৱা পুৱাৰ গীত আৰু ভটিমাৰে নাম-ঘৰৰ পৰায়ে নিত্য-নৈমিত্তিক কাৰ্য্যৰ শুভাৰম্ভণী হয়। দোমাহীৰ বন্তি, ধুপ-ধুনা আদি প্ৰজ্জ্বলনৰ পিছত সমগ্ৰ দেশৰ তথা ৰাইজৰ মংগলাৰ্থে মুগ, নাৰিকল, কল আদি বিভিন্ন উপকৰণেৰে বৰ শৰাই (বৰ-ঠগী) এখন পতা হয়। নিত্য-নৈমিত্তিক



প্ৰসংগৰ লগতে দোমাহী উপলক্ষে কীৰ্ত্তনপুথিৰ বিশেষ ঘোষাও প্ৰসংগত সংযোজিত কৰি গোৱা হয়। নাম-প্ৰসংগ সামৰাৰ পিছত ভাগৱত পাঠ কৰি ৰাতিপুৱাৰ কাৰ্য্য-সূচী সমাপনৰ পূৰ্বে শৰাইৰ প্ৰসাদ ভকতবৃন্দৰ মাজত দেউৰীয়ে বিতৰণ কৰে।

ৰাতিপুৱাৰ ভাগত মুনিহ-তিৰোতা সকলোৱে গা-পা ধুই পবিত্ৰ বস্ত্ৰ পৰিধান কৰি নিজ মনৰ কামনা পূৰণাৰ্থে কীৰ্ত্তন ঘৰত আঠু লয়; গুৰু আসনৰ সন্মুখত বন্তিৰ অৰ্থে মিঠাতেল, ধুপ আদি প্ৰদান কৰি ঈশ্বৰৰ আশীষ বিচাৰে।

বৰদোমাহী অৰ্থাৎ বহাগৰ এক তাৰিখটো ইয়াৰ কথিত ভাষা অনুসাৰে বৰ-দম্‌হীৰূপে পৰিচিত। বৰ দোমাহীৰ দিনা গুৰু আসনৰ পুৰণি কাপোৰ আঁতৰাই নতুন কাপোৰ দিয়া হয়। সিদিনাও ৰাতিপুৱাৰ গীত-ভটিমাৰ পিছত গুৰু আসন আৰু মঠৰ ভিতৰৰ উপৰিও কীৰ্ত্তন ঘৰৰ বিভিন্ন স্থানত যথা নিয়মানুসাৰে শৰাই পতা হয়। উক্ত দিনৰ নাম-প্ৰসংগ সম্বৰণৰ পিছত ভাগৱত পাঠ কৰি প্ৰথম দোমাহীৰ গুৰু আসনৰ কাৰ্য্য সমাপন কৰা হয় যদিও সমূহ আইসকল তথা বাপুসকল কীৰ্ত্তনঘৰৰ বৰকাঠীত একত্ৰিত হয় বিহু-পত্ৰিকা শুনাৰ উদ্দেশ্যে। গোটেই বছৰৰ ৰাশিচক্ৰ দৈৱজ্ঞৰ দ্বাৰা গণনাৰ পিছত ৰাইজক পাঠ কৰি শুনোৱা হয়। এই কাৰ্য্যক ‘বিহু গণনা’ বোলা হয়। সমূহ ভক্তপ্ৰাণ পুৰুষ-মহিলাসকলে সিদিনাও কায়-মনে পবিত্ৰ হৈ ঈশ্বৰ সেৱাৰ অৰ্থে তেল, ধুপ, নিমখ সহিতে একত্ৰিত হয়। পৰিয়ালৰ মংগল কামনা কৰি কিছুমানে নিজাকৈ গুৰু আসনৰ সন্মুখত শৰাই বা ‘ঠগী’ প্ৰদান কৰে। উক্ত দিনত কীৰ্ত্তন ঘৰত সমবেত ৰাইজৰ মাজত নিমখ আৰু তামোল-পাণ বিলোৱা এটি প্ৰচলিত নিয়ম।

ক্ৰমান্বয়ে তিনি, চাৰি, পাঁচ আৰু ছয় দোমাহীত পুৱাৰ নিত্য-নৈমিত্তিক গীত-ভটিমাৰ লগতে দোমাহীৰ নাম-প্ৰসংগ কৰা হয়। কিন্তু সপ্তম দিনত বিহু বিদায় দিয়াৰ উদ্দেশ্যেহে নাম-প্ৰসংগ অনুষ্ঠিত কৰা হয়। অষ্টম দিনটো “দম্‌হি-বাইৰ’ৱা” দিন ৰূপে পৰিগণিত হয়। সেইদিনা ভাঠিবেলা (আবেলি) সমস্ত ভকতসকলে প্ৰযোজিত নিয়মানুসাৰে নাম-কীৰ্ত্তনৰ মাজেৰে দেশৰ তথা ৰাইজৰ কুশলাৰ্থে সমস্বৰে হৰিনাম উচ্চাৰণ কৰি বিহু বিদায় কাৰ্য্য সমাপন কৰে। নাম-কীৰ্ত্তনৰ শেষত

চেনী আৰু গুৰত গুৱামৰী মিহলাই ৰাইজৰ মাজত বিতৰণ কৰা হয়।

উক্ত সাতোটা দিনতেই এই অঞ্চলত বিভিন্ন ৰীতি-নীতি আৰু উলহ-মালহেৰে পৰিয়ালৰ মাজতো বিহু উদ্‌যাপিত কৰা হয়। 'পহিল-দমহি' অৰ্থাৎ উৰুকাৰ দিনটোত সাধাৰণতে পতা 'গৰু-বিহু'ৰ দৰে ইয়াতো ঘৰচীয়া জন্তুক যেনে — গৰু, ম'হ আদিক গা-ধুৱাই নতুন পঘা দিয়া নিয়ম। গৰু আদিক গা-ধুওৱাৰ সময়ত মাটিমাহ, খলিহৈ, কেঁচা হালধি বটি তাত মিঠাতেল মিহলাই গা-ধুওৱা হয়। উক্ত উপকৰণেৰে গা-ধুলে বিভিন্ন চৰ্মৰোগ নিৰ্মূল আৰু বীজাণুনাশ হয় বুলি জন বিশ্বাস আছে।

এই অঞ্চলতো বিহুৱানে এক সুকীয়া আসন লাভ কৰি আহিছে। প্ৰচলিত ভাষাৰে ইয়াক "ফাগুনা-চৈতা" বোলা হয় যদিও ইয়াৰ কাম শিপিনীসকলে মাঘ মাহৰ পৰাই আৰম্ভ কৰে। বিহুৱান বা 'বিঁহেজা' লগোৱাৰ পূৰ্বে শালৰ সমগ্ৰ আহিলা যেনে ব-চুঙা, নাচনী, মাকো, চেৰী, শৰ-খাটি, গুৰী আদিও মিঠাতেল দি চিকুণ তথা মসৃণ কৰি লয়। লোকবিশ্বাস মতে মাঘ মাহটো পবিত্ৰ ধৰ্ম্মীয় মাহ ৰূপে গণ্য কৰা হয় বাবে সূতা-তোলা, বাতি কাঢ়া, মূৰ বচা, ব তোলা শেষ কৰি তাঁতখন মাঘতে পাৰিলে আৰম্ভ কৰা নিয়ম। ফাগুন মাহত বিহুৱান আৰম্ভ কৰা কাচিৎহে দেখা পোৱা যায়। কিন্তু চ'ত মাহত এই কাপোৰৰ শুভাৰম্ভণী কোনো শিপিনীয়ে নকৰে, কাৰণ এই মাহটো মাৰি-মৰক আদিৰে অপবিত্ৰ বুলি ঠাৱৰ কৰা হয়। পাৰ্য্যমানে শিপিনীসকলে মাঘ-ফাগুন মাহতেই এই কাপোৰ বৈ উলিয়ায়। ফাগুন মাহত শেষ কৰিব নোৱাৰিলে চ'ত মাহত কাপোৰখন বৈ শেষ কৰাৰ নিয়ম আছে। অমাৱস্যাৰ দিনাখন শাল খতি বুলি ধৰি লোৱা হয় অৰ্থাৎ শিপিনীসকলে সিদিনা তাঁতত নবহে। ইয়াৰোপৰি অতিকৈ আপোনজনলৈ বৰ হেঁপাহেৰে এই অঞ্চলৰ বোৱতীয়ে অনা-কটা কাপোৰ বৈ উলিয়ায়। বৰ দোমাহীৰ দিনা বিহুৱানখনৰ মাৰ কাটিবলৈ ৰাতিপুৱা অলপ পৰ পানীত তিয়াই থোৱা হয়। পিছত থুকুছি দি ৰ'দত শুকোৱা কাপোৰখন পৰিয়ালৰ প্ৰতিজন সদস্যই গা-পা ধুই নিজৰ গাত লোৱা নিয়ম। গা ধোৱাৰ আগেয়ে অলপ পৰ মূৰত বটা মাটিমাহৰ ভৰণ লোৱা হয়। মাটি মাহৰ ভৰণে মূৰ ঠাণ্ডা কৰে বুলি বিশ্বাস কৰা হয়। একেদৰে



কেঁচা হালধি আৰু মাহ বটাৰে গা ধুৱাও নিয়ম। এই উপকৰণ বসন্ত আদি চৰ্মৰোগৰ প্ৰতিষেধক বুলি গণ্য কৰা হয়। গা ধুই পবিত্ৰভাৱে পৰিয়ালৰ কনিষ্ঠজনে বয়োজ্যেষ্ঠজনক সেৱা কৰি শ্ৰদ্ধা তথা সন্মান প্ৰদৰ্শন কৰে আৰু জ্যেষ্ঠসকলেও কনিষ্ঠসকলক প্ৰাণভৰা আশীৰ্বাদ দিয়ে।

বহাগৰ দোমাহী উদ্‌যাপনৰ সাত দিনত এই অঞ্চলত খাদ্যৰ এক বৈশিষ্ট্যপূৰ্ণ ভূমিকা আছে। ৰাতিপুৱাই শুদা পেটত মচুৰ দাইলৰ সৈতে নিমপাত খোৱাটো প্ৰচলিত ৰীতি। নিমপাতৰ লগত মচুৰ দাইল খালে সৰ্পভয় নাথাকে বুলি বিশ্বাস আৰু কৃমি দমন কাৰক ৰূপেও পৰিগণিত। ৰাতিপুৱাৰ জলপানৰ লগত আৰৈ চাউলেৰে বনোৱা সান্দহ, ঘি, দৈ, এঁৱা গাখীৰ, চেনী, মধু মিহলাই পঞ্চামৃত ৰূপে পৰিয়ালৰ সকলোকে খাবলৈ দিয়া হয়। এনে ধৰণৰ পঞ্চামৃত আয়ুস বৃদ্ধিকাৰক বুলি এই অঞ্চলত বিবেচিত। এই সাতদিনত হাল-খতিৰ লগতে দিনত ভাতসাজ নোখোৱাটো নিতান্তই অপৰিহাৰ্য্য। ভাতৰ পৰিবৰ্তে কোমল চাউল, দৈ, চিৰা, সান্দহ, বিভিন্ন পিঠা-লাৰু খাই উদৰ পূৰায়। উৰুকাৰ নিশাৰ সাজত সাধাৰণতে তেনে যা-যোগাৰ নকৰে যদিও বৰ দোমাহীৰ ৰাতিৰ সাজ বৰ যতনেৰে ৰন্ধা-বঢ়া কৰি খোৱাৰ নিয়ম। সেই ৰাতি সাতবিধ শাকৰ লগত কঠালৰ মুচি, আমৰ কলি, বেতৰ গাজ, বাঁহৰ গাজ আদি মিহলাই ৰান্ধি খোৱা প্ৰচলিত ৰীতি। মাটি মাহৰ চাউলৰ লগত বিভিন্ন সুস্বাদু ব্যঞ্জন আৰু সৰহকৈ জ্বলা দি মাছ-মাংস খোৱাটো অপৰিহাৰ্য্য। দ্বিতীয় নিশাৰ পৰা ষষ্ঠ নিশালৈ ৰাতিৰ সাজত বেছি পয়োভৰ দেখা নাযায় যদিও সপ্তম নিশা পুনৰ শাক, জ্বলা আদিৰে মাছ-মাংসৰ নানাবিধ ৰুচিকাৰক ব্যঞ্জন খোৱা দেখা যায়। গা ধুৱাই উঠি জন্তুক সিদিনা বেঙেনা, পানীলাউ, কোমোৰা সৰু সৰুকৈ কাটি তৰা গছৰ আঁহেৰে নাইবা বাঁহৰ আঁহেৰে মালা গাঠি ডিঙিত আঁৰি দিয়া হয়। এই সকলোবোৰ কাৰ্য্যৰ পূৰ্বে ৰাতিপুৱা গোহালি ঘৰটোৰ লগতে পৰিয়ালৰ বৈঠকখানা, শোৱনী কোঠা আদি গৰুৰ গোবৰৰ লগত অলপ মাটি মিহলাই লৈ মচি পেলোৱা নিয়ম, কাৰণ অসমীয়া সমাজত গৰুৰ গোবৰক পৱিত্ৰ জ্ঞান কৰা কাৰ্য্য বৰপেটা অঞ্চলতো সমানে সমাদৃত। ইয়াক কীটাণুনাশক বুলি বিশ্বাস কৰা হয়। ইয়াৰোপৰি

সোণ, ৰূপ, তিল, দুবৰি, আৰৈ চাউল, কেঁচা গাখীৰ আদি পানীত মিহলাই সকলো অশুচি আঁতৰাবলৈ এই পানী গোহালিৰ চাৰিওফালৰ লগতে থকা ঘৰৰ ভিতৰ বাহিৰ চৌহদত ছটিয়াই নাইবা সময় সাপেক্ষে গোবৰ-পানী ছটিয়াইও পবিত্ৰ হোৱা বুলি ধাৰণা কৰাটো এই অঞ্চলৰ প্ৰচলিত নিয়ম।

সন্ধিয়া পৰত গোহালি ঘৰত (গোলিঘৰ) আগলতি কলপাতত ধূপ-বন্তি জ্বলোৱা হয়। মহ, দাহ আদি আঁতৰোৱাৰ উদ্দেশ্যে গৰুৰ ওচৰত সন্ধিয়া 'থুপা' দিয়া প্ৰচলিত নিয়ম। বিহ্‌লঙনীৰ পাত (বিহাগনী), বেতৰ পাত, হাতীশুৰীয়া, বিৰিণাৰ চুপা (বেন্নাৰ চুপা), নল-খাগৰিৰ আগ (নল খৰি), জঙলী ভাঙ আদিৰে থুপাটো নিয়াৰিকৈ দিনৰ ভাগতে সাজি উলিয়াই সন্ধিয়াৰ লগে লগে গোহালি ঘৰত নাইবা ইয়াৰ নিচেই ওচৰত জ্বলাই দি ধোঁৱা বিতৰণ কৰোৱা হয়। প্ৰচলিত নিয়মানুসাৰে উৰুকাৰ দিনাখনেই গ্ৰীষ্মকালত ব্যৱহাৰ কৰিবলৈ অনা ন-বছৰৰ ন-বিচনীৰ প্ৰথম বা এই থুপাত দিয়া হয়। ন-বিচনী অবিহনে পূৰ্বে ব্যৱহৃত বিচনীকো ধুই-পখালি সিদিনা পৰিস্কাৰ কৰি লোৱা নিয়ম।

সাধাৰণতে ৰঙালী বিহুত বিহুৱানখনৰ এক উল্লেখনীয় স্থান। বয়োজ্যেষ্ঠজনক শ্ৰদ্ধাজ্ঞাপন আৰু কনিষ্ঠজনক চেনেহ যাচিবলৈ ঠাই বিশেষে ৰান্ধনীয়ে সেইনিশা পোন্ধৰ বিধ শাক মিহলাই এখন সোৱাদ লগা আঞ্জা পৰিবেশন কৰে। বিহুক উদ্দেশ্য কৰিয়েই প্ৰিয়জনক নিমন্ত্ৰণ কৰি পিঠা, পায়সৰ সহিতে এসাজ লগে ভাগে খাই সকলোৰে আনন্দ লভে।

প্ৰচলিত নিয়মানুসাৰে উৰুকা আৰু বৰদোমাহীৰ নিশা ঘৰৰ চালত, চৌহদৰ তামোল-পাণৰ বাৰীত শিল দলিওৱা হয়। কথিত আছে যে চৌহদত বাস কৰা ভূত-প্ৰেত আদিয়ে দলিওৱা শিলৰ প্ৰকোপত সেই ঠাই এৰি পলাই যায় আৰু বছৰটোৰ বাবে গৃহস্থৰ অন্যায়-অমংগল আঁতৰে। বৰ দোমাহীৰ নিশা মেঘৰ গাজনীৰে বৰষুণ দিলে দেশৰ মংগল বুলি বিবেচিত হয়। প্ৰচণ্ড বিজুলী-গাজনীয়ে সাপৰ কণী ঘোলা কৰে বুলি থকা জন-বিশ্বাস উল্লেখনীয়। "হাতী শুৰা" বুলি এবিধ চৰণীয়া পথাৰত জন্মা গছেৰে ভৰিৰ কলাফুলত বৰ দোমাহীৰ দিনা কোবালে সৰ্প ভয় দূৰ হয় বুলি ধাৰণা কৰা হয়।



এই সমস্ত ৰীতি-নীতিৰে বিভূষিত বৰপেটাৰ বহাগৰ দোমাহী বৰ আনন্দ, উলহ-মালহেৰে পালন কৰা হয় যদিও বৰ্তমান প্ৰগতিবাদী চিন্তাধাৰাৰ ভিত্তিত ইয়াৰ নিজস্বতা বিলোপ হোৱাৰ পথত। মঞ্চ পাতি বিভিন্ন প্ৰক্ৰিয়াৰে বিহু উদ্‌যাপন আদৰণীয় হ'লেও আপোন-সত্বাৰ অপ্ৰাধান্যতা বৰ্তমান এক চিন্তনীয় বিষয়। উৎসৱসমূহৰ মূল চালিকা শক্তি এই ৰীতিসমূহৰ অৰজ্ঞাই কৃষ্টিৰ ভেটি ফোপোলা কৰাটো অনস্বীকাৰ্য্য। ●

# মহহো গীত

❑ মনহৰি বায়ন

অসমীয়া লোক-সাহিত্যৰ অনুষ্ঠানমূলক লোকগীতৰ অন্তৰ্গত 'মহহো গীত' এক শ্ৰেণীৰ আশীৰ্বাদসূচক বা অৱসৰ বিনোদনৰ গীত। ধান সোণোৱালী পূৰ্ণ চন্দ্ৰিকাৰ ৰূপালী নিশা গাঁৱৰ ল'ৰাই গাঁৱে গাঁৱে মহহো গীত গায়। মহহো গীতত আঘোণৰ ভৰপক পথাৰখনৰ কথা আছে, বাঁহৰ পাত চিক্‌মিকাই থকা জোনাকৰ কথা আছে, আছে সমাজৰ সৰ্বস্তৰৰ লোক একত্ৰিত হৈ অশুভ শক্তিক প্ৰতিহত কৰাৰ দুৰ্বাৰ বাসনাৰ কথা। লোক জীৱনক কেন্দ্ৰ কৰি প্ৰচলিত মহহো গীতে সেয়েহে অসমীয়া লোক সাহিত্যত এক গুৰুত্বপূৰ্ণ স্থান লাভ কৰি আহিছে।

সাধাৰণতে নামনি অসমৰ বিশেষকৈ বৰপেটা, নলবাৰী, দৰং (মঙলদৈ), গোৱালপাৰা আদি অঞ্চল বিশেষত দলবদ্ধভাবে এই গীত গোৱা হয়। দহৰ পৰা বিশ-পচিশজন ডেকা বা চেমনীয়াৰ দলে গৃহস্থৰ চোতালে চোতালে মহহো গাই টকা-পইচা, চাউল-পাত আদায় কৰে আৰু নিৰ্দ্দিষ্ট এটা দিনত সেইবোৰ একগোট কৰি লগভাত খায়। আঘোণৰ পূৰ্ণিমাৰ ৰাতিটো প্ৰধানতঃ মহহো গোৱাৰ নিৰ্দ্দিষ্ট সময় যদিও একেটা ৰাতিৰ ভিতৰত গাঁৱৰ প্ৰতিঘৰ গৃহস্থৰ চোতালে চোতালে গৈ মহহো গোৱা সম্ভৱ নহ'লে আঘোণৰ পূৰ্ণিমাৰ দুই-চাৰি দিন আগৰে পৰা আৰম্ভ কৰি মহহো গোৱা দলটোৱে পূৰ্ণিমাৰ পিচলৈকে গাঁৱে গাঁৱে মহহো গায়। মহহো গোৱা দলটোত গীত লগাই দিয়া এজন 'পাঠক' থাকে। এই 'পাঠক'জনৰ বাহিৰে দলটোৰ প্ৰতিজন সদস্যৰ হাতে হাতে থকা 'লাঠী' বা 'টোকোন'ডালেই ইয়াৰ মূল বাদ্য। পাঠকে লগাই দিয়া গীতৰ সুৰ ধৰি বাকী সদস্যসকলে এই লাঠী বা টোকোন চোতালত থুকুৰিয়াই থুকুৰিয়াই হিংস্ৰজন্তু প্ৰতিহত কৰাৰ ভঙ্গীমাৰে উদাত্ত কণ্ঠে এই গীত গায়।

'মহহো' শব্দৰ অৰ্থ বিভিন্ন সময়ত বিভিন্ন ধৰণে পোৱা যায়।



'চন্দ্ৰকান্ত অভিধান'ত ইয়াক "আঘোণৰ পূৰ্ণিমাৰ ৰাতি গৰখীয়া ল'ৰাই 'মহহো মহহো' বুলি লোকৰ ঘৰে ঘৰে মহ-খেদা গীত গাই লগ-ভাত খাবলৈ পইচা খোজা উৎসৱ" বুলি উল্লেখ আছে। গীতসমূহৰ অৰ্থ আৰু পৰিৱেশ্য পদ্ধতিৰ ওপৰত ভিত্তি কৰি লোক-সংস্কৃতিৰ বিশিষ্ট গবেষকসকলে ইয়াক এক শ্ৰেণীৰ আশীৰ্বাদসূচক আৰু অৱসৰ বিনোদনৰ গীত বুলি অভিহিত কৰা দেখা যায়। তদুপৰি মহহো পৰিৱেশনৰ সময়ত দলটোৰ সদস্যসকলে আৰম্ভণিতে আৰু শেষত গৃহস্থৰ মঙ্গল কামনা কৰি আশীৰ্বাদ দিয়া, হেলা-অৱসাদ পাহৰি মহ খেদিবলৈ যাবলৈ কৰা আহ্বান, ভালুক-ভালুকী নচুওৱা আৰু গৃহস্থৰ বুঢ়া-বুঢ়ীক জোকোৱা আদি কথাই ইয়াকেই প্ৰতিপন্ন কৰে। লোক-সংস্কৃতিৰ গবেষক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই 'মহহো' শব্দটো অসমীয়া 'মহ' আৰু বড়োসকলৰ 'হো' শব্দৰ সংমিশ্ৰণত সাধিত হৈছে বুলি মত প্ৰকাশ কৰিছে। বড়ো ভাষাত 'হো হো' মানে খেদি যোৱা বুজায়। কিন্তু 'মহ' শব্দটি তেওঁ বনৰীয়া 'ম'হ' (Buffalo) নে তেজ শুহি খোৱা 'মহ' (Mosquito) অৰ্থত ব্যৱহাৰ কৰে সেয়া জনা নাযায়। তথাপি গীতবোৰত ব্যৱহৃত কেতবোৰ কথাংশ যেনে ঃ

মহৰ শিং হেকাৰ বেকাৰ<br>
তাতে পৰিল মাছৰখা (মাছৰোকা!)।

আকৌ

বাঘ কাকা হানি আ<br>
মুইহ্ কাকা খুচি আ। আদিয়ে ইয়াক চাৰি ঠেঙীয়া হিংস্ৰ বনৰীয়া 'ম'হ'ৰ কথাকে ইঙ্গিত কৰা যেন লাগে। তদুপৰি গীতবোৰৰ মাজেদি প্ৰকাশিত উৰ্ভৈনদীকৈ ধান চপোৱাৰ কামনাই (ভাখ্‌ৰি ভৰি মাটিত পৰ), আঘোণৰ ভৰপক পথাৰত হাবি-বননিৰ পৰা ধান খাবলৈ নামি আহি বনৰীয়া হাতী-ম'হে কৰা উপদ্ৰৱ আৰু এনে উপদ্ৰৱ প্ৰতিহত কৰিবলৈ সমাজৰ ডেকা শক্তিয়ে মজবুট টোকোন বা লাঠী লৈ একত্ৰিত হোৱা আৰু ক্লান্তি বা অৱসাদ আঁতৰাবলৈ গোৱা গীতবোৰেই এই মহহো গীত বুলি ভাবিবৰ থল আছে। পৰৱৰ্ত্তী কালত হয়তো চহা কবিৰ মুখ বাগৰি বনৰীয়া ম'হ খেদা এই গীতৰ সৈতে তেজ শুহি খোৱা মহ খেদা অৰ্থত কিছুমান গীত লোক-সমাজত মিহলি হৈ প্ৰচলিত

হয়।

বৰপেটা অঞ্চলত 'মহহো'ক ভাউল বা 'ভাওল দিয়া' নামেৰে জনা যায়। বিশিষ্ট লোক-সংস্কৃতিবিদ ড° হেমন্ত কুমাৰ শৰ্মাৰ মতে ভাল-হওক— এই শব্দ দুটাৰ পৰাই 'ভাওল দিয়া' শব্দ দুটা ওলাইছে। বৰপেটা সত্ৰৰ ডেকা সত্ৰীয়া শ্ৰীবশিষ্ঠ শৰ্মাদেৱে মহহোত 'মহ' খেদাৰ ভাও দিয়া হয় কাৰণে এই 'ভাও' শব্দৰ পৰাই 'ভাওল' শব্দৰ সৃষ্টি হ'ব পাৰে বুলি মত প্ৰকাশ কৰি আহিছে।

মহহো গীতসমূহত বিভিন্ন বিষয়ৰ কথা অন্তৰ্ভুক্ত হৈ আছে যদিও গৃহস্থৰ মঙ্গল কামনা কৰাটো ইয়াৰ ঘাই সুৰ যেন লাগে। গৃহস্থৰ চোতালত ভৰি দিয়েই হৰিধ্বনি কৰাৰে পৰা মহ খেদা গীত, ধেমেলীয়া গীত, ভালুক-ভালুকী নচুওৱা গীত আদিৰ শেষত থকা আশীৰ্বাদ বচন মন কৰিবলগীয়া। যথা ঃ

আহ উৰ অৰণে, মা লক্ষী চৰণে
মা লক্ষী দিলাক বৰ, ভাখ্ৰি ভৰি মাটিত পৰ
ভাখ্ৰিৰে উলি জুলি, সণাইদি বান্ধম ডুলি।।

ধনৰ অধিষ্ঠাত্ৰী লক্ষ্মীদেৱীৰ পৰা ভড়াল উপচি পৰা ধানৰ কামনা কৰাৰ উপৰিও মহহো গোৱা ডেকাসকলে একেবাৰে শেষত গৃহস্থক আশীৰ্বাদ দিয়ে এনেদৰে ঃ

বোল হৰি বোল
ভাল — হ'ক
কুশল — হ'ক
গোলিত গৰু — হ'ক
ভাখৰিত ধান — হ'ক
আহা বাৰোক লগি আৰো বেছিকে দিবা পাৰা — হ'ক।

মহ খেদাৰ উপলক্ষ্য কৰি গীতবোৰৰ মাজত সোমাই পৰা পুৰণি আখ্যান বা সাধুকথাৰ বৰ্ণনা মহহো গীতৰ মন কৰিবলগীয়া বিশেষত্ব। মহহো গীতত আছে —

ও বুঢ়ী চিকুনী
কুলাৰ পিঠা কি কল্লি
কুলাৰ পিঠা কুলাই খাএ



চিকুনী বুঢ়ীক বাঘে খাএ।

আন এটা গীতত বজাৰত ধান বিক্ৰী কৰি 'ঢেমনী' চপাই লোৱা আৰু দুৰ্দ্দিন উপস্থিত হোৱাত সেই 'ঢেমনী' ত্যাগ কৰাৰ মনোৰম কাহিনীৰ কথা এনেদৰে বৰ্ণনা কৰা হৈছে —

ধান পুৰা পাই,
ঢেম্‌নী আনলু চাই।
ও ঢেম্‌নী হাটক যাউং,
তোক বেচি লাড়ু খাউং।
লাড়ু খাঅতে নহল জুতি,
ঢেম্‌নীৰ মুৰত দেউং মুতি।।

অসমীয়া লোক-সাহিত্যত অৱসৰ বিনোদনৰ গীত হিচাবে মহহো গীতৰ সুকীয়া মূল্য আছে। গীতবোৰত অৱসৰ বিনোদনৰ কাৰণে গৃহস্থৰ বুঢ়া-বুঢ়ীক উপলক্ষ্য কৰি ঠাট্টা-মস্কৰা কৰা আৰু দলটোৰ এজন বা দুজন সদস্যক ভালুক বা ভালুকী সজাই নচুওৱা - এই দুটা পৰ্যায়ত ধেমালি কৰা হয়। কিছুমান নিৰ্দ্দিষ্ট গীত-পদৰ তালে তালে নৃত্য কৰা ভালুক বা ভালুকীবেশী সদস্যজনে সাধাৰণতে মুখা ব্যৱহাৰ কৰে। সদস্যজনৰ গাটো কল-চোচনিৰ মালা গাঁঠি মেৰাই দিয়া হয়। অঞ্চল বিশেষে ভালুক-ভালুকীক পৃথকে পৃথকে আৰু কোনো কোনো ঠাইত একেলগে নচুওৱা হয়। পাঠকজনে লগাই দিয়া নিৰ্দ্দিষ্ট গীত-পদ গাই দলটোৰ ডেকাসকলে ৰং-ধেমালি কৰে এনেদৰে ঃ

ভালুকীএ এহে
থিয়া নাচন দিও দিওৰে ভালুকী দিও
ভালুকী এ এহে
পেট কামৰ্ নাচন দিওৰে ভালুকী দিও
ভালুকী এ এহে
বিহু নাচা নাচন দিওৰে ভালুকী দিও
ভালুকী এ এহে
বিড়ি খাৱা নাচন দিওৰে ভালুকী দিও
ভালুকী এ এহে
খেদি যাৱা নাচন দিওৰে ভালুকী দিও

এইদৰে পাঠকে নির্দ্দেশ কৰা ধৰণে নৃত্য কৰি ভালুক বা ভালুকীয়ে গৃহস্থৰ চোতালত এক আকর্ষণীয় পৰিবেশৰ সৃষ্টি কৰে। মহহো গোৱাৰ শেষত ভালুক-ভালুকীয়ে ব্যৱহাৰ কৰা কল চোঁচনিবোৰ পুৰি বা পুতি পেলোৱা হয়। কাৰণ অসমীয়া লোক-বিশ্বাসমতে এই কল চোঁচনিৰ ওপৰেৰে ডেকা ল'ৰা পাৰ হ'লে তেওঁৰ বিপদ আসন্ন। কোনো কোনো অঞ্চলত আকৌ ভালুক- ভালুকীয়ে ব্যৱহাৰ কৰা এই বস্তু দেখিলে সঁচা ভালুকে খেদি আহিব পাৰে বুলি বিশ্বাস কৰে।

সেইদৰে গৃহস্থৰ বুঢ়া-বুঢ়ীক উদ্দেশ্য কৰি গোৱা গীতসমূহো বেচ হাস্যৰসাত্মক। এনে এটি গীতৰ উদাহৰণ ঃ

আহাৰ ঘৰোত ভাঙা কাচি, বুঢ়ী হাগে একু পাচি।
আহাৰ ঘৰোত ভাঙা দাৱ, বুঢ়াই হাগে একু নাও।
আহাৰ ঘৰোত তুঁহৰ ধঙা (ধোঁৱা), ছলি কান্দে উঙা উঙা।।

সামাজিক মিলা-প্রীতি, নীতি-বচন, উপদেশ আদিয়ে মহহো গীতৰ সামাজিক মর্যদা বহু পৰিমাণে বৃদ্ধি কৰিছে। মহহোত অংশগ্রহণ কৰাৰ কাৰণে জনোৱা আহ্বানত কর্ম-সচেতনতা আৰু সাংস্কৃতিক সচেতনতাৰ প্রতি ডেকাসকলক জাগৰুক কৰাৰ চেষ্টা পৰিলক্ষিত হয় ঃ

বছৰৰ খেলা
তাক নকৰ্‌বি হেলা।
হেলাতে হেলাৱতী
দিন যায় অধঃগতি।।

গীতবোৰৰ জৰিয়তে সচৰাচৰ সমাজত এলাগী হৈ পৰা কণা-কুঁজা আদি শাৰিৰীকভাবে অক্ষম লোকসকলক একত্রিত হ'বলৈ কৰা আহ্বানত তৎকালীন উচ্চ-নীচ, ভেদা-ভেদহীন সমাজ এখনৰ প্রতিচ্ছবি পৰিলক্ষিত হয়। মহহো গীতত ইয়াৰ আভাস দিয়া হৈছে এনেদৰে ঃ

থুপ্‌ৰি হোৰে থুপ্‌ৰি হো
কাণা কুঁজা লগ হো।

প্রাচীন কালত গাঁৱৰ প্রতিঘৰ মানুহৰ সৈতে ডেকাসকলৰ সম্পর্ক যে আন্তৰিকতাপূর্ণ আছিল, মহহো গীতত সেই বিষয়ৰ স্পষ্ট ইঙ্গিত পোৱা যায়। আনহাতে যদিও মহ খেদাৰ উপলক্ষ্য কৰি গীতবোৰ



গোৱা হৈছিল, ইয়াত গৃহস্থৰ পৰা চাউল-পাত আদায় কৰাৰ আবেদনহে বেছি। ধন দিয়াত কিছু পলম হ'লে সেয়েহে এই আবেদন দাবীলৈ পৰিবৰ্ত্তিত হয়। যেনে.—

আইচ্ছু ভকত মাচ্ছু খুটি
নেদা মেনি নাজং গুছি।
হোইচ্ছো ভায়া
ভকতৰ ছলি আইচ্ছু বিদায় দিয়া।।

মহহো গীতত পুৰণি কালত ব্যৱহৃত কেতবোৰ সঁজুলি যেনে— দুন, পাচি, ডুলি, চন্দুক; মুদ্রা-কড়ি, সিকি; পৰিমাণবাচক শব্দ - পুৰা; গালি-গালাজ - চালাৰ বেটা, মুৰত মুতা, বাৰ বাতি জ্বলা আদিৰ উপৰিও ঘ'ৰা চিক্ৰে যোৱা, ধনী মানুহৰ টিঙৰ ঘৰ, শৌহ্‌ৰে দিছে ভাঙা লটা আদি বাক্যাংশই এখন প্রাচীন চহা সমাজ ব্যৱস্থাৰ ইঙ্গিত বহন কৰে।

মহহো গীতৰ সৈতে গোৱালপাৰা অঞ্চলত প্রচলিত 'শিৱ-শিৱো গীত', বাস্কা তামুলপুৰ অঞ্চলৰ 'বাম্বোল পিটা গীত', নামনি অসমৰ মুছলমানসকলৰ 'মাগন গীত' আদিৰ সামঞ্জস্য আছে। লক্ষ্যণীয় কথা এয়ে যে এই সমগোত্রীয় গীতসমূহৰ একমাত্র বাদ্য হ'ল— বাঁহৰ টোকোন বা লাঠী। মহহো গীতত ব্যৱহাৰ কৰা টোকোন বা লাঠীৰ আকাৰ আৰু আকৃতি মহহো গীতত নির্দ্দিষ্ট কৰা হৈছে এনেদৰে ঃ

এলেং গাঠি বেলেং গাঠি
নাক জিল্‌কা সণাৰ লাঠী। অর্থাৎ চাৰিটা গাঁঠিযুক্ত ভৰিৰ পৰা নাকৰ সমান ওখ মজবুত লাঠীহে মহ খেদাৰ বাবে উপযুক্ত। ঠাই বিশেষে লাঠীডালৰ ওপৰৰ মূৰত জুনুক্ জুনুক্ শব্দ উঠাকৈ গজাল মাৰি টিনৰ চাত্‌লি লগাই লোৱা দেখা যায়।

সম্প্রতি অন্যান্য গীত-পদসমূহৰ দৰে চহা কবিৰ ব্যক্তিগত বা সামূহিক আবেগ-অনুভূতি প্রকাশক অসমীয়া লোক-সাহিত্যৰ অন্যান্য ঐশ্বর্যশালী সম্পদ এই মহহো গীতসমূহ পাহৰণিৰ গৰ্ভত জাহ যোৱাৰ উপক্রম হৈছে। সমাজৰ ডেকা শক্তিৰ সম্মিলিত কর্মোদ্যম তথা অপশক্তিক দূৰলৈ খেদি পঠিওৱাৰ স্বতঃস্ফূর্ত প্রতীকী ভঙ্গিমা প্রকাশক এই গীতসমূহক সঞ্জীৱিত কৰি ৰখাটো সময়ৰ লগে লগে সাংস্কৃতিক পৰিক্রমাৰ ক্ষেত্রতো সমানেই গুৰুত্বপূর্ণ।●

# বৰনগৰৰ ন-খোৱা উৎসৱ

❑ স্বপ্না দাস

বৰনগৰ কৃষিপ্ৰধান অঞ্চল। কৃষিৰ লগত জড়িত বিভিন্ন উৎসৱ-অনুষ্ঠান, আচাৰ-নীতি বৰনগৰত পালিত হৈ আহিছে। কৃষিৰ আৰম্ভণি, ভৰপক, সামৰণি আৰু কৃষি চপাই আনন্দ উপভোগৰ এনে কেইটিমান উৎসৱ-অনুষ্ঠান হৈছে — গোচা পাতা/গোচা দিয়া, গোচা উঠা, আগ অনা, ন-খোৱা/নতুন খাৱা, কাঁচি উঠা/গুৰি উঠা।

'ন-খোৱা' বা 'নতুন খাৱা' (বৰনগৰীয়া ভাষাত) বা 'ন-খাৱ' সম্পৰ্কেও জনবিশ্বাস আছে। কামৰূপৰ লোক উৎসৱবোৰৰ ভিতৰত 'ন-খাৱা' বা 'ন-খোৱা' উৎসৱ অন্যতম। কোনোবা সুদূৰ অতীতৰ পৰাই কামৰূপীয়া জনজীৱনত এই উৎসৱে প্ৰভাৱ বিস্তাৰ কৰি আহিছে। বৰপেটা জিলাৰ বৰনগৰৰ গাঁৱে গাঁৱে, ঘৰে ঘৰে এই উৎসৱ আঘোণ মাহত পালন কৰা হয়। প্ৰকৃততে ই খেতি চপাই আনন্দ উপভোগ কৰাৰ উৎসৱ। এই উৎসৱৰ ক্ষেত্ৰত গাঁৱৰ বুঢ়ী আইতাসকলৰ মুখত বিভিন্ন লোকবচন তথা লোকপ্ৰবাদৰ কথা শুনা যায় —

" পুহত 'কটা বা'
এইৰা'ৰ ব।
আঘোণৰ পুইণত
পাতিব 'ন'।।
মাঘত কৰা পুইণ।
বা-ৰ জনম হবো ধইন।।"

— অৰ্থাৎ আঘোণ মাহৰ পুণ্য তিথিত/বাৰ তিথি চাই ন-খোৱা উৎসৱ পতাৰ কথা এই জন বচনেৰে কোৱা হৈছে।

সাধাৰণতে লখিমী আদৰা উৎসৱৰ পিছতহে ন-খোৱা উৎসৱ পতা হয় বা আয়োজন কৰা হয়। পথাৰৰ পৰা লখিমী ঘৰলৈ আদৰি অনাৰ লগে লগে লখিমী দেৱী ঘৰলৈ বা ভঁৰাললৈ আহে বুলি বিশ্বাস



কৰা হয়। আনন্দ উৎসৱৰ মাজেৰে লখিমী স্থাপন কৰা আৰু গুৰু গোঁসাইলৈ এমুঠি শইচ আগবঢ়োৱাৰ উদ্দেশ্যেৰে ন-খোৱা উৎসৱ পতা হয়। উল্লেখযোগ্য যে বৰনগৰৰ অতি আদৰৰ মহাপ্ৰভু শ্ৰীশ্ৰীগৰখীয়া গোঁসাই থানত ন-ধানৰ চাউলৰ এখনি শৰাই কৃষ্ণ গোঁসাইৰ উদ্দেশ্যে আগবঢ়াইহে ন-খোৱাৰ নিয়ম। এই নিয়ম বৰনগৰৰ গাঁৱে গাঁৱে, ঘৰে ঘৰে আজিও পালিত হৈ আছে। তাৰোপৰি 'গো-দেৱতা' লৈ ন-খোৱাৰ আগতেই ডাঙৰ কলাপাতত ন-ভাত থোৱাৰ নিয়ম। আত্মীয় স্বজন, ডাঙৰ, সৰু সকলোৱে মিলিজুলি হৰিধ্বনি কৰি 'ন-অন্ন' গ্ৰহণ কৰা নিয়ম। বাৰীৰ আন শাক-পাচলি, মাছ-মঙহৰ লগতে 'গাছ-আলু' বৰনগৰীয়া নতুন ভাতৰ অন্যতম খাদ্যসম্ভাৰ।

সময়ৰ সোতত এই ন-খোৱা উৎসৱৰ পৰম্পৰাত ব্যাঘাত জন্মিছে। তথাপি আজিও বৰনগৰৰ গাঁৱে গাঁৱে, ঘৰে ঘৰে অনুষ্টুপীয়াকৈ হ'লেও এই উৎসৱ পালন কৰা হয়।●

*(স্বপ্না দাসে আমাক দিয়া "বৰনগৰ অঞ্চলৰ লোক-সংস্কৃতি" শীৰ্ষক সুদীৰ্ঘ প্ৰবন্ধৰ এটা অংশহে ইয়াত দিব পৰা হ'ল।*

*— সম্পাদক।)*

# বৰপেটা জিলাৰ লোক-সংস্কৃতিৰ কেন্দ্ৰ আৰু পৰিধি

❑ তিলক দাস

সাধাৰণতে দেখা যায় যে শিক্ষা, সাহিত্য আৰু সংস্কৃতি ৰক্ষাৰ বাবে ধনীক শ্ৰেণীৰ নেতৃত্বত চলা এচাম লোকে মন্ত্ৰী বা এম,এল,এ অহা বুলি শুনিলেই বাটৰ চোকে চোকে দৰখাস্ত আৰু ফুলাম গামোচা লৈ তেওঁলোকক আদৰণি জনাবলৈ বৈ থাকে আৰু তোষামোদী ভাষাৰে আবেদন জনায়, - ভঙা স্কুল ঘৰটো সজাই দিবলৈ, উৰঁলি যোৱা কীৰ্ত্তন ঘৰটিত টিনপাত দিবলৈ, বয়সৰ হেঁচাত কেঁকাই-গেঠাইথকা তাহানিৰ যাত্ৰা-পাৰ্টিত ভাও লোৱা-গীত গোৱা নচা শিল্পী জনালৈ এককালিন সাহায্য দিয়াবলৈ, নাইবা পাৰিলে এটি পেন্সন মঞ্জুৰি কৰাবলৈ। এইসকলৰ বিশ্বাস যে ৰজা ঘৰৰ সাহায্য নহ'লে বা বিনা সহায়ত সংস্কৃতি জীয়াই নাথাকে। কিন্তু প্ৰকৃতপক্ষে সংস্কৃতিৰ ইতিহাসে তেনে কথা সমৰ্থন নকৰে। শিক্ষা আজিৰ যুগত সম্পূৰ্ণভাবে চৰকাৰৰ হাতত, কিন্তু সাহিত্য আৰু সংস্কৃতি চৰকাৰে গঢ়িব নোৱাৰে, মাথো শাসক গোষ্ঠীৰ স্বাৰ্থ ৰক্ষাৰ বাবে কেতিয়াবা সাহিত্যৰ ওপৰত নিয়ন্ত্ৰণৰ শিকলি পিন্ধাবলৈ যত্ন নকৰা নহয়।

প্ৰাচীন বা মধ্য যুগত কোনো কোনো বিদ্বান ৰজা-মহাৰজাই কবি-সাহিত্যিকক ভৰণ-পোষণ বা কিছু দিনলৈ ৰাজ-সভাত স্থান দি কাম্য নাট-গীত আদি ৰচিবলৈ আদেশ দিছিল। এনেদৰেই এক শ্ৰেণীৰ কাব্য-নাট আদিৰ সৃষ্টি হৈছিল। নৰনাৰায়ণ ৰজাই শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শ অনুসৰণ কৰা নাছিল, মাথো সেই আদৰ্শৰ প্ৰতি তেওঁ আকৃষ্টহে হৈছিল। ৰজাৰ সমৰ্থন ব্যতিৰেকে শ্ৰীমন্ত শঙ্কৰদেৱে যে নাট-গীত-পদ-বাদ্য-নৃত্যৰ সৃষ্টি কৰিব নোৱাৰিলেহেঁতেন, এনে কথা ভাবিব নোৱাৰি, কাৰণ বৰ লুইতৰ ভৰ বাৰিষাৰ সোঁত ভেটিব নোৱাৰাৰ দৰে,



মহাপুৰুষজনাৰ বিৰাট প্ৰতিভাকো তেতিয়াৰ ৰাজ শক্তিয়ে ভেটিব নোৱাৰিলেহেঁতেন।

কুমাৰ ভাস্কৰ বৰ্ম্মণৰ ৰাজত্ব কালত মহাকামৰূপৰ কৃষ্টি-সংস্কৃতি-সভ্যতাৰ যি ধাৰা বুৰঞ্জীয়ে আমাৰ আগত দাঙি ধৰে, সেই প্ৰবাহমান ধাৰাটি ক্ৰমাৎ নিম্নগামী হৈ প্ৰায় সাতশ আঠশ বছৰৰ পিছত এটি বিকৃত দুষ্কৃতিৰ ৰূপ লৈ চৌধ-পোন্ধৰ শতিকালৈ অন্ধকাৰৰ যুগলৈ পতিত হৈছিল আৰু এই নিম্ন গতিয়ে শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ কাললৈ এক নিৰ্মম বিকৃত ৰূপ লয়।

তেনে এটি যুগতেই শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শ, কাৰ্য্যাৱলী আৰু কৰ্ম্মপন্থাই জন-গণৰ হৃদয়ত নৱ চেতনাৰ সঞ্চাৰ কৰাত এক নতুন মুক্ত সমাজ ক্ৰমাৎ মূৰ দাঙি উঠে। এনে সমাজ-বোধ জন-গণৰ এমাহ বা এবছৰতেই হৈ উঠা নাছিল। ফেহুঁজালি দিয়া বেলিটি উঠি অহাৰ দৰেই, এনে প্ৰক্ৰিয়াবোৰে লাহে লাহে বিস্তাৰ লাভ কৰিছিল। নিম্ন জন-গণক নিপীড়ন কৰি থকা সুবিধাবাদী ক্ষমতাশালীৰ দলে এনে পৰিবৰ্ত্তন বা মূক জনতাৰ মুখৰ মাত ওলোৱা বা পঙ্গু ৰাইজ একত্ৰিত হৈ মূৰ দাঙি থিয় হৈ উঠাটো কেতিয়াও নিবিচাৰে। তেতিয়াৰ কালত ৰাজ-নীতি ৰজা ঘৰৰহে বিষয় আছিল। আজিৰ দৰে মাটি কিনি পট্টা লৈ নিজৰ চিৰ দখললৈ অনাৰ কথা তেতিয়াৰ কৃষক-ৰাইজে ভাবিবই পৰা নাছিল। ৰজাৰ পাইক বা ডা-ডাঙৰীয়াৰ পাইক শ্ৰমিক-বনুৱাই খেতিৰ জমি পাইছিল তেওঁলোকৰ নিজৰ বাবে নহয়, ৰজা বা ডা-ডাঙৰীয়াৰ বৰ-ভঁৰালত তুলি থোৱাৰ বাবেহে। সমাজ-নীতি বা ধৰ্ম্ম-নীতিও পুৰোহিত-ব্ৰাহ্মণৰ বিধি মতেহে ব্যৱস্থা হ'ব পাৰিছিল। ধৰ্ম্ম-গ্ৰন্থত কি আছে, কি নাই, তাৰো এই প্ৰতাৰিত ৰাইজে একো ভূ-ভা নাপাইছিল। ৰজাৰ মুখৰ বাক্যই আছিল আইন। এনে বাক্যৰ দ্বাৰাই হৰি কায়স্থৰ নিধনৰ হুকুম হৈছিল আৰু মাধৱদেৱে এবছৰলৈ মেচা পুখুৰীৰ পাৰত নজৰবন্দী হৈ কাল কটাইছিল। শ্ৰীশঙ্কৰদেৱে উজনি ৰাজ্য পৰিত্যাগ কৰিবলৈ বাধ্য হ'ল সঁচা, কিন্তু নতুন সমাজ প্ৰতিষ্ঠাৰ তীব্ৰ বীজ তাৰ মাটিত সিঁচি থৈ ভটিয়াই আহিছিল। শ্ৰীশঙ্কৰ-মাধৱদেৱে জ্ঞাতি-মিত্ৰ-সঙ্গী সমন্বিতে বেহাৰ ৰাজ্যৰ বাউসী পৰগণাৰ জাৰণি কাটি ন থান উলিয়াইছিল আৰু এনে সাৰুৱা ন মাটিত নতুন সমাজ, নতুন

সাহিত্য, নতুন শিল্প-কলা, নতুন ধৰ্ম্ম, নতুন সংগীতৰ যি বৰমঞ্চ সাজিলে, সেই বৰমঞ্চৰ গায়ন-বায়ন, অভিনেতা, নৰ্ত্তক, চিত্ৰক, ব্যঞ্জকসকলেই নহয়, চমজদাৰ দৰ্শক, কৃষক, বনুৱা-ৰণুৱাসকলেও সেই নতুন যুগৰ সমাজ-চেতনাৰে সচেতন হৈ পৰিছিল। পূৰ্ব্বৰ প্ৰতিপত্তিশালী ধৰ্ম্মৰ নামত বেহা কৰি খোৱাসকলে, জমিদাৰ , অৰ্ধ-জমিদাৰৰ দৰে ফাওতে বৰলোক হৈ থকা সকলে শ্ৰীমন্ত শঙ্কৰদেৱৰ বিৰুদ্ধে সমাজ আৰু ধৰ্ম্ম নষ্ট কৰা বুলি ৰাজ-আদালতত গোচৰ তৰিছিল। এই গোচৰবোৰৰ বিৱৰণ বৰ কৌতূহলজনক আৰু গেলি-পচি যোৱা পুৰণি সমাজখনৰো প্ৰাণ নথকা প্ৰমাণ ৰাজ-দৰবাৰতেই মুকলি হৈ পৰিছিল।

এজন অতি সাধাৰণ কৃষক, — পৰিশ্ৰমেৰে ভাত মুঠি উলিয়ায়, কলীয়া আখৰ দুটা কোনোমতে চিনি লৈ জীৱন-যুদ্ধত জপিয়াই পৰে আৰু হৈ উঠে সংস্কৃতিৰ জয়-যাত্ৰাৰ ৰণুৱা; গাব পৰা হয়, নাচিব জনা হয়, অভিনয় কৰে, কাঠ ফালি চটি-মাৰলীৰে খেৰৰ ঘৰটিও সজাই ল'ব পৰা হয়, নাও মাৰিবও পাৰে, দহজনৰ বাবে মৰিবলৈও সাজু, সমবায় সংহতিৰে সমাজৰ বৰভেটী নিকপকপীয়া কৰি তোলে। লোকক ৰক্ষাৰ বাবে ধনু-কাড়, যাঠী-বল্লমো ধৰিবলৈ প্ৰস্তুত হয়। এনে জন-গণৰ দ্বাৰা মহাপুৰুষ জনাই তেওঁৰ নতুন সমাজখনৰ বৰভেটী নিৰ্ম্মাণ কৰে। এওঁলোক স্বাৱলম্বী হৈ উঠে। সুতা উলিয়াই বস্ত্ৰ বই কল্পনাৰে ফুল তোলে সমাজৰ নাৰীসকলে। ৰাজ-ৰোষত পৰিও জন-গণে নিজৰ থিতাপি এৰি নিদিয়ে। এয়েই কৃষ্টি-সংস্কৃতিৰ জীৱন্ত প্ৰবাহ।

বাউসীৰ পৰা বেহাৰলৈ এই নতুন সমাজৰ পাতনি মেল খায়, বহ্ৰমপুত্ৰৰ লগতে সোণকোষ, গদাধৰ, তোৰোচাৰ পানীয়ে চৌদিশ ধৌত-বিধৌত কৰি তোলে। কীৰ্ত্তন, বৰগীত, নামঘোষাৰ ধ্ৰুপদী সুৰ আকাশে-বতাহে নিনাদিত হৈ উঠে। ৰুক্মিণী-হৰণ, পাৰিজাত-হৰণ, ৰাম-বিজয় আদি নাটসমূহৰ গদ্য ভাষাই ৰাইজক একত্ৰিত কৰি তোলে। একত্ৰিত ৰাইজ শক্তিশালী হৈ উঠে। উজনিৰ ৰংপুৰৰ পৰা ভাটীৰ ৰংপুৰলৈ একে আশা, একে ভাষাই জন-গণক এক কৰে। ৰাইজৰ ভাষা নামঘৰ, কীৰ্ত্তনঘৰ, ভাঁজঘৰত ৰজন্‌জনাই উঠে। এয়েই জন-সংস্কৃতিৰ বহতী ধাৰা।

কালৰ গতিত গদাধৰৰ সিপাৰৰ পৰাই সেই ভূমিখণ্ড বঙ্গৰ লগত জাহ গ'ল। ইংৰাজ যোৱাৰ পিছৰ পৰাই বহল অসম ক্ৰমে ক্ৰমে সঙ্কুচিত হৈ আহিল আৰু অনেক স্বতন্ত্ৰ ৰাজ্যৰ দাবী উঠি আছে। ৰাজনৈতিক মুনাফাৰ বাবে জন-সাধাৰণক এনে দাবীৰ বাবে উন্মাদ কৰি তুলিছে। ভোটৰ বাবে কংগ্ৰেছী নেতাসকলে দেড়কুৰি বছৰৰো ওপৰকাল বাংলাদেশী বিদেশীক সংখ্যালঘু নামকৰণেৰে ভাৰতীয় নাগৰিক পতাৰ দৰে, আন ৰাজনৈতিক দলেও এনে মাৰাত্মক দেশ ধ্বংসী কুকাৰ্য্য ভৱিষ্যতে নকৰিলেহে অসম তথা ভাৰত ৰক্ষা পৰিব। ইংৰাজী-নাৰ্চাৰী হিন্দীমাৰ্কা বালভৱন আদিয়ে অসমীয়া শিশুৰ মুখৰ পৰা অসমীয়া মাত-কথা কাঢ়ি নিবলৈ নানা ফন্দী পাতিছে। তেনে স্কুল-পঢ়াশালিৰ সমুখত অভিভাৱকৰ হেতাওপৰা লাগিছে। এনে কুন্ধচ্‌পৰিস্থিতিৰ মাজত অসমৰ লোক-সংস্কৃতিয়ে প্ৰমাদ গণিছে।

ভৌগোলিক সীমা বান্ধি সংস্কৃতি নিৰ্ণয় নহয়। এই সীমা ক্ৰমাগতভাবেহে স্তব্ধ হয়। সত্ৰশালৰ লোকে কোৱা মৌখিক ভাষাকেই, কোচবেহাৰ জলপাইগুৰিৰ চাবেক জনসাধাৰণেও কয়, কিন্তু এই অঞ্চলবোৰক এতিয়া পশ্চিম বঙ্গ সজা হৈছে। বৰপেটাৰ লোকজনৰ নীতি-আচৰণ সত্ৰশাল, ঝিনকটা, মধুপুৰ, ভাঙাৰহাট, ময়নাগুৰিৰ স্থানীয় জন-গণৰ নীতি-আচৰণ একেই; কিন্তু আজি আমি তেওঁলোকক আমাৰ বুলি কোৱা নাই, যিহেতু তেওঁলোকে যোৰহাট, শিৱসাগৰ বা নগাওঁৰ মাত-কথা মতা নাই।

বাউসী পৰগণাৰ বৰপেটাক কেন্দ্ৰ কৰি উত্তৰে-দক্ষিণে, পূৰে-পশ্চিমে থকা ভূমি খণ্ডক তিনি খণ্ডত ভগাব পাৰি। (১) বৰপেটাক কেন্দ্ৰ কৰি দক্ষিণ-পূব খণ্ড, (২) বৰনগৰ-সৰভোগক কেন্দ্ৰ কৰি পশ্চিম খণ্ড আৰু (৩) পাঠশালাক কেন্দ্ৰ কৰি উত্তৰ খণ্ড।

যিটো আমি সত্ৰীয়া সংস্কৃতি বুলি কওঁ, প্ৰকৃততে ইটো লোক-সংস্কৃতিহে, কাৰণ ইয়াৰ খনিকৰ শ্ৰীমন্ত শঙ্কৰদেৱে জন-সাধাৰণ সৰ্ব্বলোকৰ মাজতহে তেওঁৰ ধৰ্ম্মৰ সমতাৰ সমাজখন স্থাপন কৰিছিল। ৰজা বা বৰ মানুহৰ মাজত তেওঁৰ কৰ্ম্মীবৃন্দ ঘূৰি ফুৰা নাছিল— নিঃস্ব, অনাদৃত, অৱহেলিত শ্ৰম-খেতি কৰি পেট প্ৰৱৰ্ত্তন কৰা লোকসমূহৰ মাজতহে তেওঁলোকৰ সংগঠন আৰু সংস্থাপন কাৰ্য্য চলিছিল। ইয়াৰ মাজতেই দুই চাৰি বিশিষ্ট পণ্ডিত লোকে তেওঁৰ গুণ-গৰিমা-মহিমাত

আকৰ্ষিত হৈ তেওঁৰ সমাজ-ভুক্ত হৈছিল।

বৰপেটা খণ্ডতহে থান-সত্ৰসমূহে বৈশিষ্ট ৰক্ষা কৰি আছে। ইয়াৰ ভিতৰত বৰপেটা, সুন্দৰীদিয়া, গণককুছি, বাৰাদি, পাটবাউসী প্ৰধান। এই পঞ্চ-তীৰ্থ স্বৰূপ থানসমূহৰ সংস্কৃতিৰ ধাৰা প্ৰবাহমান হৈ আছে। আতাপুৰুষসকলৰ দিনত সংস্থাপিত হোৱা সত্ৰ কনৰা, ৰামাপাৰা, বগুলামাৰী, বাঘবৰ কালৰ গৰ্ভত লীন হৈছে।

বৰপেটা জিলাৰ লোক-সংস্কৃতি ভাৰতৰ উত্তৰ-পূৰ্ব্বাঞ্চলৰ এটি অতি মহৎ সংমিশ্ৰিত, সু-সংগঠিত, সু-সংবৰ্দ্ধিত প্ৰবাহমান সৌন্দৰ্য্যৰ জীৱন্ত গতি। এই প্ৰগতিৰ প্ৰথম প্ৰৱৰ্ত্তক আৰু স্ৰষ্টা হ'ল শ্ৰীমন্ত শঙ্কৰদেৱ। তেওঁ মাধৱদেৱ আৰু আন আন সঙ্গী, সমৰ্থক, আত্মীয়-স্বজন আৰু হালোৱা-হজুৱাক লগত লৈ সদল বলে ব্ৰহ্মপুত্ৰৰ বহল বুকুৱেদি নাৱ মাৰি ভটিয়াই আহি বৰপেটাৰ পালেংদি গাওঁৰ চুণপোৰাত নামি ছমাহ থাকি কুমাৰকুছিত বৈ পাটবাউসীত দীৰ্ঘকাল কৰ্ম্মময় জীৱনেৰে নিবাস কৰি বেহাৰ ৰাজ্যলৈ গমন কৰে আৰু তাতেই তেওঁৰ মহান নৱ-নাটৰ সামৰণি পৰে।

বৰপেটাৰ যি সমাজ-ব্যৱস্থা, উৎসৱ-পৰ্ব্ব, দৈনিক জীৱন-ধাৰাৰ আ-আচৰণ, গীত-বাদ্য-নৃত্য, তাল-খোল-দবা-নাগেৰাৰ উখল-মাখল, দেউল-দোমাহী, যাত্ৰা-অভিনয়, গৃহ-নিৰ্মাণ-স্থাপত্য, কীৰ্ত্তনঘৰ, - ভাঁজঘৰ, বাটঘৰ, চাংঘৰৰ মোহনীয় ৰূপ, বস্ত্ৰ-বয়ন-শিল্প, দুৱাৰবেৰৰ কলা-কৌশল সকলো দুজনা গুৰুৰ অৱদান। গতিকেই, এনে হেন স্থানখনক কেন্দ্ৰ কৰি যিখন জিলা ৰঙে-ৰূপে সাজি-কাচি উঠিছে, সেইখন জিলা কৃষ্টি-সংস্কৃতি, সাহিত্য-সম্পদ, বেহা-বেপাৰত পিছ পৰি থাকিব নোৱাৰে।

এইজিলাৰ বজালী খণ্ডত ব্ৰাহ্মণ্য-ধৰ্ম্ম আৰু বৰনগৰ-সৰভোগ খণ্ডত তান্ত্ৰিক আচাৰ-বিচাৰৰ ক্ষীণ সোঁতবোৰ বৈ থাকিলেও, তাতো শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ গুৰুসকলৰ অৱদানসমূহে সোণত সুৱগা চৰোৱাৰ দৰে বহল সমাজখনক মনোৰম কৰি ৰাখিছে। বজালীৰ বামাখাটা, অকয়া, ছৈৰাৰী আদিৰ কীৰ্ত্তনঘৰ সমূহে, বৰনগৰৰ ভেৰাগ্ৰামৰ ওখ ওখ মাটিৰ টিপ্ কেইটাই আজিও সেই যোল শতিকাৰ মধুৰ স্মৃতি বহন কৰি আছে। বৰ্‌হমপুতুৰৰ পাৰে



পাৰে ৰংপুৰ মৈমনচিঙৰ পৰা প্ৰব্ৰজন কৰি অহা বহল কৃষক সমাজখনে সাৰ্ব্বজনীন অসমীয়া ভাষা গ্ৰহণ কৰি নিজকে অসমীয়া বুলি পৰিচয় দি বৃহৎ অসমীয়া সমাজৰ লগত মিলি যাবলৈ প্ৰয়াস কৰিছে। বৰপেটাৰ লোক-সংস্কৃতিৰ পানী নসৰকা সুকীয়া গৃহ এখন নাই, এয়েই শদিয়াৰ পৰা সত্ৰশাললৈ বৈ থকা লোক-সংস্কৃতিৰ বহতী ধাৰাৰেই অমৃতময় ৰূপ। সত্ৰশালৰ পশ্চিমৰ পৰা বিস্তৃত ভূমি জুৰি বেহাৰেদি জলপাইগুৰিলৈ কমতা-কামৰূপী-অসমীয়া সংস্কৃতিৰ সুৰ এতিয়াও মাৰ যোৱা নাই। চাবেক ভূমিপুত্ৰসকলৰ মৌখিক মাত-কথাত কামৰূপী মাত-কথাৰেই ধ্বনি শুনা যায়। সকলো ঠাইৰে কথিত মাত-কথাৰ একোটি সুকীয়া সুৰ আছে। ভাষা-সাহিত্যৰ সৌন্দৰ্য্যৰ ই একোটি ৰূপ। সেয়েই ইয়াৰ লোকগীতবিলাকে আজিও সকলোকে মুহি আছে। এনে লোকগীত বৰপেটা, বজালী আৰু বৰনগৰ অঞ্চলতো ৰচিত হৈছিল আৰু মুখে মুখে বাগৰি দোতাৰা-দগৰত জীয়াই আছে। জন-সাহিত্য বিশাৰদ শ্ৰীৰাম চন্দ্ৰ দাসে এনে অসংখ্য গীত-পদ, ফকৰা-যোঁজনা সংগ্ৰহ কৰি কাকতে-পত্ৰে প্ৰকাশ কৰিছিল। দাসদেৱেই এনে লোক-সাহিত্য সংগ্ৰহৰ প্ৰথম পথ-প্ৰদৰ্শক। এনে গীত-পদক কোনো কোনো গায়কে শুধৰাই আধুনিক কৰি গোৱা শুনা যায়। এনে শুধৰণি কৃত্ৰিম। সংস্কৃতিত কৃত্ৰিমতা নাই, আছে স্বাভাৱিকতা, সৰলতা আৰু উদাৰতা।

আজিৰ যুগত অসমলৈ ভাৰতৰ বিভিন্ন স্থানৰ পৰা লোক আহি বেহা-বেপাৰ বা চৰকাৰী পদবী লৈয়ে ক্ষান্ত নাথাকি নিজ নিজ ভাষাৰ মাধ্যমৰ স্কুল-কলেজ স্থাপন কৰি চৰকাৰী অনুদান, মঞ্জুৰী, স্বীকৃতি আদি লাভ কৰিছে। অসমীয়া যেনেকৈ এটি ভাৰতীয় ভাষা, তেনেকৈ আন আন ভাৰতীয় ভাষাও ভাৰতীয়। এই ভাষাসমূহে আমাৰ ভাষাক কোঙা কৰিব নোৱাৰে, বৰং ভাৱ, ভাষা আৰু শব্দৰ আদান-প্ৰদানে ভাষাৰ কলেবৰহে বঢ়াব পাৰে। কিন্তু পশ্চিমীয়া ইংৰাজী ভাষাৰ মাধ্যমৰ যিবোৰ স্কুল আজি কাঢ়লা বন গজাৰ দৰে গজিব ধৰিছে, সেয়েই অসমীয়া তথা ভৰতীয় সংস্কৃতিক বিকলাঙ্গ কৰি কিম্ভূৎ-কিমাকাৰ জাতিৰহে জন্ম দিব। নিজৰ জাতীয় পোছাক-পৰিচ্ছদক ইতিকিং কৰি ইংলণ্ডৰ আৰ্হিত পেণ্ট-টাই মাৰি ইংৰাজী সম্বোধন আদিৰে ম'ৰা চৰাইৰ পেখম ধৰা ক'লা কাউৰীজনী হৈ সাজিবলৈ আৰম্ভ কৰাটো

হাস্যাস্পদহে। ইয়াৰ দ্বাৰা ল'ৰা-ছোৱালীৰ অসম-প্ৰেম তথা ভাৰত-প্ৰেম মষিমূৰ কৰা হৈছে। সেই স্কুলবোৰত ভাৰতীয় মহত্ত্বৰ কোনো কথাৰেই শিক্ষা দিয়া নহয়। এটি বিশেষ ধৰ্ম্মৰ প্ৰচাৰকসকল বেছি ভাগেই এনে স্কুল-কলেজৰ গুৰি ধৰোতা। ধৰ্ম্ম নিৰপেক্ষ ভাৰতত এনে প্ৰচেষ্টা কেতিয়াও সমৰ্থনযোগ্য নহয়।

সৰ্ব্বলোকৰ সংস্কৃতি তথা লোক-সংস্কৃতিৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধনৰ বাবে দেশ হিতকৰ, লোক হিতকৰ আৰু সৰ্ব্ব হিতকৰ শিক্ষাৰ বাবে ৰজাঘৰৰ কৰ্ম্মচাৰী, ৰাইজঘৰৰ কৰ্ম্মচাৰী, শিক্ষক, প্ৰশিক্ষক, দেশ-প্ৰেমীক সকলোৰে সজাগ হৈ কৰ্ম্মত নামিবৰ হ'ল। শিক্ষা সদায় চৰকাৰৰ হাতত, চৰকাৰৰ চকু মোকলাই দিব লাগে শিক্ষক, অধ্যাপক, পৰিদৰ্শক আৰু বিদ্বান-জ্ঞানী শিক্ষাবিদসকলে। কিন্তু সংস্কৃতিক সদায় ৰক্ষা কৰে ৰাইজেহে। লোকসকলে এই সংস্কৃতিক সদায় হৃদয়-মন্দিৰত থাপনা কৰি নিজে তিল তিলকৈ মৰিলেও সংস্কৃতিক ৰক্ষা কৰি থাকে। লোক-সংস্কৃতিয়েই কৃষক-শ্ৰমিক, হালোৱা-হজুৱাৰ সংস্কৃতি।

" যাৰ
পাই ঘাম সাৰ
ধৰণী উপচি পৰে —
ফুল মূল ফল
জীৱনী সম্বল;"

এই মূৰৰ ঘামৰ লখিমীতেই লোক-সংস্কৃতিৰ সকলো সম্বল নিহিত হৈ থাকে।

" হৃদয়-আকাশত
গুঁথে জাল সপোনৰ
চিৰ সুন্দৰ-দেউলৰ;
য'ত সত্য থাকে অবিৰত;" *(শ্ৰীশ্ৰীকলাগুৰু)*

এই শোষিত, পীড়িত, অৱহেলিত লোকসকল ৰক্ষা পৰিলে লোক-সংস্কৃতিও ৰক্ষা পৰিব, সুশোভিত হৈ উঠিব, সুন্দৰ হ'ব আৰু সাম্য ভাৰত সৰাকো সাৰটি ধৰিব।●



ৰাৱণৰ মুখা





লো নিৰ্মিত চাকিগছা আৰু শিৰ খোদিত কাঠৰ স্তম্ভমূৰ্ত্তি (বৰপেটা কীৰ্ত্তনং ঘৰত এসময়ত খুটা হিচাপে ব্যৱহৃত)





এটি চেক্সোফেন



পুৰণি কালত কাপোৰ থোৱা বেতৰ পেটেৰা বা জপা





বৰপেটা কীৰ্ত্তন ঘৰত এসময়ত ব্যৱহৃত ব্ৰহ্মা খোদিত স্তম্ভ মূৰ্ত্তি





ভাওঁনা আৰু অংকীয়া নাটত ব্যৱহৃত কাঠৰ মুখা আৰু গৰুড়ৰ প্ৰতিকৃতি



পুৰণি কালত মানুহ কঢ়িওৱা এখন দোলা





লোকগীতৰ বাদ্যযন্ত্ৰ দোতাৰা আৰু খুনজুৰি





তাল, মঞ্জিৰা আৰু খুটিতাল



নমাটি, মৈৰামাৰা সত্ৰৰ আইসকলে পালন কৰা পঁচতি উৎসৱৰ দৃশ্য।



বড়ো সমাজৰ বিয়াৰ দৰা-কইনা আদৰা দৃশ্য।







পৰাভঁৰাল সত্ৰৰ পঁচতি উৎসৱ।



মাজগাঁওৰ মাগুণ দলৰ ফটো।







কৃষ্টি-সংস্কৃতিয়েই এটা জাতিৰ ভেটিস্বৰূপ। ইয়াৰ আধাৰতেই একো একোটা জাতি নিজস্ব সত্বাৰে প্ৰাণ পাই উঠে। কৃষ্টিবিহীন জাতিৰ অস্তিত্ব সজীৱ কৰি ৰখাটো টান।

বিশ্বৰ দৰবাৰত নিজ সত্বাৰে আছুতীয়াকৈ পৰিচয় দাঙি ধৰাৰ প্ৰথম চালিকা শক্তিয়েই হ'ল এটা জাতিৰ আপোন কৃষ্টি সংস্কৃতি। কৃষ্টিয়ে এটা জাতিক শিষ্টাচাৰ শিকায়।

কৃষ্টি সংস্কৃতিৰ লগতেই বান্ধ খাই আছে ৰীতি-নীতি আৰু আচাৰ। আচাৰ আৰু ৰীতি-নীতিৰে সমৃদ্ধ মানবীয় জীৱনৰ গতি হয় অতি সুশৃংখল আৰু পৰি পাটি। অনাচাৰী সমাজৰ ভেটি ঠুনঠুনীয়া। অনাচাৰী সমাজৰ আচৰণে এটা জাতিক ঐক্যৰ আবেষ্টনীৰ মাজত আবদ্ধ কৰি ৰাখিব নোৱাৰে।

কিন্তু বৰ্তমান নতুন প্ৰজন্মই প্ৰগতিৰ পোচাক পৰিধান কৰি সংস্কৃতি-বিমুখ গতিৰে ধাৱমান হোৱা পৰিলক্ষিত হৈছে। ইয়াৰ পৰিণতি সম্পৰ্কে চিন্তা-চৰ্চা কৰাৰ অৱকাশ কাৰো নাই যদিও আপোন সংস্কৃতিক ৰক্ষা কৰাৰ প্ৰয়োজন নিশ্চয় আছে।

কৃষ্টি সংস্কৃতিৰ ভৰাল বৰপেটা অঞ্চল। ইয়াৰ চহকী কলা সংস্কৃতিয়েই সমগ্ৰ বৰপেটা জিলাক অলংকৃত কৰি অসম তথা ভাৰতবৰ্ষৰ লগতে বিশ্বৰ দৰবাৰত এক সুকীয়া আসন দখল কৰিবলৈ সক্ষম হৈছে। আজিও পৃথিৱীৰ বিভিন্ন প্ৰান্তত আমাৰ অতুলনীয়া 'লোক কলা কৃষ্টি' সমাদৃত হৈ আহিছে।

আমাৰ আপুৰুগীয়া সম্পদ বৰপেটা জিলাৰ লোককলাৰ প্ৰচাৰ,প্ৰসাৰ আৰু সংৰক্ষণৰ প্ৰয়াসেৰে বৰপেটা জিলা সাহিত্য সভাই লোৱা মহান প্ৰচেষ্টাৰ শলাগ লৈছো। এনেকুৱা এটা মহৎ কামত মোৰ ক্ষুদ্ৰ সামৰ্থৰে বৰপেটা জিলা সাহিত্য সভাৰ লগত নিজকে জড়িত কৰিব পাৰি নথৈ সুখী হৈছো।

চিত্ৰলেখা চৌধুৰী

(চিত্ৰলেখা চৌধুৰী)